

# অনুৰাধাৰ দেশ

[ অসম সাহিত্য সভাৰ ১৯৯৩ চনৰ বিষ্ণুৰাভা বঁটাপ্ৰাপ্ত ]



ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড

গুৱাহাটী পাঠশালা কলিকাতা



প্ৰকাশক ঃ
অম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ, গুৱাহাটী ৭৮১ ০০১
শাখা :
পাঠশালা ৭৮১ ৩২৫
বৰপেটা.
১০ কৈলাস বোস ষ্ট্ৰীট
কলিকাতা ৭০০ ০০৬

প্ৰথম প্ৰকাশ
জানুৱাৰী, ১৯৮৯
দ্বিতীয় প্ৰকাশ
জানুৱাৰী ১৯৯৩
তৃতীয় প্ৰকাশ
আগষ্ট ১৯৯৪

© ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী

বেটুপাত :
পংকজপদ চৌধুৰী
তুলিকলম
পাণবজাৰ, গুৱাহাটী - এক

বেচ : *পঞ্চাশ টকা মাথোন*

ফটোটাইপছেটিং
ভট্ট ডি. টি. পি.
গুৱাহাটী ২৫

ছপা : কালাৰ আছাম
৩১ উদ্যোগ পাম, গুৱাহাটী ৭৮১ ০২১

**Anuradhar Desh :** *a novel written by Shri Phanindra Kumar Devchoudhury and Published by A. P. Choudhury Bani Prokash Private Limited, Panbazar, Guwahati - 781 001* *Price Rs. 50.00 only.*

মা আৰু পিতাৰ
হাতত



## লেখকৰ কথা

জন্মলগ্ন :

বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ৰপৰা ইঞ্জিনিয়াৰিঙৰ স্নাতকোত্তৰ ডিগ্ৰী অৰ্ধসমাপ্ত ৰাখি হঠাতে দুলীয়াজানৰ তৈল কোম্পানীত চাকৰিয়াল হিচাপে যোগদান কৰিলোঁ। তাৰ আগতে বিভিন্ন আলোচনী, বাতৰি কাকতত ছেগাচোৰোকাকৈ কবিতা, প্ৰবন্ধ আৰু গল্প লিখিছোঁ। মনৰ প্ৰচণ্ড তাগিদা অবিহনে কোনোদিনে হাতত কলম তুলি লবলৈ সক্ষম হোৱা নাই। সেয়েহে হয়তো পৰিমাণ নিতান্তই সীমিত।

তৈল নগৰীৰ পৰিবেশ আৰু ব্যস্ততাই বহুদিন কলমৰ গতি স্থবিৰ কৰি ৰাখিছিল। মোৰ বাবে সেয়া বন্ধ্যা-সময়।

ঠিক তেনে এক মুহূৰ্ততে উৰিষ্যাৰ বংগোপসাগৰৰ সমুদ্ৰ গৰ্ভত আয়োজন কৰা তৈল অনুসন্ধানৰ নতুন প্ৰকল্পলৈ বদলিৰ নিৰ্দেশ আহিল। নতুনত্বই সদায়ে মোক আকৰ্ষণ কৰে, তাতে আকৌ হাত চাউনি দি অহৰহ আহ্বান জনোৱা তৰংগায়িত সুনীল সমুদ্ৰ— মন নাচি উঠিল। ১৯৭৯ চনৰ জুন মাহৰপৰা ১৯৮৪ চনৰ অক্টোবৰলৈ চাকৰিৰ তাগিদাত উৰিষ্যাৰ ৰাজধানী ভুবনেশ্বৰ চহৰ আৰু সমুদ্ৰতীৰবৰ্তী পাৰাদ্বীপ বন্দৰত আছিলোঁ। দেশী বিদেশী অনেক চৰিত্ৰ আৰু বিচিত্ৰ পৰিবেশৰ স্পৰ্শত ধীৰে ধীৰে মনৰ মাজত জীপাল হৈ উঠিল সৃষ্টিৰ তাগিদা। ১৯৮৬ ত মই পুনৰ হাতত কলম তুলি লবলৈ বাধ্য হ'লো। স্মৃতিৰ পটৰপৰা তুলি আনিলো— কোনো দিনে হয়তো দেখাৰ সম্ভাৱনা নথকা অনেক চিনাকি-অচিনাকি, স্পষ্ট-অস্পষ্ট মুখ, সমুদ্ৰৰ বিশালতা আৰু গৰ্জন, অথবা শিমলিপালৰ গভীৰ অৰণ্যৰ নিৰ্জনতা।

কৃতজ্ঞতা :

*'অনুৰাধাৰ দেশ'* হয়তো মোৰ মনৰ ভিতৰত উকমুকাই থকা এটা মাত্ৰ অপ্ৰকাশিত তাগিদা হৈ ৰ'লহেঁতেন যদিহে *'প্ৰান্তিক'*ৰ সম্পাদক প্ৰদীপদা (প্ৰদীপ বৰুৱা) আৰু মুখ্য সম্পাদক শইকীয়া ছাৰে (ভবেন্দ্ৰনাথ শইকীয়া) পাহৰিব নোৱাৰা উপদেশ আৰু পৰামৰ্শ আগবঢ়াই মোৰ অভিজ্ঞতাক উপন্যাস ৰূপ দিয়াৰ বাবে উৎসাহ নজগালেহেঁতেন। প্ৰান্তিক কৰ্তৃপক্ষ, প্ৰদীপদা আৰু শইকীয়া ছাৰৰ ওচৰত মই তাৰ বাবে আজীৱন কৃতজ্ঞ হৈ ৰ'ম।

১৯৮৬ চনতে আৰম্ভ কৰা ' *অনুৰাধাৰ দেশ* 'সম্পূৰ্ণ কৰিবলৈ মোক বাধ্য কৰালে *'প্ৰান্তিক'*ত ধাৰাবাহিকভাৱে প্ৰকাশ হৈ থকাৰ সময়ত অসমৰ বিভিন্ন প্ৰান্তৰপৰা চিঠিৰে কঢ়িয়াই অনা মোৰ অলেখ প্ৰিয় পঢ়ুৱৈৰ মৰমৰ দাবীয়ে ; চিনাকি-অচিনাকি

মোৰ সেই বন্ধু-বান্ধৱীক মই কিদৰে কৃতজ্ঞতা জনাওঁ ?

উপন্যাসখনৰ বাবে সমল সংগ্ৰহত বিভিন্ন সময়ত সহায়-সহযোগ আগবঢ়োৱা চৰিফুল ইচলাম, অৱনী বৰুৱা, ড০ জগদীশ মহন্তৰ কথায়েইবা মই এই মুহূৰ্তত কিদৰে পাহৰো !

বাৰে বাৰে থমকি ৰ'ব খোজা কলম জোৰকৈ হাতত তুলি দিয়াৰ বাবে মোৰ অনুৰাগী পাঠিকা (পিছলৈ পত্নী) অসীমাৰ প্ৰেৰণাৰ কথা উল্লেখ নকৰিলোৱেইবা ।

শেষত মোৰ প্ৰিয় পঢ়ুৱৈৰ ওচৰত 'a personal, a direct impression of life – এই '*অনুৰাধাৰ দেশ*' ।

দেৱচৌধুৰী

দুলীয়াজান
১. ১১. ৮৮

## দ্বিতীয় মুদ্ৰণ প্ৰসংগত

মই মোৰ উপন্যাসত মানুহৰ হৃদয়ৰ কথা লিখিব খোজোঁ আৰু বাৰে বাৰে নতুনকৈ আৱিষ্কাৰ কৰিব বিচাৰো হৃদয় ভৰি থকা প্ৰেম, মৰ্যাদাবোধ, স্নেহ-মমতা, আত্মসন্মান আৰু আত্মত্যাগ আদি পুৰণি সত্যবোৰ ।

মই বিজ্ঞানৰ মানুহ । সেয়েহে এই কথা মই পৰিষ্কাৰভাৱে জানো যে বিজ্ঞানৰ জৰিয়তে আহৰণ কৰা শক্তিৰে মানুহে চকুৰ নিমিষতে পৃথিৱীৰ সকলো মানুহকে নিঃচিহ্ন কৰি দি এই প্ৰিয় পৃথিৱী মৰুময় কৰি তুলিব পাৰে ।

মই সাহিত্যৰো মানুহ । সেইবাবেই মই গভীৰভাৱে বিশ্বাস কৰো যে বিজ্ঞানে আনি দিয়া এই অপৰাজেয় বিপদজনক শক্তি আহৰণৰ পিছতো মানুহ জীয়াই থাকিব প্ৰচণ্ড সফলতাৰে, আৰু এয়া সম্ভৱ হব মানুহৰ হৃদয় ভৰি থকা সেই পুৰণি সত্যবোৰৰ বাবে ।

'*অনুৰাধাৰ দেশ*' মোৰ মানুহৰ হৃদয়ৰ গভীৰলৈ সেই বিশ্বব্যাপ্ত সত্যৰ সন্ধানত প্ৰথম অভিযান । এই উপন্যাসৰ প্ৰতি পঢ়ুৱৈৰ অন্তৰংগ সঁহাৰিয়ে প্ৰমাণ কৰিলে যে মানুহৰ হৃদয়ৰ কোনোবাখিনিত এতিয়াও সেই আত্মাৰ অস্তিত্ব আছে । যি প্ৰেম, মমতা আৰু ত্যাগেৰে ভৰপূৰ । পঢ়ুৱৈৰ এই সঁহাৰিৰ প্ৰতি সন্মান জনাই '*অনুৰাধাৰ দেশ*'ৰ দ্বিতীয় মুদ্ৰণ তেওঁলোকলৈ বিনম্ৰভাৱে আগবঢ়ালো ।



"অনুৰাধাৰ কোনো দেশ নাই ; অনুৰাধা এই পৃথিৱীৰ নাৰী ।" উপন্যাসখনৰ এই অন্তিম শাৰীৰ সত্যতা প্ৰমাণ কৰিবৰ বাবেই যেন অসমৰ ভৌগোলিক পৰিসীমা অতিক্ৰম কৰি ইতিমধ্যে অনুৰাধাই দেশ আৰু বিদেশলৈ ঢাপলি মেলিছে । ভুৱনেশ্বৰৰ শ্ৰীমতী সুকৃতি তনয়া স্যামন্তৰয়ে '*অনুৰাধাৰ দেশ*' উপন্যাসখন উড়িয়া ভাষালৈ অনুবাদ কৰি কটকৰপৰা প্ৰকাশিত আলোচনী এখনত ধাৰাবাহিকভাৱে ছপোৱাৰ ব্যৱস্থা কৰিছে । সুকৃতিৰ এই নিজাববীয়া উদ্যোগৰ বাবে তেওঁলৈ এই সুযোগতে মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ ।

সুদূৰ কানাডা নিবাসী অসমীয়াপ্ৰেমী কিছু উদ্যোগী অসমীয়া লোকৰ প্ৰচেষ্টাত প্ৰকাশিত আলোচনী এখনতো খণ্ড খণ্ডকৈ '*অনুৰাধাৰ দেশ*' প্ৰকাশৰ কাম হাতত লোৱা হৈছে । কেলগেৰী নিবাসী হেমন্তকুমাৰ শৰ্মাৰ এই প্ৰয়াসে মোক সঁচাকৈয়ে মুগ্ধ কৰিছে ।

শেষত উপন্যাসখন প্ৰকাশ কৰি পঢ়ুৱৈৰ হাতত তুলি দিয়াৰ বাবে অসমৰ আগশাৰীৰ প্ৰকাশক 'বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড'লৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ ।

দুলীয়াজান

ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী

## তৃতীয় মুদ্ৰণ প্ৰসংগত

সততাই যে এতিয়াও মানুহৰ হৃদয় স্পৰ্শ কৰে, সেই উপলব্ধি পুনৰ নতুনকৈ মোৰ বাবে কঢ়িয়াই আনিলে '*অনুৰাধাৰ দেশ*'ৰ প্ৰতি পঢ়ুৱৈৰ অন্তৰংগ সঁহাৰিয়ে । এতিয়া পৰম বিশ্বাসেৰে মই কব পাৰো যে মানুহৰ শৰীৰৰ কোনো সংবেদী কোষপুঞ্জ অথবা স্নায়ুতন্ত্ৰৰ মাজত এতিয়াও প্ৰেম, আত্ম-ত্যাগ আদি সত্যবোৰ নিহিত হৈ আছে । মোৰ অনুভৱৰ আঙুলি মনৰ গভীৰলৈ ধীৰে ধীৰে প্ৰসাৰিত কৰি মই সেই কোষপুঞ্জ অথবা স্নায়ুতন্ত্ৰ স্পৰ্শ কৰিব খোজোঁ ; তাৰ মাজত নিহতি হৈ থকা প্ৰেম আৰু সততাৰ সুবাস উলিয়াই আনি মই প্ৰদুষিত পৃথিৱীত অকৃপণভাৱে বিয়পাই দিব খোজোঁ । আন্তৰিক কৃতজ্ঞতাৰে মই স্বীকাৰ কৰো যে এই সুষম আৰু মন্থৰ প্ৰক্ৰিয়াৰ প্ৰতি মোৰ আস্থা অটুট ৰখাৰ ক্ষেত্ৰত পঢ়ুৱৈৰ বিপুল সঁহাৰিয়ে মোক বিশেষভাৱে প্ৰেৰণা যোগাইছে । পঢ়ুৱৈৰ বিচাৰবোধক সন্মানিত কৰি অসম সাহিত্য

সভাইও *'অনুৰাধাৰ দেশ'*ৰ বাবে লেখকক বিষ্ণু ৰাভা বঁটা প্ৰদানৰ সিদ্ধান্ত ঘোষণা কৰিছে । আশা কৰিছোঁ এই বঁটা প্ৰেম, সত্য আৰু বিবেকৰ প্ৰতি দায়িত্ববোধ সম্পৰ্কে মোক সদা-সচেতন কৰি ৰখাত সহায়ক হব ।

* * *

উৰিষ্যাৰ চিল্কা হ্ৰদৰ পাৰে পাৰে ৰেলেৰে মাদ্ৰাজলৈ যাওঁতে অসমৰ আগশাৰীৰ কবি শ্বৰীফা খাতুন চৌধুৰীৰ মনলৈ আহিছিল *'অনুৰাধাৰ দেশ'*ৰ মূল চৰিত্ৰ অনুৰাধাৰ কথা আৰু তাৰেই ফলশ্ৰুতি এটা অনুপম কবিতা *"অনুৰাধা –অনুৰূপা অনুৰাধা"* । শ্বৰীফাৰ সেই অপূৰ্ব সৃষ্টি এই মুদ্ৰণৰ অলংকৰণ হিচাবে ব্যৱহাৰ কৰিবলৈ পাই মই ধন্য মানিছো । শ্বৰীফা, তাৰ বাবে তোমাক কি বুলি জনাম কৃতজ্ঞতা ?

* * *

*'অনুৰাধাৰ দেশ'* উপন্যাসখনক লৈ লিখা কেবাটাও কবিতা বিভিন্ন কাকত-আলোচনীত চকুত পৰিছিল । থাওকতে পোৱা ৰাবিয়া খাতুনৰ এটা কবিতা কৃতজ্ঞতাৰে এই মুদ্ৰণত উদ্ধৃত কৰিলো ।

*'অনুৰাধাৰ দেশ'*ৰ প্ৰিয় পঢ়ুৱৈক মই জনাবলৈ পাই সুখী হৈছো যে অসমীয়াৰ উপৰিও ইংৰাজী, বঙালী, হিন্দী আৰু নেপালী ভাষাত বিশেষকৈ অনুবাদ সাহিত্যৰ জড়িয়তে বিশেষ খ্যাতি লাভ কৰা শ্ৰীবন্তি কাকতিয়ে *'অনুৰাধাৰ দেশ'* হিন্দীলৈ অনুবাদ কৰাৰ কামত বৰ্তমান ব্যস্ত আছে । তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা এই সুযোগতে মই জ্ঞাপন কৰিলোঁ ।

* * *

শেষত খুব কম সময়ৰ ভিতৰতে তৃতীয় মুদ্ৰণৰ বাবে আগবাঢ়ি অহা খ্যাতনামা প্ৰকাশক 'বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড'লৈ কৃতজ্ঞতা জনাই *'অনুৰাধাৰ দেশ'*ৰ এই তৃতীয় মুদ্ৰণ পঢ়ুৱৈৰ হাতত শ্ৰদ্ধাৰে অৰ্পণ কৰিলো ।

দুলীয়াজান — ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰী





## অনুভৱৰ সূচী





## অনুৰাধা— অনুৰূপা অনুৰাধা

বিষাদনীল পোছাক পিন্ধি চিল্কা সৰোবৰৰ উপকূলত অনুৰাধা
কি বিষণ্ণ
কি সুন্দৰ
তাল-তমাল বনৰ মাজতো সেই অনুৰাধা
ডিঙিত জলমল্ প্ৰাচীন প্ৰেমৰ মুকুতা হাৰ
যেন
ঝাওবনৰ সেউজীয়াত আলফুলে থহাই থ'লে তেওঁৰ বুকুৰ আঁচল
চকুলোৰ অনুপমা নদীৰ দৰে নিষ্কলুষ, সুন্দৰ
কোনো প্ৰেমময়ী নাৰীৰ উদং বক্ষৰ দৰেই
অনুপমাৰ নিষ্পাপ যৌৱন

ক্ৰমে
স্মিত হৈ আহিছে পোহৰ
যেন
খেজুৰ বনৰ মাজত নিলীমাত আউজি মেলি দিছে বাদামী ৰঙৰ চুলি
কুঁৱলীৰ দাপোণত জিলিকি উঠিছে
প্ৰেম আৰু
বিশ্বাসৰ নিটুল ভাস্কৰ্য্য

ইমান মায়াময়
অমৃতময় ইমান
যেন
ক'ৰবাত বেহেলা বাজিছে
ধূপৰ সুৰভিৰ দৰে বিয়পি পৰিছে সেই সৌন্দৰ্য্যৰ অমল জোনাক

ছাঁ আৰু পোহৰৰ মাজেৰে
বৰষুণ হৈ নামিছে সন্ধিয়া
এতিয়া আকাশৰ নিজানত মাথো এটি তৰা
হয়তো হবও পাৰে সেয়া
অনুৰাধাৰ বুকুৰ উদ্যানত ফুলি উঠা এপাহি প্ৰাৰ্থনাৰ আজলি ফুল
হয়তোবা
অপেক্ষাত তলময় সেয়া
তেওঁৰে নিৰ্মল চকুৰ আকুতি— হয়তো হবও পাৰে
কিন্তু
অনুৰাধা যে কেৱল অনুৰাধা
অনুৰূপা অনুৰাধা



(ৰেলেৰে চিল্কা হ্ৰদৰ পাৰে পাৰে মাদ্ৰাজলৈ যাওঁতে লিখা)

শৰীফা খাতুন চৌধুৰী

# অনুৰাধাৰ কোনো দেশ নাই

*অনুৰাধাৰ কোনো দেশ নাই*
*মানুহৰ কাৰণে সজা পৃথিৱীৰ*
*অনুৰাধা শ্ৰীময়ী নাৰী*

*মানুহৰ যন্ত্ৰণা লৈ*
*অনুৰাধাই বিলাই দিয়ে হাঁহি*
*মানুহৰ দুখ লৈ বজায় সুখৰ বাঁহী,*
*সীমা ভাঙি অসীমালৈকে*
*অনুৰাধা জুৰি থাকে ভালপোৱা হৈ।*

*যি মানুহক আকাশে চিনিলে*
*যি মানুহক সূৰুযে ঢাকিলে*
*সেই মানুহৰ কাৰণে*
*অনুৰাধা বাচি থাকে*
*মানৱীয় মহতী কোষত*
*অনুৰাধাই গান গায়*
*সেউজীয়া হৰিৰ ঘৰত*
*অনুৰাধা সকলোৰে মাতৃ*
*অনুৰাধা গৰিয়সী জননী*
*তুমি বাৰু চিনিলা নে তেওঁক*
*যি কেৱল মানুহৰ কাৰণে*
*অবিৰত বিশ্বাস বহন কৰি*
*ঢালি দিয়ে অকপট প্ৰেম*
*কিম্বা অলিংগন সুখ,*
*আছে নে তোমাৰো বাৰু*
*তেওঁৰ দৰে নদী, গছ*
*আৰু জীৱনৰ স'তে স্পৰ্শ*
*কিম্বা হৃদয় জুৰি ভালপোৱা থোক।*



ৰাবিয়া খাতুন



# 'অনুৰাধাৰ দেশ'লৈ আমন্ত্ৰণ

ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ '*অনুৰাধাৰ দেশ*'ৰ অৰুণাভে লগ পোৱা অনুৰাধা সাহা নামৰ প্ৰাণচাঞ্চল্য উদ্দীপ্তকাৰিণী গাভৰুগৰাকীৰ হাতত ধৰি মন্দিৰৰ দেশ উৰিষ্যাত সোমাব খুজিছো।

ৰ'ব, আপুনি বিভিন্ন ঠাই ঘূৰাৰ আগতে আমাৰ অনুৰাধাৰ ওচৰতে অকণমান বহকচোন। উপভোগ কৰক মন্দিৰৰ গাত খোদিত কৰা শিলৰ মূৰ্তিৰ সৌন্দৰ্য। প্ৰায়ভাগেই নাৰী মূৰ্তি। শৰীৰৰ প্ৰতিটো অংগ যেন নিখুঁত হাতেৰে খোদিত যৌৱন —সৌন্দৰ্যৰ অনন্ত সম্ভাৰ। সেই লাৱণ্যময়ী নাৰীৰ কমনীয় মুখত ফুটি উঠা যৌৱনশ্ৰীয়ে যুগে যুগে পাষাণী ৰূপত বহন কৰি আহিছে প্ৰেম-পিয়াসী মানুহৰ চিৰন্তন আকাংখা।

মন্দিৰৰ পাছফালে খোদিত বিভিন্ন ভংগীমাৰ অপ্সৰা মূৰ্তিৰ সন্মুখত মই অনুৰাধাৰ স'তে থিয় হৈ ৰ'লো— নিঃশব্দে। মন্দিৰৰ ভিতৰৰপৰা বাৰে বাৰে ভাঁহি আহিল পবিত্ৰ ঘণ্টাধ্বনি। অনুৰাধাৰ পাতল বাদামী চুলি বতাহত কঁপিছে। বতাহত উৰি অহা শাৰীৰ আঁচলে হঠাৎ মোক একোবাৰ স্পৰ্শ কৰিছে।

গছৰ ডালত ধৰি প্ৰিয়জনৰ কাৰণে আকুল আগ্ৰহেৰে অপেক্ষাৰত অপ্সৰা মূৰ্তি এটাৰ সন্মুখত মই ৰ'লো। মূৰ্তিৰ সমগ্ৰ শৰীৰত নিখুঁত যৌৱনশ্ৰী। খোলা চুলি পৰি আছে অনাবৃত কান্ধত। স্ফুৰিত ওঁঠত যেন নিঃশব্দ আহ্বান। স্বচ্ছ উত্তৰীয়ৰ আৱৰণ ভেদি উদ্ভাসিত হৈ উঠিছে সেই দেৱলোকৰ নাৰীৰ পীনোন্নত বক্ষ। অনুৰাধাৰ মুখলৈ নোচোৱাকৈ মই অনুৰাধাক ক'লো— "তোমাৰ দৰে লাগিছে।"

ৰিপুঞ্জয় গগৈ

*[ এই সুযোগতে যিসকল সমালোচক আৰু পঢ়ুৱৈয়ে 'অনুৰাধাৰ দেশ'ৰ ওপৰত তেওঁলোকৰ মতামত আগবঢ়াই মোক আত্মবিশ্বাস অৰ্জনত সহায় কৰিলে, তেওঁলোকলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। ]*

— দেৱচৌধুৰী

## অনুৰাধাৰ দেশ সমালোচক আৰু পঢ়ুৱৈ

(১)

**নলিনীধৰ ভট্টাচাৰ্য্য।**

**আৱাহন, এপ্ৰিল-জুন-৯০**

আধুনিক যন্ত্ৰ-যুগৰ অৰণ্যত মানুহ পুৰণি জগতখন বা অতিপ্ৰাকৃতিক বিশ্বাসৰ পৰা ক্ৰমাৎ আঁতৰি আহিছে আৰু এই শূন্যতা পূৰাবলৈ এবিধ নতুন নৈতিকতাৰ প্ৰয়োজন হৈছে। তেনে নৈতিকতাৰ পোহৰত প্ৰেম হব জীৱনৰ সুস্থ প্ৰকাশ। হৃদয়ৰ মাটিত গজা এপাহি সুগন্ধি ফুল। 'অনুৰাধাৰ দেশ'ত লেখকৰ ঘাই প্ৰসঙ্গ এইটোৱেই। প্ৰসঙ্গক উজ্জ্বল কৰি তুলিছে এটি মানৱীয় দৃষ্টিকোণে। তেওঁৰ ভাষাত ফুটি উঠিছে হৃদয়ৰ সঙ্গীত। উপন্যাসৰ ভাষাক এই সুৰৰ মোহনীয়ে অপূৰ্ব শ্ৰী দান কৰিছে।

'পদুম কুঁৱৰী'ৰ দিনৰে পৰা প্ৰেমৰ পৰীক্ষা অসমীয়া উপন্যাসত হৈছে যদিও, সেইবোৰৰ বেছিভাগেই প্ৰাচীন নৈতিকতাৰ দিশটোতে আৱদ্ধ। ইয়াৰ ব্যতিক্ৰম নিশ্চয় আছে। যিবোৰ আচৰণক সাধাৰণতে ভ্ৰষ্টতা বুলি আখ্যা দিয়া যায়, তেনে ভ্ৰষ্টতাৰ জটিল আৱৰ্ত্তত মানৱীৰ তাৎপৰ্য্যপূৰ্ণ প্ৰেমৰ ছবি আঁকিবলৈ বহুতেই যত্ন কৰিছে। ফণীন্দ্ৰকুমাৰৰ 'অনুৰাধাৰ দেশ' এই ধাৰাৰ এক সাৰ্থক প্ৰচেষ্টা।...ব্যক্তিৰ অন্তৰ্জীৱন, অন্তৰ্দ্বন্দ আৰু উত্তৰণৰ কলাসুলভ চিত্ৰ হিচাপে উপন্যাসখনৰ স্বকীয়তা নিশ্চয় আছে। পুথিখনিৰ ৰচনাশৈলীত জীৱনৰ স্পৰ্শ অনুভৱ হয়।.. ব্যক্তিগত জীৱন-মন্থনত উঠি অহা অমৃত আৰু গৰলৰ চিত্ৰ সম্বলিত ভাষাই উপন্যাসখনক ৰসোত্তীৰ্ণ কৰিছে।

(২)

**গোবিন্দ প্ৰসাদ শৰ্মা**

**সূত্ৰধাৰ, মাৰ্চ, ৯২**

**আৰু জুন, '৯১**

'অনুৰাধাৰ দেশ' মানৱতাবাদক বিষয়-বস্তু হিচাপে লোৱা এখন সাৰ্থক উপন্যাস। পৰম্পৰাগত এটি কাহিনীৰ মাজেদি মানুহ যে জাতি-দেশ-ভাষাৰ উৰ্দ্ধত, মানুহৰ প্ৰকৃত পৰিচয় যে ইউৰোপীয়, ভাৰতীয়, উড়িয়া, অসমীয়াৰো ওপৰত কেৱল মানুহ হিচাপেই—এই মানৱতাবাদী বাণী ইয়াত এটি অতি আকৰ্ষণীয় কাহিনীৰ মাজেদি সুন্দৰকৈ তুলি ধৰা হৈছে। লেখকৰ ভাষা সৰল অথচ আবেদনশীল; কাহিনীকথন পৰম্পৰাগত অথচ হৃদয়গ্ৰাহী আৰু বুদ্ধিদীপ্ত।

* * *

আদিৰ পৰা অন্তলৈ সমানে মনোগ্ৰাহীকৈ বৰ্ণনা কৰা কাহিনীটি এই উপন্যাসৰ প্ৰধান বৈশিষ্ট্য। কাহিনীৰ অগতানুগতিকতা, অপৰিচিত পটভূমিৰ ইংগিতধৰ্মী কুশলীচিত্ৰণ, চৰিত্ৰ সমূহৰ আমোদজনক কথোপকথন, লেখকৰ হৃদয়স্পৰ্শী ভাষা—এইবোৰেই কাহিনীৰ মনোগ্ৰাহিতাৰ কাৰণ।

প্ৰধানত: ই অৱশ্যে এটা সাধাৰণ প্ৰেমৰ কাহিনীয়েই। সৰহভাগ অসমীয়া উপন্যাসৰ উপজীব্য যি প্ৰেম তালৈ চালে এই উপন্যাসৰ কাহিনীৰ প্ৰেম অৱশ্যে কিছু ভিন্ন প্ৰকৃতিৰ; ই অন্তত: সাধাৰণ ৰোমাণ্টিক প্ৰেম নহয়। আনহাতে এই প্ৰধান প্ৰেমৰ কাহিনীৰ লগৰ অন্য আৰু দুটি যি উপকাহিনী ইয়াত আছে, সেই দুটিও অগতানুগতিক। দৰাচলতে এই তিনিওটা উপকাহিনীয়েই প্ৰেমৰ হৈয়ো সাধাৰণ আৱেগ-অনুভূতিৰ মাথোন প্ৰেমৰ কাহিনী নহয়। আৱেগিক ভাষাৰে ৰচিত ভাৱ অনুভূতিৰ কাহিনী হৈয়ো, ই সাধাৰণ ৰোমাণ্টিক কাহিনী নহয়। সাধাৰণ ৰোমাণ্টিক কাহিনীৰ পৰ্য্যায় ই উত্তৰণ কৰিছে; আৰু তাতেই ধৰা পৰিছে ইয়াৰ মূল্য।

সমগ্ৰ ভাৰতৰ আৰু বিশেষকৈ অসমৰ বৰ্ত্তমান পৰিস্থিতিত এই উপন্যাসৰ আৰু এক সুকীয়া মূল্য আছে। বিচ্ছিন্নতাবাদ, আঞ্চলিকতাবাদ আদিৰ নামত বিভিন্ন আন্দোলন গঢ়ি উঠা সময়ত এতিয়া নৰহত্যাকে আদি কৰি হিংসাত্মক কাৰ্য্যৰ যি বিভীষিকা, তাৰ বিপৰীতে এই উপন্যাসৰ মানৱতাবোধৰ বাণী অতি আদৰণীয়। এই ক্ষেত্ৰত স্মৰণযোগ্য যে ভাৰতত আৰু বিশ্বৰ বিভিন্ন প্ৰান্ততো জাতীয়তাবাদী আন্দোলনৰ নামত সংঘটিত হোৱা হিংসাত্মক কাৰ্য্যই মানৱতাকে যেতিয়া কৰিছিল বিপন্ন, তেতিয়া ৰবীন্দ্ৰনাথেও দোহাৰিবলগীয়া হৈছিল এই কথা যে জাতীয়তাতকৈ মানৱতা বহুতো ওপৰত।

(৩)

**যোগেশ দাস**

**'সোণজুৰি'**

**অসম সাহিত্য সভাৰ**

**গোৰেশ্বৰ অধিৱেশনৰ স্মৃতিগ্ৰন্থ**

আধুনিক নগৰীয়া জীৱনৰ (আন) এক জটিল দিশ দাঙি ধৰিছে ফণীন্দ্ৰ দেৱ চৌধুৰীয়ে তেওঁৰ 'অনুৰাধাৰ দেশ' উপন্যাসত। ইয়াৰ পটভূমি অসমৰ

বাহিৰৰ উৰিষ্যা প্ৰাচিন মঠ মন্দিৰৰ দেশ, তদুপৰি তাৰ নায়ক পাৰাদ্বীপৰ সাগৰীয় তেল আহৰণৰ যান্ত্ৰিক আৰু বৈজ্ঞানিক উদ্যোগৰ লগত জড়িত। অকল এই কাৰণেই ই উল্লেখযোগ্য নহয়। অনুৰাধা নামে ভূৱনেশ্বৰৰ স্থানীয় বঙালী ছোৱালী এজনীৰ লগত নায়কৰ জটিলতাপূৰ্ণ সম্পৰ্কৰ কাৰণেও উপন্যাস খনৰ এটা গুৰুত্ব আছে। সাগৰত স্থাপিত বিদেশী ৰিগত কাম কৰাৰ ফলত আন্তঃৰাষ্ট্ৰীয় সম্বন্ধ এটাও জকাইচুকীয়া অসমৰ সৈতে ঘটিছে।

আনহাতে অনুৰাধা দ্বিধা দ্বন্দ্বৰ পৰা সম্পূৰ্ণ মুক্ত এখন নতুন বিশ্বৰ প্ৰতিনিধি। আকস্মিকভাৱে এক অবাঞ্চিত যৌন সংসৰ্গত লিপ্ত হৈ পৰা নায়কে উক্ত মুক্ত জগতৰ প্ৰতিনিধি ছোৱালীজনীৰ লগত গুচি গৈ তাৰ পৰা উদ্ধাৰ হোৱাৰ চেষ্টা কৰিছে। সুখপাঠ্য ঘটনাৰাজি সৃষ্টি কৰি দেৱচৌধুৰীয়ে আধুনিক জীৱনৰ এটা জটিল অধ্যায় তেনে এটা উপযুক্ত পৰিৱেশত দাঙি ধৰিবলৈ সক্ষম হৈছে।

(৪)

**উৎপল দত্ত :**
**অধিনায়ক, অক্টোবৰ, ৮৯**

কেইবাটাও কাৰণত এই উপন্যাসখন অসমীয়া সাহিত্যৰ এখন উল্লেখযোগ্য উপন্যাস বুলি বিবেচিত হব লাগে আৰু এই কাৰণবোৰৰ সৰ্বপ্ৰথম কাৰণটো হ'ল উপন্যসসখনৰ পাতে পাতে প্ৰকাশিত হোৱা প্ৰাণস্পন্দন।

'অনুৰাধাৰ দেশ'ত প্ৰকাশিত প্ৰতিটো অভিজ্ঞতাই জীৱন্ত আৰু এই জীৱন আমাৰ তথাকথিত সাহিত্যিক প্ৰতিভাৰ নমুনা নহয়। এই অভিজ্ঞতা যেন লেখকৰ দেহ আৰু মনৰ একোটা অংগহে। অসমীয়া সাহিত্যত এনে অভিজ্ঞতা সঁচাকৈয়ে বৰ বিৰল।

(৫)

**ৰবীন্দ্ৰ বৰা :**
**অসম বাণী, বিশেষ শাৰদীয় সংখ্যা, ৯১**

দেৱচৌধুৰীৰ অনুপম উপন্যাস 'অনুৰাধাৰ দেশ' সাম্প্ৰতিক অসমীয়া উপন্যাস সাহিত্যৰ ধাৰালৈ এক অভিনৱ সংযোজন।

(৬)

**প্ৰদীপ বৰুৱা :**
**(সম্পাদক, প্ৰান্তিক)**

'অনুৰাধাৰ দেশ' সঁচাকৈয়ে অসমীয়া সাহিত্যলৈ এক সাৰ্থক অৱিহনা।

(৭)

**OIL NEWS:**
**1990**

Perhaps 'Anuradhar Desh' can claim to be the first fictional attempt made in any Indian regional language, based on exciting offshore experiences of oil exploration.

(৮)

**ৰবেন্দ্ৰ কুমাৰ দাস :**
**উপপ্ৰতি সমাহৰ্ত্তা, গোলাঘাট**

আমি লেখক—অৰুণাভৰ জীৱন সম্পৰ্কীয় গভীৰতাত মুগ্ধ। গোটেই উপন্যাসৰ নামটোৱেই হেনো মূল সৌন্দৰ্য্য বুলি এজনে মোক কৈছিল। সন্দেহ নাই। কিন্তু মই আকৰ্ষিত গভীৰ জিজ্ঞাসাবোধ, জীৱন আৰু সত্যৰ প্ৰতি লেখকৰ বিস্তৃত ধাৰণা আৰু জ্ঞানৰ আদৰ্শত। ইমান গভীৰতালৈ সোমাই গৈ গৈ আছে— যেন পাৰাদ্বীপৰ সমুদ্ৰৰ গভীৰৰ পৰা গভীৰতৰলৈ। কবই লাগিব 'অনুৰাধাৰ দেশ' অনন্য। বঙালী ভাষাত যদি Insect ৰ Biological Control ৰ ওপৰতেই লেখকে মনোৰম উপন্যাস লিখিব পাৰে, আমিও গৌৰৱেৰে আঙুলিয়াই দিব পাৰো পাৰাদ্বীপৰ ৰিগবিলাকক লৈ লিখা এই উপন্যাসলৈ।

(৯)

**কবিতাৰাণী দাস :**
**নগাঁও**

'অনুৰাধাৰ দেশ' পঢ়ি যি অনিৰ্বচনীয় আনন্দ লাভ কৰিলো সেয়া মাথোঁ অনুভৱৰহে বস্তু। অসমীয়া উপন্যাসত অভিজ্ঞতাৰ বৈচিত্ৰ আৰু গভীৰতাৰ অভাৱ বুলি সততে শুনি অহা অভিযোগ 'অনুৰাধাৰ দেশে' খণ্ডন কৰিব পাৰিছে। ঘাইকৈ অসমৰ বাহিৰৰ পটভূমিত ৰচিত উপন্যাসখনিৰ মনোৰম কথন-ভঙ্গী আৰু চৰিত্ৰ-উপযোগী সংলাপে আমাৰ মন চুই যাব পাৰিছে।

মানৱ-হৃদয়ৰ মহত্ব প্ৰকাশ কৰা এই উপন্যাসখনিৰ গভীৰ ব্যঞ্জনাদীপ্ত ভাষাই সততে আমাৰ হৃদয়-তন্ত্ৰী কঁপাই ৰাখে। 'অনুৰাধাৰ দেশ' আমাৰ মনৰ মণিকোঠাত কাৰুণ্যৰে উজ্জ্বল স্মৃতিৰ দৰেই সজীৱ হৈ থাকিব।

(১০)

**ৰাতুল দাস :**
**সৰভোগ**

আমাৰ হৃদয়-বন্দৰত থমকি ৰ'ব 'অনুৰাধাৰ দেশ' চিৰদিনৰ বাবে।

(১১)

**অলকানন্দ কাকতি :**
**ভূৱনেশ্বৰ**

সাধাৰণতে দেখা যায় যে আমাৰ বেছিভাগ অসমীয়া গল্প-উপন্যাসৰ কাহিনীৰ পৰিসৰ অতি কম। কিন্তু 'অনুৰাধাৰ দেশে' অসম আৰু উৰিষ্যাৰ উপৰিও আন্দামান-নিকোবৰ আৰু কলিকতাক সামৰি লৈছে। উপন্যাসখনত ভূৱনেশ্বৰ আৰু পাৰাদ্বীপৰ বিষয়ে শুদ্ধ আৰু সাৱলীল বৰ্ণনা পঢ়িবলৈ পাই মই আৰু মোৰ উৰিষ্যাত পঢ়ি থকা বন্ধুসকল মুগ্ধ হৈছো।

(১২)

**ৰূপৰেখা গোস্বামী :**
**উত্তৰ লক্ষীমপুৰ**

দৈনন্দিন জীৱনত সহজে লগ নাপালেও আমাৰ, আমাৰ মানে মোৰ দৰে কোনোবা কোনোবাৰ মানসিক জগতখনত সংগোপনে জীয়াই থাকে অনুৰাধা, অৰুণাভ, ডেনিছ বা অৰুণিমা বাইদেউৰ দৰে কিছুমান চৰিত্ৰ। তেনে চৰিত্ৰ সমূহৰ অবাধ বিচৰণেই হয়তো 'অনুৰাধাৰ দেশ'ৰ প্ৰতি আনি দিছে এক আত্মীয়তাৰ উপলব্ধি।

(১৩)

**অমলেশ চৌধুৰী :**
**নলবাৰী**

'অনুৰাধাৰ দেশ' পঢ়ি সঁচাকৈয়ে বিমোহিত আৰু অভিভূত হৈছো।

(১৪)

**এজন অসমীয়া পাঠক :**
**যোৰহাট**

'অনুৰাধাৰ দেশ' পঢ়িছো। বৰ ভাল লাগিছে। অভিভূত হৈছো।

(১৫)

**দুলাল চন্দ্ৰ মিশ্ৰ :**
**বৰপেটা ৰোড**

সাহিত্যিক দৃষ্টিকোণৰ পৰা 'অনুৰাধাৰ দেশ'ৰ আলোচনা সাহিত্য-সমালোচক সকলোলৈ থলো। ভূৱনেশ্বৰ চহৰ আৰু পাৰাদ্বীপৰ পটভূমিত অৰুণাভ, অনুৰাধা, মিঃমেহৰা, ডেনিছ, মিছেছ ডালভি, ৰূপালী, নীৰেন দত্ত, অৰ্জুন মামা ইত্যাদি বিভিন্ন চৰিত্ৰৰ সমাৱেশেৰে সঁচাকৈয়ে ই এখন বিস্ময়কৰ উপন্যাস। এই উপন্যাসখন চেলুলয়েডৰ মাধ্যমেৰে প্ৰকাশ কৰিলে অতি সুন্দৰ ছবি এখন হব বুলি আমাৰ বিশ্বাস।

(১৬)

**উষাৰাণী দেৱী, অঞ্জলী মহন্ত :**
**ৰঙিয়া :**

সাগৰত তেল অনুসন্ধানৰ বিষয়বস্তুক উপন্যাসখনত উপস্থাপন কৰি এটা নতুন বিষয় জনাত উপন্যাসখনে আমাক সহায় কৰিলে।

(১৭)

**নৰেন্দ্ৰ শৰ্মা :**
**বকো**

মানৱীয় অনুভূতিৰ সূক্ষ্ম বিশ্লেষণ, সাৱলীল প্ৰকাশভঙ্গী উপন্যাসখনিৰ মূল বৈশিষ্ট্য।

(১৮)

**পৱিত্ৰ কুমাৰ চহৰীয়া :**
**দৰং**

'অনুৰাধাৰ দেশ' এখন সঁচাকৈয়ে অনুপম উপন্যাস। মাত্ৰ উপন্যাসৰ

এঠাইত উল্লেখ কৰা এটি তথ্যৰ সৈতে একমত হব নোৱাৰিলো ! কথাটো হ'ল - —ভূবনেশ্বৰৰ লিঙ্গৰাজ মন্দিৰটো ৮ম শতিকাত স্থাপিত আৰু ১৬৫ ফুট ওখ বুলি উল্লেখ কৰিছে । কিন্তু দিল্লীৰ পুস্তক মন্দিৰৰ তথ্য এনে ধৰণৰ —'Lingaraj temple, Bhubaneswar (Orissa) was erected in the 12th Ce Centur and is the most perfect emample of Northern India Hindu architeature. The 200 fit, high structure contains the statue of Lord Shiva, represented by a Lingam, the symbol of fertility.

(১৯)

**আকাশীতৰা শইকীয়া, তেজপুৰ**

বঙ্গোপসাগৰৰ সমুদ্ৰগৰ্ভত কৰা তৈল আহৰণৰ ৰোমাঞ্চকৰ অভিজ্ঞতাৰ বৰ্ণনাই আমাৰ দৰে সাধাৰণ পাঠক-পাঠিকাৰ হৃদয় শিহৰিত কৰিবলৈ সক্ষম হৈছে ।

(২০)

**কৃষ্ণ পূজাৰী, দেৰগাঁও**

এনে বহুতো যুৱক লগ পাইছো যাৰ পঢ়ুৱৈ জীৱনৰ আৰম্ভণি হৈছে ফণীন্দ্ৰ কুমাৰ দেৱচৌধুৰীৰ *'অনুৰাধাৰ দেশে'*ৰে ।

(২১)

**হেম ফুকন, গোলাঘাট**

*'অনুৰাধাৰ দেশ'* কিতাপখনে মোৰ সকলো অহংকাৰ ধূলিস্যাৎ কৰি দিলে । মোৰ মনত গুম্‌গুমাই থকা কথাবোৰ ইমান শৈল্পিকভাৱে কিতাপখনে কৈ দিলে যে মই বহুদিনলৈকে লেখকক মনে মনে ঈৰ্ষা কৰিছিলো । এই উপন্যাসখনে মোৰ লেখক হোৱাৰ সপোনও নিৰ্মমভাৱে চূচুৰ্মৈ কৰি দিছে । মোৰ মনৰ কথাবোৰ যদি দেৱচৌধুৰীৰ লেখনিত প্ৰকাশ পায়, তেনেহলে মই দেখোন আৰম্ভ নকৰিলেও চলিব ।

(২২)

**ৰিপুঞ্জয় গগৈ 'সূত্ৰধাৰ'**

দেৱচৌধুৰীৰ সুলিখিত উপন্যাস *'অনুৰাধাৰ দেশ'* দ্বিতীয় বাৰৰ বাবে কিছুদিনৰ পূৰ্বে পুনৰ পঢ়িলো । উপন্যাসখনত জীৱনক সামগ্ৰিকভাৱে প্ৰশস্ত প্ৰেক্ষাপটত তুলি ধৰাৰ চেষ্টা নকৰিলেও নাৰী-পুৰুষৰ বিচিত্ৰ আৰু জটিল সম্পৰ্কত পাঠকক অতি সংবেদনশীল ভাষাৰে নিজক আৱিষ্কাৰ কৰাৰ যি বিৰল সুযোগ দিছে তাৰ বাবে দেৱচৌধুৰীক প্ৰশংসা জনাবলৈ আমাৰ উপযুক্ত ভাষাৰেই অভাৱ ।

(২৩)

**বন্তি কাকতি, গুৱাহাটী**

*'অনুৰাধাৰ দেশ'* এতিয়ালৈকে মই উনৈশবাৰ পঢ়িলো । তোমাৰ এই উপন্যাসখনে যিদৰে মোক আকৰ্ষণ কৰিলে, আৰু কোনো কিতাপেই কৰা নাই । তোমাৰ সাধনা অথলে নাযায় ; বিশ্বৰ সভাই নিশ্চয় তোমাক এদিন শ্ৰেষ্ঠ উপহাৰ দিব ।



They say best men are moulded out of faults,
And, for the most, become much more the better,
For being a little bad.

—*Measure for Measure.*

এক

## কঁপি থকা এখন লিহিবি হাত

—ন' স্ম'কিং। ফেছেন ছিট বে'ল্ট।

সম্মুখৰ ৰঙা সংকেতৰ ফালে চাই অৰুণাভে যেন এতিয়াহে আৱিষ্কাৰ কৰিলে—তেওঁ চাবুৱাৰপৰা দমদম অভিমুখী বিমানৰ এজন যাত্ৰী। মূৰত এতিয়াও যোৱা নিশাৰ অত্যাচাৰৰ হেং অ'ভাৰ। ওপৰৰ নবটো ঘূৰাই অৰুণাভে এয়াৰ-কুলাৰটো ঠিক কৰি ল'লে। বাহিৰৰ ৰাতিপুৱাৰ চিনাকি অসম, প্ৰথম প্ৰভাতৰ ৰ'দেৰে ৰৌদ্ৰস্নাতা; জলমল কৰিছে অদূৰৰ বনৰীয়া গছৰ পাত। অলপ পাছত অৰুণাভ ওপঙি থাকিব মেঘ আৰু সুনীল আকাশৰ মাজত। আৰু হয়তো দুদিন পাছত ওপঙি ৰ'ব পাৰাপাৰহীন নীল সমুদ্ৰত, —বিদেশী জাহাজৰ ডেকত।

যোৱা পৰহিৰ কথা।

ৰাতিপুৱা অফিচত সোমোৱাৰ লগে লগে অৰুণাভৰ টেবুলৰ বাওঁফালৰ ৰঙা টেলিফোনটো সশব্দে বাজি উঠিল। টেলিফোনত ভাহি আহিল অলপতে বাব লোৱা ক'ম্পেনিৰ নতুন ডাইৰেক্টৰ, দাক্ষিণাত্যৰ মিঃ ৰংগনাথনৰ গলগলীয়া মাত।

—অৰুণাভ ?

—ইয়েছ প্লিজ ?

—আমাৰ, উৰিষ্যাৰ বংগোপসাগৰত আৰম্ভ কৰিবলৈ লোৱা নতুন প্ৰকল্পটোলৈ তোমাক বদলি কৰা হৈছে। তোমাৰ ইনিছিয়েল প'ষ্টিং ভুবনেশ্বৰ বা পাৰাদ্বীপ।

—পাৰাদ্বীপ ?

ভুবনেশ্বৰৰপৰা এশ বিছ কিলোমিটাৰ। সৰু বন্দৰ। আমাৰ প্ৰকল্পৰ প্ৰধান বেছ (Base)। তুমি ৰিপ'ৰ্ট কৰিব লাগিব এই সপ্তাহতে। পাৰ্ছনেলৰ গণপতিক লগ ধৰি যা-যোগাৰ কৰি লবা। মোৰ শুভেচ্ছা থাকিল।

ফোনটো ক্ৰেডেলত থোৱাৰ পাছত ক্ষন্তেকৰ বাবে অৰুণাভৰ মনত মিশ্ৰিত

প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। উৰিষ্যালৈ সি কোনোদিনে যোৱা নাই; পাৰাদ্বীপ নামৰ কোনো বন্দৰৰ নাম কেতিয়াবা শুনা বুলিও তাৰ মনত নপৰিল।

ক'ম্পেনিৰ পাঁচিছ বছৰীয়া সুদীৰ্ঘ ইতিহাসত সোন প্ৰথমবাৰৰ বাবে লোৱা হৈছে এক সাংঘাতিক এমবিছিয়াছ পৰিকল্পনা। ইমানদিনে ক'ম্পেনিৰ কাৰ্য সীমাবদ্ধ আছিল অসম আৰু অৰুণাচলৰ স্থলভাগত, তেল আৰু প্ৰাকৃতিক গেছৰ সন্ধানত। ক'ম্পেনিৰ ইতিহাস গৌৰৱোজ্জ্বল, প্ৰতিবছৰৰ এনুৱেল ৰিপ'ৰ্টত কৃতকাৰ্যতাৰ জলজল-পটপট স্বাক্ষৰ।

বিশ্বৰ বিভিন্ন প্ৰান্তবত ইতিমধ্যে অলেখ ক'ম্পেনিয়ে স্থলভাগ এৰি নামিছে সমুদ্ৰত, 'ব্লেক গ'ল্ড' বুলি জনাজাত-তেলৰ সন্ধানত। ভাৰতৰ 'বম্বে হাই'ও ইতিমধ্যে প্ৰখ্যাত হৈ পৰিছে—সত্তৰৰ দশকত এন. বি. প্ৰসাদ চেয়াৰমেন থকাৰ সময়ত অ'. এন. জি. চি.ৰদ্বাৰা সমুদ্ৰগৰ্ভত তেলৰ বৃহৎ ৰিজাৰ্ভ আৱিষ্কাৰৰ পাছত। আন্দামান, গুজৰাট, অন্ধ্ৰপ্ৰদেশৰ উপকূল-সংলগ্ন সমুদ্ৰতো ইতিমধ্যে তেল সন্ধানৰ ব্যয়বহুল পৰিকল্পনা হাতত লোৱা হৈছে। অ'. এন. জি. চি.ৰ যোৱা বছৰৰ লাভৰ পৰিমাণ তেৰশ কোটি টকাৰো অধিক।

ঘৰলৈ আহি অৰুণাভে প্ৰথম ষ্টাডি ৰুমত ওলোমাই ৰখা ভাৰতৰ মানচিত্ৰখন চালে। কলিকতাৰপৰা বংগোপসাগৰৰ উপকূল ৰেখাৰে দাক্ষিণাত্যলৈ নামি যোৱাৰ পথত পুৰীৰ ওচৰত সৰু সৰু আখৰেৰে লিখা পাৰাদ্বীপ নামটো চকুত পৰিল।

পাৰ্ছনেলৰ গণপতিক সুধি অৰুণাভে জানিব পাৰিলে মিঃ ৰংগনাথনৰ নিৰ্দেশ অনুসাৰে ইতিমধ্যে পৰহিলৈ টিকটৰ ব্যৱস্থা কৰা হৈছে। চাবুৱাৰপৰা কলিকতালৈ বিমানত, তাৰপৰা সন্ধিয়া পুৰী এক্সপ্ৰেছেৰে যাব লাগিব ভুবনেশ্বৰলৈ। ভুবনেশ্বৰত নতুনকৈ খোলা অফিচৰ প্ৰকল্প মেনেজাৰ মিঃ মেহৰাক লগ ধৰিলে বাকী ব্যৱস্থাৰ কথা তেখেতে জনাব।

কালি সন্ধিয়া চুৰ্চুৰীয়াকৈ ক্লাবত ফেয়াৰৱেল পাৰ্টি এটাৰো আয়োজন কৰা হ'ল।

বৃটিছে আৰম্ভ কৰি যোৱা ক'ম্পেনি বুলিয়েই হয়তো এতিয়াও ক'ম্পেনিত এটা স্বকীয়, ঔপনিবেশিক সংস্কৃতি বিদ্যমান। আশে-পাশে থকা বিভিন্ন চাহবাগান আৰু ক'ম্পেনিক লৈ আজিৰপৰা প্ৰায় কুৰি বছৰ আগতে সন্ধিয়া অৱসৰ বিনোদনৰ বাবে ক্লাব এটা প্ৰতিষ্ঠা কৰা হৈছিল। তাত গ'লফ, টেনিছ, বিলিয়াৰ্ড আদি বিভিন্ন খেল ধেমালিকে আদি কৰি পানীয় সেৱনলৈকে



যোগাৰ আছে।

বিনন্দ, পৰাগ, কৃপাল আদি অফিচৰ কেইবাজনো কলিগৰ লগত অৰুণাভে ক্লাবত বেছ ৰাতিলৈকে বহিব লগা হৈছিল। সেয়েহে এতিয়া সি বিমানৰ ভিতৰৰ শীতল পৰিবেশতো অনুভৱ কৰিছে মৃদু হেং অ'ভাৰ।

অৰুণাভে চকু দুটা মুদি দিলে।

দুজনী এয়াৰ হ'ষ্টেছ টফিৰ ট্ৰে' লৈ আগবাঢ়ি আহিছে। ভিতৰত মাথোন গোঁ গোঁ শব্দ। কেতিয়াবা দুই এজনৰ মৃদু-মধুৰ কণ্ঠস্বৰ; বাতৰি কাকত, আলোচনীৰ পৃষ্ঠা লুটিওৱাৰ খৰ্মৰ্ শব্দ।

চকু দুটা মুদি অৰুণাভে মনটো আলফুলে দূৰলৈ এৰি দিলে।

অৰুণাভ তেতিয়া বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ৰ ইঞ্জিনিয়াৰিং কলেজৰ ছাত্ৰ। অসমৰপৰা যোৱা বেছ কিছু সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে বেনাৰছতো এখন মিনি অসম গঢ়ি তুলিছিল। লক্ষীমপুৰৰ বাচিং, চাংচাৰিৰ প্ৰণৱ, গুৱাহাটীৰ মণীন্দ্ৰ, পৰাগ, মঙলদৈৰ দিলীপ আৰু বহুতো, ছোৱালী হোষ্টেলত থকা ৰেবা, ইন্দ্ৰাণী —বন্ধৰ দিনত দল বান্ধি মেটিনি চোৱা বা দশাশ্বমেধ ঘাটৰপৰা গংগাৰ বুকুৰেদি নাও লৈ ৰামনগৰলৈ ফুৰিবলৈ যোৱা প্ৰায় নিয়মিত অভ্যাসত পৰিণত। ভাষা আৰু সংস্কৃতিৰ মিলে মানুহক ওচৰ চপাই আনে; সেইকাৰণেই হ'বলা—তাত থকা উৰিয়া আৰু বঙালী ল'ৰা-ছোৱালীবো বহুতো অসমৰ দলটোৰ ওচৰ চাপি আহিছিল।

ৰেবাৰ ৰুমমেট আছিল অনুৰাধা সাহা। অনুৰাধাৰ দেউতাক এসময়ৰ বাংলা দেশৰ ৰিফিউজি। দেশ-বিভাজনৰ সময়ত ঘৰ-বাৰী এৰি মাক-দেউতাক কলিকতা পাইছিলহি। তাৰপিছত বছৰৰ পিছত বছৰ জীয়াই থকাৰ বাবে অবিৰাম সংগ্ৰাম। শেষত গৈ উৰিষ্যাত থাকিবলৈ ললে নিগাজিকৈ। অনুৰাধাৰ জন্ম স্বাধীন ভাৰতত।

ছোৱালীজনীলৈ মনত পৰিলে মাজে মাজে হাঁহি উঠে। অদ্ভুত জেদী আৰু অপৰিপাটি। মূৰটো সৰু কাৰণে নেকি চকু দুটা বিৰাট ডাঙৰ যেন লাগে। সাংঘাতিক ফ্ৰি আৰু ছটফটীয়া ছোৱালী, আৰু তাইৰ শৰীৰৰ গঠন এনেকুৱা পাতল আৰু অছোৱালীসুলভ যে এনেকুৱা ছোৱালীক লৈ সাধাৰণতে কোনো ল'ৰাই কেতিয়াও বিশেষ একো সপোন নেদেখে। কিন্তু বন্ধু হিচাপে

অনুবাধা অতুলনীয়া।

পঢ়াৰ শেষত বেনাৰছ এৰি যাবৰ দিনা অণুক বেলৰ দ্বিতীয় শ্ৰেণীৰ ডবাত উঠাই দিবৰ সময়ত অৰুণাভে প্ৰতিশ্ৰুতি দিছিল—

—যদি কেতিয়াবা উৰিষ্যালৈ যোৱা হয়, সমগ্ৰ বাজ্য চলাথ কৰি হ'লেও তোমাক বিচাৰি উলিয়াম।

—তেলাব নালাগে। দুদিন পাছত ছাগে পাহৰিয়েই যাবা। চবেই তেনেকৈ কয়।

—ঠিক আছে, দেখিবা এদিন তোমাক কেনেকৈ আচৰিত কৰি দিম।

ষ্টেচন এৰিবলৈ সাজু হোৱা ট্ৰেইনৰ ডবাৰ খোলা দুৱাৰত আউজি অণুৱে হাঁহিছিল। তাইৰ বাদামী চুলিৰ বেণী দুডাল বতাহত কঁপি উঠিছিল।

এইদৰেই কেনেকৈ কিমান চিনাকি মানুহ, কিমান স্মৃতিৰ বোজা বুকুত লৈ এৰাএৰি হয়। হাঁহি হাঁহি কেইটামান বছৰ একেলগে পাৰ কৰি দিয়া এই ক্ষীণাংগী উৰিষ্যাবাসী ছোৱালজনী, বেনাৰছৰ কলেজীয়া জীৱনত ঘটি যোৱা হাজাৰ হাজাৰ টুকুৰা-টুকুৰ ঘটনাৰ স্মৃতি কঢ়িয়াই নিয়া এই ছোৱালীজনী হয়তো এদিন হেৰাই যাব অৰুণাভৰ জীৱনৰ বৃত্তৰপৰা। কেতিয়াবা হয়তো মুহূৰ্তৰ বাবে হঠাতে মনত পৰিব—অপসৃয়মান ট্ৰেইনৰ খোলা খিৰিকিত কঁপি থকা এখন লিহিৰি হাত আৰু সেই নিঃশব্দ, বিদায় বেলাৰ বিষণ্ন হাঁহি।

"ফেছেন ইয়'ৰ ছিট বে'ল্ট। উই চেল বি লেণ্ডিং....."

এয়াৰ হ'ষ্টেছৰ নিয়ন্ত্ৰিত স্বৰৰ ঘোষণাত অৰুণাভে হঠাতে সম্বিত ঘূৰাই পালে। খন্তেক পাছতে বিমান অৱতীৰ্ণ হব দমদম বিমান বন্দৰত।

অৰুণাভে মনে মনে ভাবিলে: প্ৰতিশ্ৰুতি ৰাখিব লাগিব। চাৰি-বছৰৰ আগতে বেনাৰছ ৰেল ষ্টেচনত গমন উদ্যত ট্ৰেইনৰ ডবাৰ খোলা দুৱাৰত ভেঁজা দি থিয় হৈ ৰোৱা ভিন্নভাষী ছোৱালীক দিয়া বন্ধুৰ প্ৰতিশ্ৰুতি। □



দুই

## ট্ৰেইন ধাৱমান হ'ল অনুবাধাৰ দেশলৈ

কলিকতাত জুলাই মাহৰ ৰ'দ। এয়াৰপ'ৰ্টৰ লাউঞ্জত উৎকণ্ঠিত যাত্ৰীৰ ভিৰ। লাগেজৰ বাবে অৰুণাভ বেছি সময় ৰ'ব লগা নহ'ল।

হাওৰাৰপৰা ভুবনেশ্বৰলৈ যাবলগীয়া ট্ৰেইনলৈ এতিয়াও প্ৰায় নঘণ্টা বাকী। কলিকতাৰ পাৰ্কষ্ট্ৰীটৰ অপ্সৰা বিল্ডিঙৰ ছয় নম্বৰ ফ্লেৰত ক'ম্পেনিৰ গেষ্ট হাউছ আছে। অৰুণাভে ভাবিলে তাত গৈ অলপ ফ্ৰেছ হৈ লোৱা ভাল হব।

—কঁহা জায়েংগে চাহাব?

—পাৰ্কষ্ট্ৰীট।

চৰ্দাৰ টেক্সি ড্ৰাইভাৰৰ প্ৰশ্নৰ উত্তৰত অৰুণাভে ক'লে আৰু পিছৰ ছিটত বহি গাটো এৰি দিলে অলসভাৱে।

—পাৰ্ক হোটেল জায়েংগে চাহাব?

—না, অপ্সৰা বিল্ডিং।

ভি আই পি ৰ'ডেৰে টেক্সি আগবাঢ়িল কলিকতা মহানগৰীৰ গৰ্ভলৈ মাণিকতলা ব্ৰিজ, যশোৰ ৰ'ড হৈ। চৌৰংগীত ট্ৰেফিক জাম। কোনে জানো কৈছিল......কলিকতাত চলোৱা গাড়ীত বডি আৰু ৰঙত অৰ্থব্যয় কৰি লাভ নাই। ব্ৰেক, বেটাৰি, ষ্টাৰ্টাৰ ঠিক থাকিলেই হ'ল। ঠিকেই।

কলিকতা পূৰাপূৰিভাৱে কছম'পলিটান চিটি; বিভিন্ন ৰাজ্যৰপৰা অহা বিভিন্ন ভাষী লোকৰ জীয়াই থকাৰ সংগ্ৰামৰ এক অদ্ভুত সমাহাৰ। মৃত্যুৰ বিভীষিকাৰ ছবি অহৰহ সন্মুখত দেখিও কেনেকৈ মানুহ জীয়াই থাকিব লাগে, কলিকতাই মানুহক তাকেই শিকায়। ইয়াত এতিয়াও সামাজিক কাৰণত মানুহে দলবদ্ধভাৱে ৰিয়েক্ট কৰে, ব্যক্তিগত স্বাৰ্থৰ বাবে নহয়। ইয়াত মানুহে দৈনন্দিন জীৱনৰ দুখ-ক্লান্তি সকলো পাহৰি আনন্দত গা ঢালি দিয়ে উৎসৱৰ সময়ত। খেল পথাৰ কঁপাই দিয়ে স্বতঃস্ফুৰ্তভাৱে সোচ্চাৰ হৈ উঠা অবিৰাম টিপ্পনিৰে।

অপ্সৰা বিল্ডিঙত অৰুণাভে টেক্সি বিদায় দিলে।

দুজন ডেকা ল'ৰা এজনী যুৱতী লিফটৰ বাবে ৰৈ আছে। নামি আহি

স্বৰৰ হৈ বোৱা লিফটৰ দুৱাৰখন ফট্‌কৈ খোলাৰ লগে লগে ছিটিকি আহিল কেইবাজনো লোক, যেন ধুমুহাৰ গতিত। অৰুণাভৰ এনেকুৱা লাগিল যেন খন্তেকৰ বিলম্বই এওঁলোকৰ জীৱনলৈ কঢ়িয়াই আনিব সাংঘাতিক বিপৰ্যয়!

বিজ্ঞানৰ উদ্দেশ্যই হ'ল বোলে মানুহৰ জীৱনলৈ অফুৰন্ত অৱসৰ সময় কঢ়িয়াই অনা, —যাতে মানুহে সুখ আৰু স্বাচ্ছন্দ্যৰে নিজৰ ইচ্ছা অনুসাৰি সময় কটাবলৈ সুবিধা পায়। ক'তা? অস্তিত্বৰ তাগিদাত জীৱন সংগ্ৰামৰ গতি দেখোন দ্ৰুতৰপৰা দ্ৰুততৰ হোৱাবহে পথত! সকলোৰে যেন লক্ষ্য এজনক পিছ পেলাই অগ্ৰসৰ হোৱাৰ। তুলনাই কিজানি মানুহক অসুখী কৰে। হয়তো কোনো নিশ্চিত নহয় অলপ সুখেৰে জীৱনটো পাৰ কৰিবলৈ মানুহক কিহৰ প্ৰয়োজন!

—আপুনি?

—ছিক্স।

লিফটমেনজনে ছয়নম্বৰ বুটামটো টিপি দিলে। মুহূৰ্তৰ সহচাৰী লিফটৰ বাকীকেইজন আৰু ওপৰলৈ যাব।

গে'ষ্ট হাউছৰ দুৱাৰ খুলিয়েই অৰুণাভে লাউঞ্জত দেখা পালে হাতত ষ্টেটছমেন লৈ বহি আছে দিল্লী অফিচৰ লিয়াছন অফিচাৰ প্ৰদীপ ভাৰ্মা।

—আৰে চৌধুৰী ক'ৰপৰা?

—ট্ৰেন্সফাৰ। উৰিষ্যা। আপুনি?

—নকৰ বুজিছে এনেকুৱা হ'পলেছ চিটি দেখা নাই। চাৰি দিন হ'ল কাষ্টমছৰ কাম এটাত আহিছিলো। মাইনৰ কাম। এটা চহীৰ কথা। ফাইল মুভ কৰাবই পৰা নাই। বছেতো নুবুজে চৰকাৰী অফিচাৰৰপৰা কাম আদায় কৰা কি নৰক যন্ত্ৰণা। মাজে মাজে বুজিছে গুলীয়াই চৰ শেষ কৰি দিম যেন লাগে। বহক। আছে নহয় দুদিনমান ইয়াত?

দুবাৰমান দিল্লী অফিচলৈ যাওঁতে অৰুণাভৰ ভাৰ্মাৰ লগত ঘনিষ্ঠতা হৈছিল। বেচ মজাৰ লোক।

—পুৰী এক্সপ্ৰেছত ভুবনেশ্বৰলৈ যাম। সন্ধিয়া। অলপ ফ্ৰেছ হৈ লওঁ।

—উৰিষ্যাত কিমান দিন?

—আহিছোঁহে, চাওঁচোন। এইবাৰ সমুদ্ৰত তেলৰ সন্ধান চলাব বোলে ক'ম্পেনিয়ে।

—সমুদ্ৰ যেতিয়া কাষ্টমছৰ কাম তাতো ওলাব নিশ্চয়। এই বান্দাৰো



তাক পৰিবলৈ বেছি দিন নাই। বুজিছে চৌধুৰী এই দেশত মানুহ থ লাভ নাই। আপোনালোক টেক্‌নিকেল মানুহ বাহিৰলৈ যাওঁক। ডুবাই, কুৱেইটলৈ গৈ দুবছৰ চাকৰি কৰি লাল হৈ আহক।

—দেশৰ সকলো মানুহ বিদেশলৈ গ'লে দেশ কেনেকৈ চলিব ভাৰ্মাজী

—বাঃ! বেচ দেশপ্ৰেমিক দেখিছো।

ছয়নম্বৰ ফ্ল'ৰৰ বেলকনিত বহি অৰুণাভে দেখা পালে ব্যস্ত মহানগৰীৰ ব্যস্ততম পথ পাৰ্কষ্ট্ৰীটত ততোধিক ব্যস্ততাৰে অহাযোৱা কৰা জন-অৰণ্য আৰু টেক্সিৰ শাৰী! যেন মুহূৰ্তৰ বাবে দৃশ্যমান হৈ আগবাঢ়ি গৈছে মানুহ আৰু গাড়ীৰ এক চমৎকাৰ বিপুল পথৰ নাটক। অফিচ টাইমত মহানগৰীৰ পথ দেখিলে অনুভৱ কৰিব পাৰি মানুহৰ সময়ৰ মূল্য কিমান।

অলপ ফ্ৰেছ হৈ অৰুণাভ ভাৰ্মাৰ লগত ওলাই গ'ল। গৈ গৈ দুয়ো এসময়ত নিউ মাৰ্কেটত সোমাল।

বাহিৰৰপৰা যোৱা লোকৰ বাবে নিউ মাৰ্কেটলৈ যোৱাটো কিনাৰ তাগিদাতকৈ একপ্ৰকাৰৰ চখ বুলিয়েই কৰ পাৰি। দুপৰীয়া সময়ত ঘূৰি ফুৰা মেদবহুল নাৰী, এখন ষ্টলৰপৰা আন এখন ষ্টললৈ উদ্ধত বুকুত কাগজৰ পেকেট চেপি ধৰি ছটফটাই ঘূৰি ফুৰা ধনীৰ দুলালীৰ দল দেখি ভাব হয় এইখনেই সেই কলিকতা নে য'ত দুঃখ যন্ত্ৰণা অপমানেৰে লাঞ্ছিত অনেক লোক এতিয়াও ৰাতিৰ সময়ত অকণমান আশ্ৰয়ৰ অভাৱত নিদ্ৰামগ্ন হয় ফুটপাথ, প্লেটফৰ্ম অথবা অভাৰ ব্ৰিজৰ তলত।

বিত্তবান আৰু বিত্তহীন মানুহৰ ইতিহাসৰ দুই বিপৰীত মেৰুৰ কথা প্ৰতিটো মুহূৰ্ততে বোধকৰোঁ কলিকতাতকৈ আৰু বেছি ভালদৰে কোনো চহৰেই কেতিয়াও সোঁৱৰাই দিব নোৱাৰিব। এই সোঁৱৰণী আছে বাবেই কলিকতাৰ নিঃস্ব মানুহৰ চেতনা এতিয়াও জাগৰুক।

মূৰৰ ওপৰত দুপৰৰ ৰ'দ।

—বলক পেইপিৱঙত সোমাওঁ। কিবা এটা খোৱা যাওঁক।

কাউন্টাৰত এজনী চাইনিজ মহিলা বহি আছে। পাতল সেউজীয়া ৰঙৰ স্কাৰ্ট, ফুলা ফুলা ভুৰু অৰ্ধনিমীলিত চকু। টেবুলৰ তলত তেজ ফুটো ফুটো কৰা দুটা নিৰাভৰণ নোদোকা কলাফুল। বেৰত ওলোমাই থোৱা আছে কেইখনমান চাইনিজ পেইন্টিং।

—কি খাব?

---প্ৰদীপ ভাৰ্মাই সুধিলে।

---চুপ নুৰলছ এই জাতীয়। হেভি খাবৰ মন যোৱা নাই।

ভাৰ্মা আৰু অৰুণাভ যেতিয়া গেষ্ট হাউছ পালেহি সময় তেতিয়া আবেলি তিনি বাজিছে। অৰুণাভে অলপ শুই লম বুলি ভাবোঁতে ভাৰ্মাই ক'লে অন্ততঃ ট্ৰেইনৰ দুঘণ্টা আগতে ইয়াৰপৰা ষ্টাৰ্ট কৰিব। ইয়াত সকলো ভাগ্যৰ কথা বুজিছে। ভাগ্য সুপ্ৰসন্ন হ'লেহে আধাঘণ্টাৰ পথ এঘণ্টাত যাব পাৰি, নহ'লে ক'ত, কেতিয়া, ট্ৰেফিক জামত ঘণ্টাৰ পিছত ঘণ্টা বৈ থাকিবলগীয়া হয় ভগৱানেহে জানে।

ট্ৰেফিক জামে অৱশ্যে অৰুণাভক বিশেষ দিগদাৰ নিদিলে।

হাওৰাত জন-অৰণ্য। অফিচ ছুটিৰ পিছত গৃহমুখী ডেইলি পেছেঞ্জাৰৰ সোঁত ভাহি গৈছে প্লেটফৰ্মলৈ। ভাহি আহিছে মাইকত---খড়গপুৰ লোকেল দুই নম্বৰ প্লেটফৰ্মত, ব্লেক ডায়মণ্ড ৰাইট টাইম; পুৰী এক্সপ্ৰেছ ন নম্বৰত---

ৰিজাৰ্ভেছন কৰা আছিল। অৰুণাভ প্ৰথম শ্ৰেণীৰ ডবাৰ তিনি নম্বৰ কুপত উঠিল। খন্তেক পিছতে নিশাৰ আন্ধাৰ ফালি ট্ৰেইন ধাবমান হ'ল অনুৰাধাৰ দেশলৈ। □

## তিনি

## জাহাজৰ ক্ৰমশঃ দৃশ্যমান মাস্তুলটোলৈ

এটা বিদেশী স্কটছ বা শ্যেম্পেইনৰ কলাসুলভ ডিজাইনৰ শূন্য ৰঙীণ বটল হয়তো অনেকৰ ড্ৰইং ৰুমতে আছে, যাতে কেতিয়াবা কথাৰ চলতে কাৰোবাক কবলৈ সুবিধা হয় যোৱা বছৰ ফ্ৰান্সলৈ যাওঁতে ডিউটি ফ্ৰি কাউণ্টাৰত দুটা কিনিছিলো। এটা বাজীৰে মাৰি দিলে। এইটো চোপ্ৰা আৰু মই শেষ কৰিলো। সাংঘাতিক স্মুথ ড্ৰিংক।

ঠিক ইমানখিনিলৈকে হয়তো গ্ৰহণযোগ্য। কিন্তু শাৰী শাৰী খালী পানীয়ৰ বটলেৰে ড্ৰয়িং ৰুমটো ভৰপূৰ!

মিষ্টাৰ মেহৰা।

ভুবনেশ্বৰ অফিচৰ প্ৰকল্প মেনেজাৰ।



কিছুমান লোকে নিজকে এক অদ্ভুত ৰহস্যময়তাৰে আবৰি ৰাখে। মিঃ মেহৰাৰ বিষয়েও অনেক আজগুবি খবৰ মাজে মাজে গছিপ কেন্দ্ৰত ওপঙি থাকে; তাৰে কোনটো সত্য, কোনটো অসত্য কোৱা টান।

ভুৱনেশ্বৰ অফিচলৈ বদলি হৈ অহাৰ আগতে তেওঁ কিছুদিন দিল্লী অফিচত, আৰু তাৰো আগতে আছিল অসমত।

মিঃ মেহৰাৰ বিষয়ে যিবোৰ কাহিনী ক'লিগৰ মাজত প্ৰচলিত আছে তাৰ আটাইতকৈ বিশ্বাসযোগ্য গল্পটো হ'ল এনেকুৱা ধৰণৰ: সাংঘাতিক ব্ৰিলিয়েণ্ট কেৰিয়াৰ, বহু বছৰ বিদেশত আছিল, মাক-দেউতাকে অজস্ৰ সম্পত্তি এৰি থৈ গৈছে, এজন ভায়েকে কানাডাত স্থায়ীভাৱে থাকিবলৈ লৈছে, কিহবাৰ ব্যৱসায় কৰে, বোম্বেৰ ওচৰৰ লোনাভলাত মিঃ মেহৰাৰ কেইবা একৰ জোৰা এখন ডেয়েৰি ফাৰ্ম আছে, বিয়া সম্পৰ্কত কোনো নিশ্চিত নহয়, বাৰ্মা অয়েল ক'ম্পেনিত কাম কৰা দিনৰপৰাই মানুহে তেওঁক অকলশৰেই দেখিছে।

অৰুণাভে আগতে মিঃ মেহৰাক লগ পোৱা নাই। কিন্তু অইনৰ মুখত শুনিছে অসমত থকাৰ সময়ত তেওঁৰ সুবিশাল ড্ৰইং ৰুমটো অদ্ভুতভাৱে সজাই থোৱা আছিল দেশী বিদেশী, বিভিন্ন ৰং আৰু ডিজাইনৰ পানীয়ৰ বটলেৰে।

এনেকুৱা এক অদ্ভুত মানুহৰ সৈতেই অৰুণাভে এইবাৰ একেলগে কাম কৰিব লাগিব ভুবনেশ্বৰত।

ভুবনেশ্বৰ ষ্টেচনত ট্ৰেইনৰপৰা নামিয়েই প্ৰস্থান গেটৰ সম্মুখত অৰুণাভে দেখা পালে ক'ম্পেনিৰ নাম লিখা বেজ এটা বুকুত আঁৰি এজন লোক থিয় হৈ আছে।

কাৰোবাৰ মুখত অৰুণাভে শুনিছিল মেহৰা চাহাবে বিদেশী কায়দাত সুচাৰুৰূপে অফিচ পৰিচালনা কৰাৰ কথা। বেজ আঁৰি থিয় হৈ থকা অফিচৰ গাড়ীৰ ড্ৰাইভাৰ হয়তো তাৰেই প্ৰথম উদাহৰণ।

লাগেজ কেইটা ড্ৰাইভাৰৰ হাতত দি অৰুণাভে ছিগাৰেট এক পেকেট কিনি ললে।

বাহিৰত উৰিয়্যাৰ প্ৰথম ৰ'দে জিল্‌মিল্ কৰিছে। গাড়ীৰ ডেস্কবোৰ্ডৰপৰা বন্ধ খাম এটা উলিয়াই ড্ৰাইভাৰে অৰুণাভৰ হাতত দিলে।

খামটোৰ বাওঁফালে ক'ম্পেনীৰ ভুবনেশ্বৰ অফিচৰ নতুন ঠিকনা সুন্দৰভাৱে

ছপা কৰা আছে।

চিগাৰেট এটা জ্বলাই অৰুণাভে খামটো ফালিলে। চিঠিখন পঢ়ি শেষ কৰাৰ লগে লগে অৰুণাভৰ মনটো চুই গ'ল এক ৰহস্যময় মানৱীয় স্পৰ্শৰ গোন্ধে।

প্ৰিয় অৰুণাভ,

ক'ম্পেনিৰ এই নতুন প্ৰকল্পলৈ তোমাক স্বাগত জনাইছোঁ। তোমাৰ আগমনলৈ উৎকণ্ঠাৰে অপেক্ষা কৰি আছিলোঁ।

আশাকৰোঁ বাটত একো অসুবিধা হোৱা নাই। তোমাৰ বাবে হোটেল প্ৰাচীত ৰুম বুক কৰি ৰখা হৈছে। ড্ৰাইভাৰে লৈ যাব।

দিনটো জিৰণি লৈ লোৱা। সন্ধিয়া আঠবজাত তোমাৰ বাবে মই হোটেল কোনাৰকত অপেক্ষা কৰিম। ৰুম নম্বৰ ৩১০। সন্ধিয়া দেখা হ'ব।

এছ. পি. মেহৰা।

কাগজৰ আখৰো কেতিয়াবা হৃদয়ৰ পৰিচয় হৈ পৰে।

টাইপ নকৰি ব্যক্তিগত পেডত নিজ হাতেৰে লিখা মেহৰা চাহাবৰ সৰু চিঠিখনত অৰুণাভে এক চেপি ৰখা মানৱতাৰ সন্ধান পালে। গুটি গুটি আখৰেৰে ইংৰাজীত লিখা এখন সৰু চিঠি আপাতদৃষ্টিত নিলিখিলেও চলে, অথচ লিখা-বাবেই কাগজৰ সৰু টুকুৰাটো পৰিবৰ্তিত হৈছে দুজন বিষয়াৰ মাজৰ এক মানৱীয় সোপানত।

পদবীৰ ক্ষমতাৰে যি কাম আদায় কৰিব নোৱাৰি, মানৱীয় স্পৰ্শৰে সেই কাম সহজে আদায় কৰা যায়। সকলো মেনেজাৰে যদি এই সৰল সত্যটো অনুভৱ কৰিলেহেঁতেন, তেনেহলে হয়তো অফিচ-উদ্যোগৰ খামখেয়ালি বহু পৰিমাণে হ্ৰাস পালেহেঁতেন। এই সত্যৰ অনুভৱেই হয়তো মেহৰা চাহাবক ৰূপান্তৰিত কৰিছে এক সফল মেনেজাৰলৈ।

ভুবনেশ্বৰত এতিয়া মনোৰম প্ৰভাত।

দোকান-বজাৰৰ ছাটাৰত এতিয়াও ওলমি আছে বন্ধ তলা।

ৰিক্সা চালকৰ ইতস্ততঃ গতি।

ষ্টেচনৰপৰা ওলায়েই গাড়ীয়ে গতি সলালে সোঁফাললৈ।

কলেজত থাকোঁতে আৰু চাকৰিৰ সময়ছোৱাতো অৰুণাভে ভাৰতৰ বিভিন্ন প্ৰান্তৰৰ কেইবাখনো চহৰলৈ গৈছে;— কেতিয়াবা ফুৰাৰ চখত, কেতিয়াবা হয়তো চাকৰিৰ তাগিদাত। বেছিভাগ চহৰেই একেই সাঁচত ঢলা ভিন্ন অকল



নাম। এই সকলোবোৰৰ তুলনাত প্ৰথম দৃষ্টিৰ ভুবনেশ্বৰ বেচ ভালেই লাগিছে। ৰাস্তা-ঘাট পৰিষ্কাৰ আৰু আহল-বহল, নৰ্দমাৰপৰাও ভাহি অহা নাই কোনো শ্বাসৰোধকাৰী দুৰ্গন্ধ।

গাড়ীৰ ড্ৰাইভাৰৰ নাম নীলকণ্ঠ ৰাউট। কুৰি বাইছ বছৰৰ লিকলিকীয়া চেহেৰাৰ ল'ৰা। ৰ'দে পোৰা গাৰ ৰং। পিন্ধনত ক'লা ট্ৰাউজাৰ, এটা ফিনফিনীয়া পাতল হালধীয়া ৰঙৰ গেঞ্জি, পিঠিৰ ফালে দুৰ্বোধ্য ভাষাত কি জানো লিখা আছে! দেখাত ক্ষীণ ৰেখাৰে অসাৱধানতাৰে কৰা আধুনিক স্কেছ যেন লাগিছে।

ড্ৰাইভাৰজনৰ ব্যৱহাৰ সহজ কৰিবৰ বাবেই অৰুণাভে এনেয়ে সুধিলে,— ধুনীয়া গেঞ্জি পিন্ধিছাতো! ক'ত কিনিলা?

ল'ৰাজনৰ মুখত কিশোৰসুলভ লাজুক হাঁহি।

—ইমপ'ৰ্টেড চাহাব।

—ক'ত পালা?

—পাৰাদ্বীপলৈ ঢেৰ বিদেশী জাহাজ আহে। কেতিয়াবা দুই এটা বস্তু স্মাগলিং হৈ মাৰ্কেটলৈ আহি যায়।

—আৰু কি কি পোৱা যায়?

এইবাৰ নীলকণ্ঠ বেছ উৎসাহিত হ'ল।

—কেমেৰা, টু ইন ৱান, স্কচ্ছ, চিগাৰেট। দৰকাৰ হ'লে কব চাহাব। মোৰ বন্ধু এজন আছে। ফিছিং ট্ৰলাৰ চলায়। মই বন্দৱস্ত কৰি দিম।

—হয় নেকি! ভাল কথা।

নীলকণ্ঠক দোষ দি কি লাভ? যিকোনো ধৰণৰ বিদেশী সামগ্ৰী, লাগে গুণগতভাৱে স্বদেশী বস্তুৰ তুলনাত সেয়া নিকৃষ্টই হওক, তথাপি এখন সমাজত সেইবোৰ এক প্ৰকাৰৰ ষ্টেটাছ ছিম্বল বুলি পৰিগণিত।

অৰুণাভৰ মনত পৰিল কিছুদিন আগতে স্কটলেণ্ডৰ এবাৰডিনলৈ কিবা এটা ট্ৰেইনিং লবলৈ যোৱা অৱনীৰ কথা। ঘূৰি আহিবৰ সময়ত অৱনীয়ে দুবটল স্কচ্ছ লৈ আহিছিল। চন্দন, পৰেশ, ৰাজেশকে আদি কৰি কোনোদিনে এটুপি মুখত দি নোপোৱা বিনন্দ, দীপকহঁতো এনেদৰে ভেনা মাখিৰ দৰে সন্ধিয়া গোট খালে যে শেষলৈ ড্ৰিংক চামুচেৰে দিব লগা অৱস্থা! ছ'ডা খাই আউট হৈ যোৱা ৰহমানেও এচামুচ খাই মুখত এনেকুৱা এক অভিব্যক্তি ফুটাই তুলিলে যেন তেওঁ অমৃতহে পান কৰিছে!

নীলকণ্ঠ কোন কুটা ?

হোটেল প্ৰাচী ভুবনেশ্বৰ ৰেলষ্টেচনৰপৰা মাত্ৰ পাঁচ মিনিটৰ ড্ৰাইভ। এচলীয়া ৰাস্তা—এবাৰ ওপৰলৈ উঠি গৈছে আৰু এবাৰ তললৈ। বাওঁফালৰ ৱালত চিনেমাৰ প'ষ্টাৰ। সোঁফালে শাৰী শাৰী দোকান, —এতিয়াও খোলা নাই। হোটেল প্ৰাচীৰ সন্মুখতে এটা আধুনিক ডিজাইনেৰে নিৰ্মিত সুবৃহৎ মন্দিৰ।

কাঁচৰ দুৱাৰ খুলি অৰুণাভ হোটেলৰ ভিতৰত সোমাই গ'ল। কাউন্টাৰত সেউজীয়া স্কাৰ্ট পৰিহিতা এজনী মেদ বহুল প্ৰৌঢ়া মহিলা, এংলো ইণ্ডিয়ান যেন দেখা গৈছে। তেজগোৰা মুখত বয়সৰ চাপ সুস্পষ্ট।

অৰুণাভে লক্ষ্যাই কৰা নাছিল।

হঠাতে কাউন্টাৰৰ ভিতৰৰপৰা বগা ছাৰ্টৰ ওপৰত ক'লা টাই পৰিহিত ছটফটীয়া ডেকা ল'ৰা এজনে স্প্ৰিঙৰ দৰে চকীৰপৰা জাঁপ মাৰি উঠি সুপ্ৰভাত জনালে। অৰুণাভে নিজৰ নামটো কোৱাৰ লগে লগে তেওঁ ৰেজিষ্টাৰ খুলি কী ব'ৰ্ডৰপৰা চাবি উলিয়াই দি ক'লে, —আপোনাৰ বাবে ১০১ নম্বৰ ৰুম বুক আছে ছাৰ। ফাৰ্ষ্ট ফ্লৰ।

—ধন্যবাদ।

ৰঙচুৱা ৰঙৰ ইউনিফৰ্ম পিন্ধা বে'লবয় এজনে লাগেজ লৈ গ'ল। অৰুণাভে তাক অনুসৰণ কৰিলে।

অৰুণাভ যেতিয়া কোঠাত সোমাল তেতিয়া ছয় বাজি চল্লিছ মিনিট।

ৰুম ছাৰ্ভিচত ব্ৰেকফাষ্টৰ অৰ্ডাৰ দি অৰুণাভ বাথৰুমত সোমাল।

ছাৱাৰৰ শীতল পানীৰ স্পৰ্শত যোৱা নিশাৰ ট্ৰেইনৰ ক্লান্তি অৰুণাভৰ শৰীৰৰপৰা আঁতৰি গ'ল।

কৰ্ন-ফ্লেক্স, টষ্ট, অমলেট আৰু একাপ গৰম চাহ খোৱাৰ পিছত অৰুণাভে মনে মনে ঠিক কৰিলে, প্ৰথমতে দুঘণ্টামান শুই লৈ তাৰপিছত চহৰখনত এটা ৰাউণ্ড দিব। হোটেলত বস্তুৰ যি দাম,—ইয়াত খোৱা-লোৱা নিয়মিতভাৱে কৰিব লাগিলে দুদিনতে দেউলীয়া হব লাগিব। সেয়েহে হোটেলৰ ওচৰে পাজৰে এখন মজলীয়া ধৰণৰ ৰেস্তোঁৰাও বিচাৰি উলিওৱাৰ প্ৰয়োজন।

কাইলৈৰপৰা নতুন প্ৰকল্পটোৰ সম্পৰ্কত যিমান পাৰি তথ্য সংগ্ৰহ কৰটো উচিত হব। স্থলভাগত তেল আৰু প্ৰাকৃতিক গেছৰ সন্ধানৰ ক্ষেত্ৰত যথেষ্ট অভিজ্ঞতা অৰ্জন কৰিলেও অৰুণাভৰ বাবে সমুদ্ৰগৰ্ভৰ তেল সন্ধান সম্পূৰ্ণৰূপে নতুন কাম; এতিয়ালৈকে তাৰ যিখিনি জ্ঞান হৈছে, সেই গোটেইখিনি



কিতাপী বিদ্যা বুলিয়েই কব লাগিব। এবাৰ মাথোঁ তাৰ ডেৰাদুনত সমুদ্ৰগৰ্ভত তেল সন্ধানৰ বিষয়ে অ'. এন. জি. চি.য়ে আয়োজন কৰা প্ৰাথমিক ক'ৰ্ছ এটাত অংশ গ্ৰহণ কৰাৰ অভিজ্ঞতা হৈছিল। ক'ৰ্ছৰ শেষৰ দিন ডকুমেণ্টেৰি চিত্ৰৰ যোগে দেখুউৱা হৈছিল—কেনেকৈ পৰিয়ালৰ পৰা আঁতৰত মাজ সমুদ্ৰত জাহাজৰ ওপৰত থাকি এচাম লোকে সকলোৰে অলক্ষিতে অগণন প্ৰাকৃতিক দুৰ্যোগৰ সন্মুখীন হৈও দিনৰ পিছত দিন নিষ্ঠাৰে তেল-সন্ধানৰ কাৰ্যত ৰত হৈ আছে— দেখি অৰুণাভ ৰোমাঞ্চিত হৈ উঠিছিল।

দেশৰ হয়তো বহুতো মানুহে এতিয়াও নাজানে এটা চাকি জ্বলাবলৈ প্ৰয়োজন হোৱা এচাকি কেৰাচিন বা গাড়ীৰ একলিটাৰ পেট্ৰলৰ পিছত কিমান মানুহৰ শ্ৰম আৰু সাধনা লুকাই আছে!

ধানবাদৰপৰা ভূবিজ্ঞানত প্ৰথম শ্ৰেণী লাভ কৰি ক'ম্পেনিত যোগদান কৰা ৰাজীৱে এবাৰ আপচোচ কৰি কৈছিল,— এই অসমতে এচিয়াৰ প্ৰথম তৈল খাদটো হৈছিল। কিন্তু অসমৰ কেইজন শিক্ষিত ল'ৰা-ছোৱালীৰ তেলৰ প্ৰতি সাধাৰণ কৌতূহল আছে? কিমান জনে জানে তেলৰ কথা?

গভীৰ অৰণ্যৰ মাজত, যেতিয়া ৰাস্তা-পথ নাছিল, অৰণ্য ভৰি আছিল হিংস্ৰ জন্তু-জানোৱাৰেৰে, তেতিয়াই সেই ১৮৬৬-৬৭ চনতে মেছাৰ্ছ মেকিলপ এণ্ড ক'ম্পেনিৰ মিঃ গুডেনৱাহৰ অক্লান্ত পৰিশ্ৰমৰ ফলত উজনি অসমৰ জয়পুৰ অঞ্চলত বৈজ্ঞানিক পদ্ধতিৰে প্ৰথম তিনিটা খাদ খন্দা হৈছিল; চতুৰ্থটো খন্দা হৈছিল মাকুম অঞ্চলত। তাত তেল আৰু গেছৰ সন্ধান পোৱা হৈছিল মাথোন এশ বিয়াল্লিছ ফুট তলত। আজি এটা খাদৰ গভীৰতা দহ হাজাৰ ফুটৰো বেছি। বিজ্ঞানে আনি দিয়া অত্যাধুনিক সঁজুলি, জ্ঞান আৰু অভিজ্ঞতাৰ সহায়ত ধৰিত্ৰীৰ বুকু ফালি মানুহ দিনে দিনে পনীয়া সোণৰ সন্ধানত গৈ আছে গভীৰৰপৰা গভীৰতৰলৈ।

অসমত কিন্তু ভূতত্ত্ববিদসকলক সদায় জোকোৱা হয়—বৃটিছে যিখিনি আৱিষ্কাৰ কৰি গ'ল, তাৰ ওপৰতেই টেক্কা মাৰি আছে, নতুন ফিল্ড দেখোন এখনো আৱিষ্কাৰ কৰিব পৰা নাই। খাদ খান্দিলে তেলৰ সলনি ওলায় গেলনে গেলনে পানী।

ৰাজীৱে উত্তৰত এবাৰ ইণ্টাৰেষ্টিং কথা এষাৰ কৈছিল,—ভূগৰ্ভত তেলৰ অনুসন্ধান ক... আৰু ছোৱালীৰ মনৰ ভিতৰত কি আছে জানিবলৈ বিচৰা একেই কথা। মাধ্যাকৰ্ষণ পৰিমাপক যন্ত্ৰ, ভূ-কম্পন পৰিমাপক যন্ত্ৰ আদিৰে

বৰ বেছি আমি ভূগৰ্ভৰ শিলৰ গঠনৰ বিষয়ে আভাস এটাহে দিব পাৰোঁ। তৈলক্ষেত্ৰৰ সঠিক অৱস্থান জানিবলৈ হ'লে ধৰিত্ৰীৰ বুকু ফালি গভীৰৰপৰা গভীৰতৰলৈ যাবই লাগিব।

—আৰু ছোৱালীৰ মন জানিবলৈ?

—ধীৰে ধীৰে হৃদয়ৰ গভীৰত প্ৰৱেশ কৰিব লাগিব।

—বান্নাৰ কিমান গভীৰলৈ এতিয়ালৈকে প্ৰৱেশ কৰিলি?

—ধুৎ!

বান্না পাৰ্ছনেল মেনেজাৰ দত্তৰ ছোৱালী। দিল্লীৰ আই. আই. টিত আৰ্কিটেকচাৰ পঢ়ি আছে। ৰাজীৱৰ লগত আগৰেপৰা ঘনিষ্ঠতা। বান্নাৰ কথা সুধিলে ৰাজীৱ অপ্ৰস্তুত হয় আৰু এই অপ্ৰস্তুততাই বন্ধুবৰ্গৰ বাবে এক নিৰ্দোষ আনন্দৰ উৎস।

কোঠাৰ বাহিৰত 'ব্যাঘাত নজন্মাব' বুলি লিখা কাৰ্ডখন আঁৰি দি অৰুণাভে এয়াৰ-কুলাৰটো চলাই দিলে। মৃদু শব্দৰ সৈতে ভাহি অহা শীতল বতাহে লাহে লাহে কোঠাটো ভৰাই পেলালে। বাহিৰত উবিষ্যাৰ প্ৰথম ব'দে জিলমিল কৰিছে। ডাঠ সেউজীয়া ৰঙৰ পৰ্দাকেইখন টানি দিয়াৰ লগে লগে কোঠাটো প্ৰায় অন্ধকাৰ হৈ পৰিল।

অৰুণাভে ভাবিলে— পাৰিলে অনুৰাধাক আজি বিচাৰি উলিয়াব লাগিব। এটা ছাৰপ্ৰাইজ দি মজা লাগিব। ভাগ্য ভাল, সি ঠিকনাটো ঠিক বিচাৰি পাইছে।

প্ৰায় চাৰি বছৰ আগতে পঢ়াৰ শেষত এৰা-এৰি হৱৰ সময়ত আৰু বহুতৰ লগতে সি অনুৰাধাৰ ঠিকনাটোও লৈছিল। অৰুণাভে হয়তো তেতিয়া কল্পনাও কৰা নাছিল কোনোবাদিনা পুৰণি ডায়েৰীৰ এচুকত লিখি ৰখা অনুৰাধা নামৰ উবিষ্যাৰ ছোৱালী এজনীৰ ঠিকনা হঠাতে এদিন বিচৰাৰ প্ৰয়োজন হব।

অনুৰাধাৰ কথা কেইটা এতিয়াও মনত পৰে।

—তোমাক ঠিকনা দি লাভ আছে জানো?

—কিয়?

—কাইলৈ হেৰাই থাকিব। টকাৰেই হিচাপ নাথাকে তোমাৰ,—ৰাস্তাতেই পৰে নে ধোবাৰ ঘৰলৈকে যায়। আৰু ঠিকনা!

—বাঃ ক'ত টকা, ক'ত তোমাৰ ঠিকনা! তোমাৰ ঠিকনা হৃদয়ত লিখি



ৰাখিম দিয়া।

—হুঃ! তেলীয়া কৰবাৰ!

কোমল গাৰুত মূৰটো থৈ অৰুণাভে চকু দুটা মুদি দিলে। হঠাতে অৰুণাভৰ ভাব হ'ল তেওঁ যেন সমুদ্ৰৰ উপকূলত থিয় হৈ পৃথিৱী যে ঘূৰণীয়া তাকেই প্ৰমাণ কৰিবলৈ আহিছে আৰু তৰংগায়িত সুনীল সমুদ্ৰৰ বুকু ফালি দিগন্তৰপৰা ভাহি অহা এক কম্পমান, সুবিশাল জাহাজৰ ক্ৰমশঃ দৃশ্যমান মাস্তুলটোলৈ যেন উৎকণ্ঠাৰে চাই আছে! □

## চাৰি

## এক পাহাৰ-প্ৰমাণ দুখ, সুখ আৰু কোমলতাৰ অনুভূতি

সমুদ্ৰগৰ্ভত তেল সন্ধানৰ দৰে অত্যাধুনিক প্ৰকল্প এটা পৰিচালনা কৰিবলৈ যি দুৰ্জেয় সাহস, জ্ঞান আৰু পৰিশ্ৰমৰ প্ৰয়োজন, সেই সকলোবোৰলৈ লক্ষ্য কৰিলে মিঃ এছ. পি. মেহৰা এক নিৰ্ভুল নিৰ্বাচন। কৰ্তব্য তেওঁৰ বাবে এক নিচা, প্ৰত্যাহ্বান আৰু অনুপ্ৰেৰণা।

বাস্তি পুৰাই অফিচলৈ ওলাই যোৱা মিঃ. মেহৰা যেতিয়া ঘূৰি আহি হোটেল কোনাৰ্কত নিজৰ সুসজ্জিত কোঠাত সোমাল তেতিয়া ঘড়ীত ছয় বাজি বিছ মিনিট।

হোটেলৰ কাউণ্টাৰৰপৰা চাবিটো লবৰ সময়ত বিছেপছনিষ্টজনীয়ে কী ব'ৰ্ডৰপৰা কণমানি কাগজ এটুকুৰা উলিয়াই দি ক'লে,—ছাৰ, আপোনাক দিল্লীৰপৰা ফোনত দুবাৰ বিচাৰিছিল। নিশা ন বজাৰ পাছত এই নাম্বাৰত ফোন কৰিবলৈ দিছে।

মিঃ কাপুৰৰ টেলিফোন নাম্বাৰ। ঘৰৰ।

মিঃ মেহৰাই ঠিকেই আশা কৰিছিল। আবেলি তিনিবজাৰপৰা অফিচত ডায়েল কৰি কৰিও তেওঁ দিল্লী অফিচৰ লগত সংযোগ স্থাপন কৰিব নোৱাৰিলে। এতিয়াও এইখন দেশত কমিউনিকেশ্যনৰ কি দুৰ্দশা! মেহৰা চাহাবৰ ভাষাত— এ হৰিবল ষ্টেট অব এফেয়াৰ্ছ। এন ইনছাল্ট টু ছায়েঞ্চ। বিজ্ঞানৰ প্ৰতি এক অপমান!

এছ. টি. ডি. লৈ আশা নকৰি তেওঁ নিশা চাৰে ন বজাত দিল্লীলৈ নির্ধাৰিত সময়ৰ কল এটা এতিয়াই বুক কৰি থ'লে। মিঃ কাপুৰক আজিৰ গুৰুত্বপূর্ণ খবৰকেইটা জনাই থোৱা দৰকাৰ।

সমুদ্রগর্ভৰ তৈল অনুসন্ধান এক গুৰুত্বপূর্ণ প্রকল্প। প্রধানমন্ত্রীৰ ছেক্রেটেৰিয়েটবদ্বাৰা ইয়াৰ সকলো খবৰ মনিটৰ কৰা হয়। সেয়েহে দিল্লী অফিচক দিনৰ খবৰ দিনে জনোৱা নিতান্তই প্রয়োজন।

মিঃ মেহৰাই আজি যি কেইটা খবৰ পালে, তাৰপৰা অনুমান হৈছে—ঠিক সময়তে বংগোপসাগৰৰ বুকুত প্ৰথম খাদটো খান্দিব পৰা যাব।

অফিচ হিচাপে যেনেকুৱা ঘৰ বিচাৰিছিল, মিঃ মেহৰাই এতিয়াও ঠিক তেনেকুৱা ঘৰ এটা পোৱা নাই। সেয়েহে অস্থায়ীভাৱে শ্বহীদ নগৰত দুমহলীয়া ঘৰ এটা লৈ অফিচৰ কাম-কাজ চলোৱা হৈছে। ইতিমধ্যে পাৰাদ্বীপৰ লগত ক'ম্পেনিৰ নিজস্ব অনাতাঁৰ সংযোগ স্থাপন কৰা হৈছে। টেলেক্স লাইনো বিশেষ অসুবিধা নোহোৱাকৈয়ে পোৱা গৈছে।

ৰাতিপুৱা অফিচলৈ গৈয়েই মিঃ মেহৰাই পাৰাদ্বীপৰপৰা নীৰেন দত্তই পঠোৱা অনাতাঁৰ বাতৰি পালে; জানিব পাৰিলে জাপানৰপৰা চিমেন্ট, পাইপ আৰু অন্যান্য যন্ত্ৰ-পাতি লৈ 'সমুদ্ৰৰাণী' নামৰ জাহাজখনে আজি নিশা বাৰ বজাত পাৰাদ্বীপ বন্দৰ চুবহি।

কাইলৈ ৰাতিপুৱাৰ বাবে বাৰ্থ বিচাৰি ইতিমধ্যে বন্দৰ সঞ্চালকক জনোৱা হৈছে, কাষ্টমছকো খবৰ দি ৰখা হৈছে।

কাইলৈ পাৰাদ্বীপলৈ এবাৰ যাব লাগিল—মিঃ মেহৰাই ডায়েৰিত ন'ট কৰি ৰাখিলে।

প্ৰায় দহ বজাত মেহৰা চাহাবৰ অফিচৰ টেলিফোনটো বাজি উঠিল। বোম্বেৰপৰা ট্ৰাংক কল। ভাহি আহিল 'মেৰাইন এণ্ড এয়াৰ এজেণ্ট'ৰ ব্ৰাঞ্চ মেনেজাৰ ৰাজীৱ খান্নাৰ নাকী-সুৰীয়া স্বৰঃ টেক্সাছৰ পুমা ইনকৰ্পোৰেচনৰ দুখন হেলিকপ্টাৰ আজি ৰাতিপুৱাৰ ফ্লাইটত বোম্বে পাইছেহি, মুঠতে এঘাৰটা পেকেজ, কাষ্টমছৰ পৰীক্ষা-নিৰীক্ষাৰ পাছত এছেম্‌বল কৰিবলৈ সময় লাগিব প্ৰায় দুদিন; তাৰপিছত সেই দুখনে পোনে পোনে ফ্লাই কৰিব ভুবনেশ্বৰলৈ।

টেলিফোনত কথা শেষ হোৱাৰ লগে লগেই অপাৰেটৰে আনি দিলে এটা টেলেক্সৰ কপি;— পাৰাদ্বীপ বন্দৰৰপৰা মাজ সমুদ্ৰলৈ বয়-বস্তুৰ নিয়মিত যোগান ধৰাৰ বাবে ঠিক কৰা সক জাহাজ দুখনৰ শেহতীয়া খবৰ: 'ভিক্টৰ'



আৰু 'ছি-গল' নামৰ জাৰ্মান জাহাজ দুখন কালি ৰাতি এঘাৰ বজাত ছিংগাপুৰৰপৰা পাৰাদ্বীপ অভিমুখে যাত্ৰা কৰিছে। আৰু ছয়-সাতদিনৰ ভিতৰত পাৰাদ্বীপ পোৱাৰ কথা।

যোৱা দুদিন ধৰি উৎকণ্ঠাৰে মিঃ মেহৰাই অপেক্ষা কৰি আছিল 'নৰ্থ ছি'ৰপৰা সমুদ্ৰ পথেৰে আহি থকা 'পেলিকান' নামৰ ৰিগটোৰ শেহতীয়া খবৰলৈ। সকলো নিৰ্ভৰ কৰিছে ৰিগটোৰ ওপৰত। সমুদ্ৰ পথত ধুমুহা-বৰষুণ, উত্তাল জোৱাৰ সকলো অতিক্ৰম কৰি ঠিক সময়ত এই ৰিগ আহি পাৰাদ্বীপ পাব লাগিব; তেতিয়াহে সমুদ্ৰগৰ্ভত তৈল অনুসন্ধানৰ সপোন, পৰিকল্পনা বাস্তৱত ৰূপায়িত হ'ব।

মেক্সিকোৰপৰা ভাহি অহা টেলেক্সত সেই সুখবৰ আহিল। সমুদ্ৰত অনুকূল পৰিবেশ। 'পেলিকান' পৰহিলৈ ছিংগাপুৰ পাবহি। তাত তেল, পানী আৰু খাদ্য-সামগ্ৰী লৈ পিছ দিনা আৰম্ভ কৰিব পুনৰ সমুদ্ৰ যাত্ৰা,—পাৰাদ্বীপলৈ।

আজিৰ দিনটোৰ সকলোখিনিয়েই মোটামুটিভাৱে সুখবৰ।

দিনটোৰ কামৰ শেষত মিঃ মেহৰাৰ প্ৰায় দুটা এৰাব নোৱৰা লাক্‌জাৰি আছে—বাথ্‌টাবত সোমাই প্ৰায় দুঘণ্টা ধৰি স্নান, তাৰপিছত দুটা বা তিনিটা ড্ৰিংক।

আজিও তাৰ ব্যাতিক্ৰম নহ'ল।

গা ধোৱাৰ পিছত প্ৰথম ড্ৰিংকটো শেষ কৰি মিঃ মেহৰাই চিগাৰেট এটা জ্বলাই ল'লে আৰু খোঁৱাখিনি ধীৰে ধীৰে ওপৰলৈ এৰি দিলে। এটা সময়ত আৰামী চকীখনৰপৰা উঠি কৰ নোৱৰাকৈয়ে লাহে লাহে তেওঁ মন্ত্ৰ মুগ্ধৰ দৰে এচুকত থোৱা গধুৰ ছুটকেচটোৰ ওচৰ পালেহি। সাঁফৰ খুলি দিয়াৰ লগে লগে এটা মিশ্ৰিত সুবাসে তেওঁক আচ্ছন্ন কৰি তুলিলে। খন্তেকৰ বাবে বৈ তেওঁ এটা দীঘলীয়া উশাহ ল'লে; যেন সেই উশাহেৰে সমগ্ৰ সুবাস তেওঁ বুকুৰ ভিতৰলৈ শুহি নিয়াৰ আপ্ৰাণ চেষ্টা কৰিলে। সদায় হোৱাৰ দৰে আজিও হঠাতে এক পাহাৰ প্ৰমাণ দুখ, সুখ আৰু কোমলতাৰ অনুভূতিয়ে তেওঁৰ বুকুৰ গভীৰৰ কোনোবা এটা অংশত তোলপাৰ লগাই দিলে।

ডাঠ কাগজৰ পুৰণি খামটো হাতেৰে তুলি লোৱাৰ মুহূৰ্ততে কলিং বেলৰ মৃদু-মধুৰ শব্দই মিঃ মেহৰাৰ প্ৰায়ান্ধাকাৰ কোঠালিটো ভৰাই পেলালে। সকলো

আবেগ-অনুভূতি খন্তেকতে জোকাৰি পেলাই তেওঁ লগে লগে হৈ পৰিল প্ৰকল্প মেনেজাৰ মিঃ এছ. পি. মেহৰা আৰু ছুটকেচটো বন্ধ কৰি আগবাঢ়িল বন্ধ দুৱাৰৰ ওচৰলৈ—দৃঢ় পদক্ষেপেৰে।

## পাঁচ

## অচিন ৰহস্যৰ বিৰুদ্ধে ঘোষণা কৰা আমাৰ এক উত্তেজনাপূৰ্ণ যুদ্ধ

শৈশৱৰ স্মৃতি হঠাতে মানস পটত ভাস্বত হৈ উঠিলে অনুভৱ হয় যেন এই একেই পৃথিৱী একালত কি মধুৰ আৰু মোহময় আছিল!

হোটেলৰপৰা ওলায়েই ৰাস্তাৰ সোঁফালে অৰুণাভৰ চকুত পৰিল কণভেন্ট স্কুল এখন। নেভি ব্লু ৰঙৰ পেণ্ট আৰু বগা ৰঙৰ ছাৰ্টেৰে সজ্জিত কণ কণ ল'ৰা-ছোৱালীৰ কল-কাকলিৰে স্কুলৰ মুকলি প্ৰাংগণ উৎসৱমুখৰ হৈ আছে।

মুহূৰ্তৰ বাবে শৈশৱৰ কথা কিছুমানে অৰুণাভৰ হৃদয় চুই গ'লহি। এটা বয়সত সকলোৱে এৰি অহাৰ দৰে অৰুণাভেও চিৰকালৰ বাবে অসমৰ এখন আওহতীয়া গাঁৱৰ ধূলি, বালি আৰু প্ৰকৃতিৰ ওচৰত এক কৰুণ-মধুৰ শৈশৱ এৰি থৈ আহিছে। সেই সজীৱ শৈশৱত হয়তো প্ৰাচুৰ্য নাছিল, নাছিল খেলাৰ সহচৰ হিচাপে বজাৰৰপৰা কিনি অনা ৰং-বিৰঙৰ চাবি দিয়া যান্ত্ৰিক পুতলা। গাঁৱৰ স্কুললৈ যাবৰ সময়ত টিফিন কেৰিয়াৰত কোনেও ভৰাই দিয়া নাছিল পাউৰুটি বা আপেলৰ টুকুৰা।

তাৰ বিপৰীতে আছিল পৃথিৱীৰ সৈতে অৰুণাভৰ বাবে অকলশৰে যুঁজিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা মাকৰ কঠা শাসনেৰে ঢাকি ৰখা স্নেহ আৰু মমতা। অভাৱে কেনেকৈ যে মানুহক চালুকীয়া বয়সতে অভিজ্ঞ কৰি তোলে!

ল'ৰা-ছোৱালীৰ উচ্ছল কোলাহল পাছ পেলাই থৈ, একেই পথেৰে প্ৰায় দুই কিল'মিটাৰ যোৱাৰ শেষত মেইন ৰ'ডৰপৰা ফালৰি কাটি গাড়ীয়ে সোঁফাললৈ দিশ সলালে। বাওঁফালে শাৰী শাৰী মনিহাৰী বস্তুৰ দোকান; কেইখনমান খালী ৰিক্সা যাত্ৰীৰ অপেক্ষাত পথৰ কাষত ৰৈ আছে।



সম্মুখৰপৰা অহা এজন পথচাৰীক ৰখাই নীলকণ্ঠই উড়িয়া ভাষাত কি জানো সুধিলে: হয়তো অৰুণাভে বিচৰা ঘৰটোৰ সঠিক অৱস্থান জানিব খুজিলে। মুখেৰে একো নমতাকৈয়ে অলপ দূৰৈত চকুত পৰা এলুমিনিয়ামৰ সৰু পানীৰ টেংক এটাৰ ফালে আঙুলিয়াই দি মানুহজন আপোনমনে নিজ পথে গুচি গ'ল।

পোনে পোনে যোৱা পথৰ অন্তত নীলকণ্ঠই গাড়ী ৰখালে। সম্মুখত ৰেলৱে ক্ৰছিং। পথ হয়তো আৰু দূৰলৈ আগবাঢ়ি গৈছে, কিন্তু ক্ৰছিঙৰ সেই পাৰে কোনো ঘৰ অৰুণাভৰ চকুত নপৰিল।

—আপুনি বিচৰা ঘৰ এইটোৱেই ছাৰ।

নীলকণ্ঠই গাড়ীৰ দুৱাৰ খুলি ক'লে।

বাওঁফালে পথৰ কাষতে পুৰণি ফেন্‌ছিঙেৰে আৱৰি ৰখা এটা অৰ্ধসমাপ্ত আৰ. চি. চি. ঘৰ; হয়তো কিবা কাৰণত সময়ত কনষ্ট্ৰাকচন সমাপ্ত কৰিব পৰা নগ'ল। আশাই সম্বল চেৰাই যোৱাৰ বাবে বেছিভাগ মধ্যবিত্ত মানুহৰে ঠিক এনেকুৱা অৱস্থাই হয়।

ঘৰৰ বাৰান্ডাত খেলি মেলি হৈ অযত্নপালিত আধা ডজন ফুলৰ টাব পৰি আছে; চাঁদত পানীৰ টেংক আৰু বতাহত কঁপি আছে ৰঙা পাৰি দিয়া বগা শাৰী।

কলিং বেল চকুত নপৰিল।

দুৱাৰত টোকৰ মাৰিলে অৰুণাভে।

প্ৰথমে লাহেকৈ।

কোনো শব্দ নাই।

এইবাৰ ঈষৎ জোৰেৰে।

অৰুণাভে ভাবিলে—দুৱাৰ খুলিয়েই সম্মুখত অৰুণাভক দেখি বিস্ময় আৰু আনন্দত কিৰিলি পাৰি উঠিব এসময়ৰ সেই ক্ষীণাংগী, ছটফটীয়া কলেজীয়া বান্ধৱীজনীয়ে—আৰে অৰুণাভ তুমি! হোৱাট এ ছাৰপ্ৰাইজ!

এগৰাকী বয়সস্থ মহিলাই দুৱাৰ খুলি দিলে।

—মিঃ সুবিমল সাহাৰ ঘৰ নেকি?

—হয়?

—মই অনুৰাধাৰ বন্ধু, বেনাৰছত একেলগে পঢ়া।

—অনুৰাধাৰ বন্ধু? আহা বোপা আহা। মই অণুৰ মা—

—নমস্কাৰ। অনুৰাধা ঘৰত নাই নেকি?

—নাই, বহাচোন বহা। কি জানো এটা কৰে, ঘূৰিয়ে ফুৰে দেখোন। আজি গৈছে ছিক্কালৈ। কিবা চিনেমাৰ শ্যুটিং আছে বোলে।

—চিনেমা।

—জানো বোপাই। তাইহে জানে কি কৰি ফুৰিছে। ৰাতি আঠ-নমান বজাতহে আহি পাম বুলি কৈ গৈছে দেখোন।

চলিত অৰ্থত এজনী অসুন্দৰী, ক্ষীণাংগী ছোৱালী; নাৰীসুলভ লাজ আৰু কমনীয়তা যাৰ ব্যৱহাৰ অথবা অংগত বিচাৰি পোৱা নাযায়, তেনে এজনী ছোৱালীয়েনো ক'ৰবাত কেতিয়াবা চিনেমা কৰে নে? কি ঠিক, সময়ে কাৰ কেতিয়া, কিমান পৰিবৰ্তন আনে! হয়তো আজিৰ অনুৰাধাৰ লগত আচম্বিতে ক'ৰবাত পাতল ভীৰৰ মাজত দেখা হৈ গ'লে অৰুণাভৰ ভাব হ'ব—এইজনী ছোৱালীক দেখা দেখা লাগিছে, সেই অনুৰাধাৰ লগত কি সাংঘাতিক মিল আছে!

ওহোঁ, অৰুণাভৰ বিশ্বাস নহ'ল।

অন্ততঃ অনুৰাধাৰ ক্ষেত্ৰত এনেকুৱা হ'ব নোৱাৰে।

'অনুৰাধা, শুনিবলৈ পালো তুমি বোলে এতিয়া চিনেমাৰ ব্যস্ত নায়িকা। সুদূৰ অসমৰপৰা আহিছিলো অটোগ্ৰাফ লবলৈ। কি দুৰ্ভাগ্য, দেখাই নহ'ল।

মোৰ আস্থায়ী অস্থান—হোটেল প্ৰাচী। —অৰুণাভ'

সৰু কাগজ এখিলাত লিখি থৈ পিছত আকৌ আহিম বুলি অৰুণাভ বাহিৰ ওলাল।

কোনাৰ্ক হোটেলৰ ৩১০ নম্বৰ কোঠাত আঠ বজাত অৰুণাভৰ বাবে অপেক্ষা কৰি ৰ'ব প্ৰকল্প মেনেজাৰ মিঃ এছ. পি. মেহৰাই।

ষ্টেচনৰ কাষৰ কিতাপৰ দোকানখনত আলোচনীৰ পাত লুটিয়াই প্ৰায় আধা ঘণ্টা সময় অৰুণাভে পাৰ কৰি দিলে। উৰিষ্যাৰ টুৰিষ্ট গাইড আৰু আজিৰ কাকত এখন লৈ অৰুণাভ যেতিয়া দোকানৰ বাহিৰ ওলাল, তেতিয়া ঘড়ীত আঠ বাজিবলৈ মাথোন দহ মিনিট বাকী। ওচৰবে ষ্টেচনত হয়তো ৰেলগাড়ী এখন ৰ'লহি;—ছন্দোবদ্ধ শব্দ এটা মন্থৰ হৈ যোৱা শুনি অৰুণাভে অনুমান কৰিলে।

হেলোজেন লেম্পৰ হালধীয়া পোহৰে গোটেই চহৰখনকে প্লাৱিত কৰি ৰাখিছে। দূৰৈৰপৰাই অৰুণাভৰ চকুত পৰিল: সুউচ্চ কোনাৰ্ক হোটেলৰ



নামফলক বিদ্যুৎ আলোকত চিকমিকাই আছে। ভুবনেশ্বৰ চহৰৰ এইখিনিয়েই হয়তো মূল কেন্দ্ৰ, গুৱাহাটীৰ পাণবজাৰ বা কলিকতাৰ চৌৰংগী; ব্যস্ত পথত ৰিক্সা গাড়ীৰ অবিন্যস্ত চলমান শাৰী; সন্ধিয়াৰ শেষত চহৰৰ পথচাৰী গৃহমুখী।

অলপ আগতে কিনা টুৰিষ্ট গাইডৰ বেটুপাতৰ চিত্ৰখনৰ দৰে এক সুবৃহৎ শৈলনিৰ্মিত ৰথৰ চকাৰে হোটেল প্ৰাংগণ সজ্জিত। খাকী ইউনিফৰ্ম পৰিহিত বিশাল চেহেৰাৰ দাৰোৱানে স্প্ৰিং লগোৱা বন্ধ দুৱাৰখন যন্ত্ৰবৎ খুলি দিলে। ৰিচেপচন কাউণ্টাৰত মেৰুণ ৰঙৰ শাৰী পিন্ধি দণ্ডায়মান সপ্ৰতিভ চেহেৰাৰ এজনী লাহী গাভৰু ছোৱালী।

—এক্সকিউজ মি, মিঃ মেহৰা ৰুমত আছে নে? ৰুম নাম্বাৰ ৩১০?

কী-ব'ৰ্ডলৈ মুহূৰ্তৰ বাবে দৃষ্টি নিক্ষেপ কৰি উত্তৰ দিলে ছোৱালীজনীয়ে

—আছে।

—ধন্যবাদ।

প্ৰতিটো খোজতে ভৰিত ৰঙীণ, কাশ্মীৰী কাৰ্পেটৰ কোমল স্পৰ্শ। লাউঞ্জৰ এচুকত ষ্টেণ্ডৰ ওপৰত থিয়কৈ ৰখা ব'ৰ্ডত গুটি গুটি আখৰেৰে লিখা আছে—আজি নিশা মেইন হলত কুমাৰী নৱনীতা পাটনায়কৰ ওডিছি নাচ, লগতে বুফে। প্ৰতিজনৰ বাবে মাত্ৰ এশ টকা।

সুদীৰ্ঘ ক'ৰিডৰৰ শেষ মূৰত অৱস্থিত ৩১০ নম্বৰ কোঠাৰ সন্মুখত ৰৈ অৰুণাভে কলিং বেল টিপিলে।

বেলৰ মৃদু-মধুৰ শব্দই মেহৰা চাহাবৰ প্ৰায়ান্ধাকাৰ কোঠালিটো মুহূৰ্ততে ভৰাই পেলালে; লগে লগে ছুটকেচটো বন্ধ কৰি তেওঁ দৃঢ় পদক্ষেপেৰে বন্ধ দুৱাৰৰ ওচৰ পালেহি।

—ৱেলকাম ইয়ং মেন!

দুৱাৰ খুলিয়েই অৰুণাভক স্বাগত জনালে প্ৰকল্প মেনেজাৰ মিঃ এছ. পি. মেহৰাই। খন্তেক আগৰ স্মৃতিৰ জোৱাৰ এতিয়া নিয়ন্ত্ৰিত, মেন ছুইচ টিপি বিদ্যুৎ চাকি নিয়ন্ত্ৰিত কৰাৰ দৰে মেহৰা চাহাবেও স্থান, কাল আৰু পাত্ৰ অনুসাৰে অভিব্যক্তিৰ প্ৰকাশ নিয়ন্ত্ৰণ কৰে।

—ড্ৰিংক এটা?

এই ক্ষেত্ৰত অৰুণাভৰ কোনো ইনহিবিশ্যন নাই। তেওঁ আপত্তি নকৰিলে।

—তুমি বেচ সৌভাগ্যবান!

হাতেৰে ছোফাত বহিবলৈ নির্দেশ দিয়াৰ পিছত চিগাৰেট এটা জ্বলাই মেহ্‌ৰা চাহাবে হঠাতে মন্তব্য কৰিলে।

—কিয় ছাৰ ?

—তুমি তেলৰ দেশৰ ল'ৰা, এনেকুৱা এক প্ৰেষ্টিজিয়াছ তেল-প্ৰকল্পত অংশ গ্ৰহণ কৰাৰ সুযোগ পাইছা। সেয়া জানো তোমাৰ বাবে সৌভাগ্যৰ কথা নহয় ?

মেহৰা চাহাবৰ মুখত খেলি গ'ল কৌতুকভৰা এক সৌহার্দ্যপূর্ণ হাঁহি। হয়তো তেওঁ ঠিকেই কৈছে। অৰুণাভ ভাৰতৰ পূর্ব প্রান্তৰ পনীয়া সোণত ওপঙি থকা অসম দেশৰ ল'ৰা।

—অৰুণাভ, জানানে অসম দেশত খাৰুৱা তেল কেতিয়া আৱিষ্কৃত হয় ?

—১৮৬৮ চনত।

—তাৰ ঠিক সত্তৰ বছৰ পিছত, ১৯৩৮ চনত আৱিষ্কৃত হৈছিল ছাউডি আৰবিয়াত। আজি অসম ক'ত, ছাউডি আৰবিয়া ক'ত! দুবছৰমান আগতে ছাউডি আৰবিয়ালৈ গৈছিলো, —গাল্‌ফ অয়েলৰ কনছালটেন্সি কাম এটাত। আচৰিত হৈ গৈছিলো। খাৰুৱা তেলে কি সাংঘাতিক পৰিৱৰ্তন আনিছে ক্ষুদ্ৰ দেশখনলৈ। সিদিনালৈকে হজ কৰিবলৈ যোৱা মুছলমানখিনিৰ বাহিৰে কোনো মানুহ তালৈ যাব খোজা নাছিল। ছাউডি আৰবিয়াক মানুহে জানিছিল শুকান, উত্তপ্ত মৰুভূমি বুলি। আজি চোৱাগৈ, তেলে দেশখনলৈ কি অনা নাই। সুন্দৰ ৰাস্তা-ঘাট, হস্পিটেল, ঘৰ-দুৱাৰ, স্কুল-কলেজ ;— যেন যাদুকাঠীৰ পৰশেৰে ৰাতিৰ ভিতৰতে কোনোবাই দেশখনক প্ৰাচুৰ্যৰে ভৰাই তুলিছে। আগতে তাত আছিল উটে টনা গাড়ী, এতিয়া পকী ৰাস্তাত শাৰী শাৰী বিদেশী লিম'ছিন, মাৰ্ছিডিছ, টয়'টা দৌৰি ফুৰে। ৰাজধানী ৰিয়াধ আজি তৃতীয় বিশ্বৰ আটকধুনীয়া মহানগৰী। আনকি তীর্থযাত্ৰীৰ সুবিধাৰ বাবে মক্কা-মদিনাতো সাজি দিয়া হৈছে হোটেল, শ্বপিং চেন্টাৰ। এই সকলোবোৰ সম্ভৱ হৈছে একমাত্ৰ ব্লেক গ'ল্ড বা খাৰুৱা তেলৰ বাবে। অসমৰ ছমাহৰ তেল উৎপাদন ছাউডি আৰবিয়াৰ দৰে ক্ষুদ্ৰ দেশত উৎপাদিত হয় মাত্ৰ এদিনত। ছবিবছ ঘন্টাত। এটা অবিশ্বাস্য সত্য।.. আৰু এটা ড্ৰিংক লোৱা।

—নাই, হ'ব ছাৰ।

—ডেকা ল'ৰা। লোৱা।



খালী হৈ যোৱা দুইটা গিলাচতে সৰুকৈ ড্ৰিংক একোটা ঢালি মেহৰা চাহাব কিছুসময় ধ্যানমগ্ন হৈ ৰ'ল হয়তো তেওঁৰ মানস পটত দুখন তেলৰ দেশ—অসম আৰু ছাউডি আৰবিয়া—একেলগে ভাহি উঠিছে।—এখনত টিমিক-টামাক পোহৰ আৰু আনখন উজ্জ্বল আলোকেৰে উদ্ভাসিত।

—বুজিছা আৰুণাভ, বিশ্বত এটা সমৰ্থবান জাতি হিচাপে শিৰ উচ্চ কৰি ৰাখিবলৈ হ'লে পূৰ্ণ উদ্যমেৰে আমি নতুন নতুন তৈলক্ষেত্ৰ আৱিষ্কাৰত মনোনিবেশ কৰিবই লাগিব। এয়া আমাৰ অস্তিত্ব, আমাৰ জীৱিকা, আমাৰ দেশসেৱা। তেল সন্ধানৰ চাকৰিক চাকৰি বুলি নাভাবিবা ; ই এটা মিছন, চেলেঞ্জ। তুমি গীতাক বিশ্বাস কৰা ?

—গীতা ?

—মই কৰ্ম আৰু তাৰ ফলৰ কথা ক'ব খুজিছোঁ। বংগোপসাগৰৰ গৰ্ভত আমি তেলৰ সন্ধান পাওঁ নে নাপাওঁ সেয়া ডাঙৰ কথা নহয় ; আমি এটা মহৎ আৰু গুৰুত্বপূৰ্ণ প্ৰকল্প হাতত লৈছোঁ ; সুচাৰুৰূপে আমি আমাৰ কৰ্তব্য কৰিবই লাগিব। কৰ্তব্যৰ ক্ষেত্ৰত ন' কম্‌প্ৰমাইজ। যুদ্ধক্ষেত্ৰত সৈনিকে কাম কৰাৰ দৰে আমি কাম কৰিব লাগিব। ইয়াৰ লগত অকল আমাৰ ক'ম্পেনিৰেই নহয়, এই দেশখনৰ ভৱিষ্যত জড়িত।

মেহৰা চাহাবৰ ৰঙা পৰা মুখখনলৈ চাই অৰুণাভৰ ভাব হ'ল—তেওঁ যেন এটা মহৎ দায়িত্ব পালন কৰাৰ বাবে নিজকে প্ৰতিজ্ঞাবদ্ধ কৰি কৰ্মক্ষেত্ৰত দৃঢ়তাৰে জঁপিয়াই পৰিবলৈ মানসিকভাৱে প্ৰস্তুত হৈছে।

শেষ হৈ যোৱা চিগাৰেটটো এছ ট্ৰেত গুজি তেওঁ মেজৰ ড্ৰয়াৰৰপৰা এখন মেৰিয়াই থোৱা ব্লু প্ৰিন্ট উলিয়াই ল'লে।

—এইখনেই বংগোপসাগৰৰ, মহানদী বেছিনৰ সমুদ্ৰগৰ্ভৰ মানচিত্ৰ। এইফালে—ফেদ'মিটাৰৰ সহায়ত জোখা জলস্তম্ভৰ গভীৰতা আৰু এইফালে —ছাৰ্ভেৰ জৰিয়তে সংগ্ৰহ কৰা বিভিন্ন তথ্য। পানীৰ গভীৰতা ঋজুগতিত বাঢ়ি গৈছে পূবৰপৰা দক্ষিণলৈ।

উপকূল ৰেখাৰ আঁতৰত ৰঙা পেনচিলেৰে দিয়া ঘূৰণীয়া দাগ এটাৰ ওপৰত সোঁহাতৰ তৰ্জনী চেপি ধৰি মেহৰা চাহাবে আপোনমনে কৈ গ'ল—এয়েই আমাৰ প্ৰথম লক্ষ্য। পাৰাদ্বীপ বন্দৰৰপৰা ষাঠি কিল'মিটাৰ দূৰত, মাজসমুদ্ৰত আমাৰ টাৰ্গেট। বুজিছা অৰুণাভ, সমুদ্ৰৰ বিশাল জলৰাশি আৰু ভূগৰ্ভৰ কঠিন শিলাস্তৰ ভেদ কৰি আমি অগ্ৰসৰ হ'ব লাগিব আমাৰ লক্ষ্যলৈ।

নিঃসন্দেহে কঠিন আৰু বিপদজনক। ধুমুহা আহিব, ছাইক্ল'ন আহিব। অজান সমুদ্ৰগৰ্ভত প্ৰতিটো মুহূৰ্ততে নতুন নতুন সমস্যাই দেখা দিব, কিন্তু আমি জয় কৰিম সকলো। নিশ্চিত। —তৈল অনুসন্ধান, অচিন ৰহস্যৰ বিৰুদ্ধে ঘোষণা কৰা আমাৰ এক উত্তেজনাপূৰ্ণ যুদ্ধ।

মেহৰা চাহাবে খালী হৈ যোৱা গিলাচটো আকৌ ভৰাই ল'লে।

—তুমি ?

—ধন্যবাদ। নালাগে।

—ঠিক আছে, এইবাৰ জোৰ নকৰোঁ তোমাক।

গিলাচটো হাতত তুলি লোৱাৰ মুহূৰ্ততে সশব্দে ফোনটো বাজি উঠিল। শুভৰাত্ৰি জনাই অৰুণাভ যাবলৈ থিয় হ'ল।

—এক মিনিট ৰ'বা। তোমাৰ আৰু কথা আছে। বাওঁহাতেৰে টেলিফোনটো উঠাই মেহৰা চাহাবে ক'লে।

কথোপকথনৰ অন্তত ফোনটো ক্ৰেডেলত থৈ মেহৰা চাহাবে অৰুণাভৰ মুখলৈ চালে।

—কাইলৈ ৰাতিপুৱা ঠিক আঠবজাত। পাৰাদ্বীপলৈ যাবলৈ সাজু হৈ থাকিবা। মই হোটেলৰপৰা তোমাক পিক্-আপ কৰিম।

ঠিক সেই সময়ত ভুবনেশ্বৰ চহৰৰপৰা এশ বিছ কিল'মিটাৰ দূৰৰ পাৰাদ্বীপ বন্দৰৰ ছিগনেল অফিচৰ মুকলি বেলকনিত থিয় হৈ নীৰেন দত্তই সুবিশাল সাগৰলৈ দৃষ্টি নিক্ষেপ কৰিছে। বেলকনিৰপৰা শক্তিশালী দূৰবীণৰ মাজেৰে তেওঁ দেখিবলৈ পালে—নিশাৰ সমুদ্ৰফালি এক ওপঙি থকা আলোকিত অট্টালিকা কিবা যেন মায়াবী ৰূপেৰে মন্থৰ গতিত উপকূল অভিমুখে আহি আছে। □

## ছয়

## হঠাতে সন্মুখত সেই নয়নাভিৰাম দৃশ্য

প্ৰিয় নাৰীৰ প্ৰথম স্পৰ্শৰ দৰে কিছুমান স্মৃতি চিৰকালৰ বাবে হৃদয়ৰ গভীৰত ৰৈ যায়।



হয়তো আজি কুৰি বছৰৰো বেছি হৈ গ'ল, অথচ লুইতৰ পানীৰ সেই প্ৰথম সুশীতল স্পৰ্শ, প্ৰতিটো মুহূৰ্তৰ শিশু সুলভ বিস্ময়, তৰংগায়িত লুইতৰ পানীত ঢৌ খেলি ভাহি যোৱা সৰু সৰু নাও, সকলো এই মুহূৰ্তত অৰুণাভৰ দুচকুৰ সন্মুখত পৰিষ্কাৰভাৱে দৃশ্যমান।

ধুলিয়ৰি ৰাস্তাৰে অহা লাইন বাছৰপৰা নামিয়েই সন্মুখত নয়নাভিৰাম বিশাল ব্ৰহ্মপুত্ৰ। অস্তগামী সূৰুযৰ সোণালী পৰশত লুইত ৰহস্যময়। মুহূৰ্তৰ বাবে বিস্ময়-বিমুগ্ধ হৈ গৈছিল শৈশৱৰ অৰুণাভ।

—চুই চাম ?

—কি ?

—পানী ?

ভয়ে ভয়ে অৰ্জুন মামাক অৰুণাভে প্ৰশ্ন কৰিছিল।

—ইমান ভয় কৰিবলৈ কি আছে ? পানী কম।

সাহস পাই প্ৰথমতে সোঁহাতৰ আঙুলিৰে স্পৰ্শ কৰিছিল ব্ৰহ্মপুত্ৰৰ পানী; তাৰপিছত আগবঢ়াই দিছিল ভৰিখন—এটা শিহৰণ হৈ ভৰিৰ ওপৰেৰে লুইতৰ পানী বৈ গৈছিল।

—অৰ্জুন মামা, ব্ৰহ্মপুত্ৰ ক'ৰপৰা আহিছে ?

—মানস সৰোবৰৰ ওচৰৰপৰা। হিমালয় পৰ্বত আছে যে তাৰ সেইপাৰে মানস সৰোবৰ।

—বাঃ ! কিমান দূৰ ! আৰু ক'ত শেষ হৈছে ?

—গৈ গৈ বাংলা দেশ পাইছে। বাংলা দেশত পিছে তাৰ নাম যমুনা। যমুনা-পদ্মা নামৰ অইন এখন নদীৰ লগ লাগি মেঘনাত পৰিছে। আৰু শেষত ই বৈ গৈছে বংগোপসাগৰলৈ।

কেতিয়াবা কেনেকৈ একো একোখন নদীয়েই একোখন দেশৰ সংস্কৃতি, ইতিহাস, সভ্যতাৰ পৰিচয় হৈ পৰে! নদীৰ সোঁতৰ লগত সংস্কৃতিৰ ইতিহাস, বৈ আহে অতীতৰপৰা বৰ্তমানলৈ।

নীল নদীৰ কথা বাদ দি কোনে মিছৰৰ কথা মনলৈ আনিব পাৰে ? ব্ৰহ্মপুত্ৰক বাদ দিও অসমৰ কথা কল্পনা কৰিব নোৱাৰি।

মানস সৰোবৰৰ ওচৰৰ শুভ্ৰ বৰফস্তূপৰ বুকুৰপৰা ওলাই অহা চাৰিখন নদী আহি মিলিত হৈছে মাৰিয়ম চু নদীৰ লগত। সেই মিলিত ধাৰাই হ'ল অসমৰ সংস্কৃতিৰ লগত অংগাংগী হৈ পৰা ব্ৰহ্মপুত্ৰ নদ। সুউচ্চ তিব্বতৰ

বুকুৰ পৰ্বতীয়া পথেৰে বৈ অহা সেই মিলিত ধাৰাৰ প্ৰথম নাম তাম্‌চোক খাম্বাৰ, তাৰ পিছত সাংপো।

ক'ত জানো অৰুণাভে পাইছিল সাংপো শব্দৰ অৰ্থ: যাৰ স্পৰ্শত সকলো পবিত্ৰ হয়। সেই পবিত্ৰ ধাৰা। কি আশ্চৰ্যকৰ অৰ্থব্যঞ্জক এটা নাম!

নাম্‌চা বাৰোৱা আৰু গ্যায়লা পেৰী নামৰ দুই পাহাৰৰ বুকুৰে সেই পবিত্ৰ ধাৰা ভাৰতৰ উত্তৰ-পূৰ্ব সীমান্তইদি প্ৰবেশ কৰিছে। পাহাৰৰপৰা তললৈ নামি আহিছে মনোৰম জলপ্ৰপাত হৈ। লগ লৈছে ডিহিং আৰু লোহিতৰ লগত; আৰু একেলগে অসমৰ সমতললৈ নামি আহিছে---ব্ৰহ্মপুত্ৰ!

পাৰাদ্বীপ অভিমুখী চলন্ত গাড়ীৰপৰা অদূৰত নদী এখন দেখি অৰুণাভৰ শৈশৱৰ ব্ৰহ্মপুত্ৰৰ কথা মনত পৰিল। অৰুণাভ আজি বংগোপসাগৰলৈ বহস্যৰ সন্ধানত আহিছে; একেই বংগোপসাগৰ, য'ত অসমৰ বুকু চুই অহা লুইতৰ পবিত্ৰ ধাৰা মিহলি হৈ আছে।

মেহৰা চাহাবে এটাৰ পিছত এটা চিগাৰেট জ্বলাই কি জানো চিন্তা কৰি আছে। আগধৰি একো ক'বলৈ আৰম্ভ নকৰাৰ বাবে অৰুণাভেও কিবা এটা ক'বলৈ সাহস কৰা নাই। মেহৰা চাহাবৰ মুখ দেখি ভাব হৈছে তেওঁৰ মগজুৰে যেন এই নতুন প্ৰকল্পৰ প্ৰতিটো কাৰ্য এটাৰ পিছত এটাকৈ পাৰ হৈ যাব লাগিছে;—ছিংগাপুৰৰপৰা এৰি দিয়া ভিক্টৰ আৰু ছি-গল নামৰ সৰু জাহাজ দুখন হয়তো এতিয়া উপকূলৰপৰা শ শ নটিকেল মাইল দূৰত; --ভাৰত মহাসাগৰৰ বুকুৰে শ্ৰীলংকাৰ ফালে আহি আছে; খাদ্যসামগ্ৰী, পানী আৰু ঈন্ধন লোৱাৰ বাবে বিগ পেলিকান কাইলৈ ছিংগাপুৰ পোৱাৰ কথা; হেলিকপ্টাৰ দুখন হয়তো বোম্বেত ইতিমধ্যে এছেম্বল কৰা হ'ল; 'সমুদ্ৰ ৰাণী' নামৰ জাহাজখনো হয়তো প্ৰবেশ কৰিছে পাৰাদ্বীপ বন্দৰত।

বন্দৰ আৰু কাষ্টমছৰ বিষয়াৰ লগত যোগাযোগ কৰি 'সমুদ্ৰ ৰাণী'ৰে অহা সামগ্ৰী নমোৱাৰ আয়োজন কৰাত এতিয়া চাগৈ নীবেন দত্ত ব্যস্ত হৈ পৰিছে।

জনবহুল কটক চহৰ পাৰ হৈ পাৰাদ্বীপ অভিমুখী মসৃণ পথেৰে গাড়ী দৌৰিছে।

গাড়ীৰ গ্লাছখন আৰুণাভে কিঞ্চিত নমাই দিলে।



বাতিপুৱাৰ ব'দ কোমল আঁচল হৈ উৰিষ্যাৰ বিস্তীৰ্ণ পথাৰত শুই আছে। গাড়ীৰ গতিৰ লগত সমতা ৰক্ষা কৰি, নিঃসংগ মানুহৰ দৰে দূৰৰ পথাৰত থিয় হৈ থকা একোডাল অচিনাকি গছ অতৰ্কিতে আবিৰ্ভাৱ হৈ আকৌ নিৰুদ্দেশ হৈ গৈছে।

এই একেই দৃশ্য অৰুণাভে জীৱনত বহুবাৰ দেখিছে, কিন্তু কেৱল প্ৰথম অভিজ্ঞতাকহে চিৰকাললৈ স্মৃতিয়ে ধৰি ৰাখে। অৰ্জুন মামাৰ লগত প্ৰথমবাৰ চহৰলৈ যাওঁতে বাছৰ খোলা খিৰিকিৰে ঠিক একেদৰে অৰুণাভে দেখিছিল—দ্ৰুত গতিত অদৃশ্য হৈ যোৱা অচিনাকি গছৰ শাৰী।

গাঁৱৰ ল'ৰা অৰুণাভ: এনেকুৱা এখন গাঁৱৰ, এনেকুৱা এটা পৰিবেশৰ ল'ৰা— যেনেকুৱা পৰিবেশত ডাঙৰ হোৱা ল'ৰা এজনে সাধাৰণতে মেট্ৰিক, কেতিয়াবাহে কলেজৰ সাধাৰণ ডিগ্ৰি এটা লাভ কৰে। অৰুণাভৰ দৰে ল'ৰা এজনৰ স্বপ্ন সহজে গাঁৱৰ স্কুলৰ শিক্ষকতা অথবা গুৱাহাটীৰ কোনোবা মেছত থাকি চৰকাৰী অফিচৰ সাধাৰণ চাকৰি এটাতে সীমাবদ্ধ হোৱা উচিত আছিল।

কিন্তু অৰুণাভে তাতকৈ বিশাল স্বপ্ন দেখিছিল আৰু এই স্বপ্ন দেখাত সহায় কৰিছিল ৰায়হান ছাৰে।

—অৰুণাভ, এই গাঁওখনকেই তোমালোকৰ জীৱনৰ সীমা বুলি নাভাবিবা। নিষ্ঠা, ঐকান্তিকতা, দৃঢ়তাই তোমালোকক বহুত দূৰলৈ আগুৱাই লৈ যাব। দেশ-বিদেশত যিসকল লোক নিজ প্ৰতিভাৰ গুণত ওপৰলৈ উঠিছে, তেওঁলোক তোমালোকতকৈ বেলেগ মানুহ নহয়। তেওঁলোকৰ বহুতো তোমালোকৰ দৰে পৰিয়ালৰপৰাই ওলাইছে। তেওঁলোকৰ মগজুত তোমালোকৰ দৰেই বুদ্ধি বৃত্তি আছে। দেশৰ বহুত মানুহে শিক্ষাৰ মুখ দেখা নাই; তোমালোকে দেখিছা। ইয়াক পৰম সৌভাগ্য বুলি ভাবিবা। সন্মান জনাবলৈ শিকিবা।

কোন কাহানিতে কোৱা ৰায়হান ছাৰৰ কথা কেইষাৰ এতিয়াও অৰুণাভৰ হৃদয়ৰ গভীৰতম প্ৰদেশত চিৰন্তন প্ৰেৰণাৰ উৎসৰূপে খোদিত হৈ আছে।

গাড়ীৰ সোঁ-সোঁ শব্দই নিস্তব্ধতা ভংগ কৰিছে। প্ৰায় বাধাহীন, জনশূন্য ৰাস্তা পাই নীলকণ্ঠই গাড়ীৰ গতিবেগ আশী আৰু নৱেৰ ওচৰলৈ বঢ়াই দিছে।

নাতিদীৰ্ঘ দলং এখনৰ ওপৰেৰে দ্ৰুতগতিত গাড়ীখন পাৰ হৈ গ'ল। বিজ্ঞানে কেতিয়াবা কেতিয়াবা পৃথিৱীৰপৰা কিছুমান সৰু সৰু আনন্দ নোহোৱা

কৰি দিয়ে। আজি আৰু নাৱেৰে কিমানে নদী পাৰ হয়? দলঙৰ ওপৰেৰে মুহূৰ্ততে পাৰ হৈ যোৱা মানুহৰ, তলেৰে নিঃশব্দে বৈ যোৱা লাস্যময়ী নদীৰ লাৱণ্য বিমুগ্ধ নয়নেৰে চাই ৰ'বলৈ অৱকাশ ক'ত?

নদীৰ প্ৰতি অৰুণাভৰ এক অদ্ভুত আকৰ্ষণ আছে। এক অনিৰ্বচনীয় টান। ব্ৰহ্মপুত্ৰৰ দৰে উৰিষ্যাৰ জীৱনৰ সৈতেও অংগাংগী হৈ আছে মহানদী। অনুৰাধাক লগ পালে একেলগে এদিন নাৱেৰে মহানদী পাৰ হ'ব লাগিব;—অৰুণাভে মনে মনে ভাবিলে।

অনুৰাধাই কিজানি যোৱা ৰাতি চিঙ্কাৰপৰা আহি অৰুণাভৰ সৰু কাগজৰ টুকুৰাটো পাইছে। কি বা ভাবিছে! ওহোঁ, অনুৰাধা একো ভবা ছোৱালী নহয়।

—অৰুণাভ, তুমি আগতে সাগৰ দেখিছা নে?

শেষ হৈ যোৱা চিগাৰেটটো চলন্ত গাড়ীৰপৰা বাহিৰলৈ দলিয়াই দি মেহৰা চাহাবে হঠাতে প্ৰশ্ন কৰিলে।

—দেখিছোঁ এবাৰ।

—ক'ত?

—কলেজত থাকোঁতে গৈছিলো বোম্বেলৈ। তেতিয়া।

—জাহাজত উঠিছা নে নাই?

—বোম্বেত এলিফেন্টা কে'ভলৈ গৈছিলো। ঠিক জাহাজ নহয়। মটৰ লাঞ্চেৰে।

ব্ৰহ্মপুত্ৰৰ ফেৰীৰ কথা কবলৈ অৰুণাভৰ মন নগ'ল।

নীলকণ্ঠৰ ড্ৰাইভিং সুন্দৰ। ইমান জোৰে চলোৱা সত্ত্বেও কোনো জাৰ্কিং অনুভৱ কৰা নাই। অৱশ্যে ৰাস্তাও মসৃণ।

ক'ৰবাত দুই-এজন পথচাৰী হঠাতে চকুত পৰিছে। বাঁহৰ খুটিৰ ওপৰত চাং পাতি সজা দুই-এখন পাণৰ গুমটি, চাহৰ দোকান মুহূৰ্তৰ বাবে দৃশ্যমান হৈ পুনৰ হেৰাই গৈছে। দুই-এঠাইত ক'ল্ড-ড্ৰিংকৰ ছাইন ব'ৰ্ড, বাকীবোৰ ছাইন ব'ৰ্ড উৰিয়া ভাষাত,—একা-বেঁকা ৰেখাৰে কি জানো লিখা আছে ধৰিব নোৱাৰি। ৰাস্তাৰ একেবাৰে দাঁতিতে হঠাতে এটা পুৰণি চিনেমা হল, ৰঙীণ প'ষ্টাৰেৰে উৱলি যোৱা বেৰ সুসজ্জিত। বোধহয় কিবা উৰিয়া চিনেমা। অৰুণাভে নামটো পঢ়িব নোৱাৰিলে। ৰং-বিৰঙৰ শাৰী পিন্ধা এজাক আদিবাসী ছোৱালী খিচিৰ-মিচিৰ কৰি বুকিং কাউণ্টাৰলৈ আগবাঢ়ি গৈছে।



ৰাস্তাৰ সোঁফালে এটা মিটাৰ গেজ লাইন, আন ফালে এটা সৰু জান ৰাস্তাৰ সমান্তৰাল হৈ আগুৱাই গৈছে। পানী তলিত লাগিছে।

মেহৰা চাহাবে পুনৰ চিগাৰেট এটা জ্বলাই ক'লে—প্ৰথম অৱস্থাত পাৰাদ্বীপ বন্দৰলৈ ভাল ৰাস্তা নাছিল। দহ বছৰৰ আগতে এইবোৰ কেঁচা ৰাস্তা আছিল। সেয়েহে আগতে আমদানি-ৰপ্তানিৰ সকলো সামগ্ৰী এই জানেৰে পাৰাদ্বীপৰপৰা কটক আৰু কটকৰপৰা পাৰাদ্বীপলৈ নাৱেৰে কঢ়িওৱা হৈছিল।

এচাটি শীতল, সেমেকা বতাহৰ লগত এক সুতীব্ৰ গোন্ধ আহি হঠাতে নাকত লাগিল।

পাৰাদ্বীপ পাবৰ হ'ল। মেহৰা চাহাবে ক'লে।

—গোন্ধ?

গাড়ীৰ গ্লাছখন ওপৰলৈ তুলি দি মেহৰা চাহাবে দূৰলৈ আঙুলিয়াই দেখুৱালে। অৰুণাভৰ চকুত পৰিল, ৰাস্তাৰপৰা কিঞ্চিত দূৰৈত, জানৰ পাৰত শাৰী শাৰী জুপুৰি ঘৰ; সন্মুখত ৰ'দত শুকাবলৈ মেলি দিয়া হৈছে অসংখ্য সৰু সৰু মাছ।

সমুদ্ৰত মাছ ধৰা কি যে এক বৃহৎ ব্যৱসায়ত পৰিণত হৈছে পাৰাদ্বীপলৈ গ'লে গম পাবা। ব্ৰিটানিয়া, ইণ্ডিয়ান টবেকো আদিৰ দৰে ডাঙৰ ডাঙৰ ক'ম্পেনিবোৰো মাছৰ ব্যৱসায়ত লাগিছে। বিদেশতো একে কথা। জাপানৰ চুমিটোমো, হিতাচি, মিৎসুবিচি আদি প্ৰখ্যাত ক'ম্পেনিবোৰে মাছৰ ব্যৱসায়লৈ বিপ্লৱ আনি দিছে। হলেণ্ডত, মোৰ বন্ধু এজন আছে। নিতিন খান্না। ফিছিং বিজিনেছত আছে। তেওঁৰ সাগৰৰ মাছ ধৰা ওঠৰখন জাহাজৰ এটা ফ্লিট আছে। নিতিনে কৈছিল—তহঁতেতো সমুদ্ৰৰপৰা তেল উলিওৱাৰ কথা ভাবিছ, আমি সমুদ্ৰৰপৰা কেনেকৈ মাছ তোলো চাবি ব'ল। জাহাজত উঠি আমি সাগৰৰ মাজ পালো। দেখিলো জাহাজৰ কেবিনত বহিয়েই সমুদ্ৰৰ পানীৰ তলত ক'তনো কি মাছে ঘূৰা-পকা কৰিছে টি. ভি.ৰ পৰ্দাত পৰিষ্কাৰভাৱে দেখা গৈছে। পাৰাদ্বীপৰপৰাও বহু মাছ বিদেশলৈ ৰপ্তানি হয়। গ'লে দেখিবা।

আইন অনুসাৰে সংৰক্ষিত অঞ্চল বুলিয়েই হয়তো গোটেই পাৰাদ্বীপ বন্দৰৰ চৌদিশ পকীবেৰেৰে ঘেৰি থোৱা হৈছে। দূৰৈৰপৰাই অৰুণাভৰ চকুত পৰিল—থিয় হৈ ৰোৱা জাহাজৰ মাস্তুল। পৃথিৱী যে ঘূৰণীয়া এইবাৰ আকৌ নতুনকৈ এনেয়ে প্ৰমাণ কৰিব পৰা যাব;—অৰুণাভে ভাবিলে।

কেইবাটাও ৰঙচুৱা আৰু মাটি বৰণীয়া ওখ ওখ ট্ৰিপ পকীবেৰৰ কাষে

কাষে দেখা গৈছে।

আইৰণ অ'ৰ যেন লাগিছে—অৰুণাভে ক'লে।

দুটা বেলেগ বেলেগ টিপলৈ আঙুলিয়াই দি মেহৰা চাহাবে ক'লে—এইটো লোহা আৰু আনটো ক্ৰোম অ'ৰ। উৰিষ্যাবপৰা পাৰাদ্বীপ বন্দৰেৰে বিদেশলৈ ৰপ্তানি হয়। এখন জাহাজেৰে ভাৰতৰপৰা লোহাৰ অ'ৰ বিদেশলৈ যায়, আৰু দ্বিতীয়খন জাহাজত সেই একেই অ'ৰ লোহা হৈ ভাৰতলৈ ঘূৰি আহে। আমি টেক্‌ন'লজিকেলি এতিয়াও বহুত ডেভেলপ কৰিব লগা আছে।

ৰঙচুৰা টিপকেইটা অতিক্ৰম কৰিয়েই পকীবেবৰ কাষেৰে গাড়ীয়ে সোঁফাললৈ গতি সলালে।

হঠাতে সম্মুখত সেই নয়নাভিৰাম দৃশ্য চকুৰে মনিব পৰালেকে তৰংগায়িত সুনীল সমুদ্ৰ, দুপৰৰ ৰ'দত উজ্জ্বল নীল-মুকুতাৰ দৰে জলমলাই আছে।

মুহূৰ্তৰ বাবে কুৰি বছৰ আগৰ ব্ৰহ্মপুত্ৰৰ পানীৰ সেই শীতল আৰু পবিত্ৰ স্পৰ্শ অৰুণাভে সমগ্ৰ শৰীৰত অনুভৱ কৰিলে।

## সাত

## হঠাতে ৰি-ৰিকৈ এক গোপন নিশাৰ স্মৃতি

নীৰেনৰ প্ৰথমতে ৰূপালীৰ কথা মনত পৰিল।

কালি ঘৰৰপৰা অহা চিঠিৰপৰা ফাইনেল তাৰিখটো নীৰেনে জানিব পাৰিলে। যদিও বহুত দিন আগৰপৰাই জনা কথা, তথাপি তাৰিখটো খাটাংকৈ জনাৰ পিছত ৰূপালীলৈ বেলেগকৈ মনত পৰিল।

আজিয়েই মেহৰা চাহাবক ছুটিৰ কথা আগতীয়াকৈ জনাই থব লাগিব; —নীৰেনে টোপনিৰপৰা উঠিয়েই ভাবিলে।

ৰূপালীৰ পাছত তাৰ মনত পৰিল 'সমুদ্ৰ ৰাণী'ৰ কথা।

যোৱা নিশা জাপানৰপৰা তৈল-প্ৰকল্পৰ বাবে বিভিন্ন বিদেশী সামগ্ৰী লৈ অহা 'সমুদ্ৰ ৰাণী' নামৰ জাহাজখনে উপকূলৰপৰা কিছু আঁতৰত লংগৰ পেলাইছে। ডাঙৰ বন্দৰবোৰত দিন আৰু ৰাতিৰ যিকোনো সময়তে জাহাজ সোমাই অহাৰ ব্যৱস্থা আছে। 'নাইট নেভিগেশ্যন'ৰ সুবিধা নথকা বাবে পাৰাদ্বীপত, সূৰ্যাস্তৰ পিছত অহা জাহাজক সাধাৰণতে পিছদিনা ৰাতিপুৱাহে বন্দৰত প্ৰৱেশ কৰিবলৈ অনুমতি দিয়া হয়; অৱশ্যে সেয়াও নিৰ্ভৰ কৰে জাহাজ আহি ৰবৰ বাবে বন্দৰৰ ভিতৰত খালী ঠাই আছে নে নাই তাৰ ওপৰত। কেতিয়াবা একো একোখন জাহাজ এসপ্তাহৰো বেছি দিন মাজ সমুদ্ৰতে লংগৰ পেলাই ৰৈ থাকিব লগীয়া হয়।

মাটিৰ চিনাকি গোন্ধ আৰু স্পৰ্শৰপৰা আঁতৰত, সমুদ্ৰৰ মাজেৰে দিনৰ পিছত দিন যাত্ৰাৰ শেষত বন্দৰ পোৱাৰ মুহূৰ্তত এই বাধা কেতিয়াবা অসহনীয়। টেণ্টেলাছ কাপৰ দৰে—তৃষ্ণাৰ্ত ওঁঠ চুই পানী সোঁত বৈ গৈছে, খাবলৈ উপায় নাই।

পাৰাদ্বীপলৈ অন্ততঃ এইটো সময়ত আহিবলৈ নীৰেনৰ বিন্দুমাত্ৰ ইচ্ছা নাছিল। তেল ক'ম্পেনিৰ চাকৰিত জইন কৰা মাত্ৰ তিনি মাহমানহে হৈছে, সেয়েহে ওপৰৰ নিৰ্দেশৰ প্ৰতি এতিয়াই অবাধ্য হ'বৰ মন নগ'ল। প্ৰথমতে গুৱাহাটী অফিচত প'ষ্টিং। ভালেই লাগিছিল।

তাৰ আগতে নীৰেনে কলিকতাৰ ক্লিয়াৰিং এজেন্সি এটাত ফিল্ড অফিচাৰ হিচাপে কাম কৰিছিল। দিনৰাতি জাহাজৰ খবৰ লৈ ঘূৰি ফুৰা, আমদানি-ৰপ্তানিৰ বাবে ক্লায়েণ্টৰ লগত কাষ্টমছৰ বিষয়াৰ পাছে পাছে দৌৰাদৌৰি কৰি অতিষ্ঠ হৈয়ে নীৰেনে চাকৰিৰপৰা ইস্তাফা দি তেল ক'ম্পেনিত সোমাইছিল।

এদিন গুৱাহাটী অফিচৰ মুখ্য অভিযন্তা গৌতম বৰুৱাই ইণ্টাৰকমৰ জৰিয়তে নীৰেনক নিজৰ কোঠালৈ মাতি পঠিয়ালে।

—নীৰেন, প'ৰ্ট, কাষ্টমছ আদিৰ যথেষ্ট অভিজ্ঞতা তোমাৰ আছে। আমাৰ উৰিষ্যাৰ নতুন প্ৰকল্পৰ বাবে ঠিক তোমাৰ দৰেই মানুহ এজনৰ প্ৰয়োজন হৈছে। সেয়েহে তোমাক ট্ৰেন্সফাৰ কৰা হৈছে উৰিষ্যালৈ।

গৌতম বৰুৱাই আগবঢ়াই দিয়া টেলেক্সৰ কপিটোলৈ চাই নীৰেনে কওঁ নকওঁকৈ কৈছিল—

কেনচেল কৰিব নোৱাৰি নেকি ছাৰ?

ষ্ট্ৰেঞ্জ! নতুন প্ৰেষ্টিজিয়াছ প্ৰকল্প এটাৰ লগত জড়িত হৈ নতুন ঠাই এখনলৈ যাবলৈ তুমি সুখী হ'ব লাগে। এইটোৱেইতো যোৱাৰ বয়স। কেনচেলৰ প্ৰশ্ন নুঠে। তুমি যাবলৈ সাজু হোৱা। অহা সপ্তাহত ৰিপ'ৰ্ট কৰিব লাগিব।

গৌতম বৰুৱাৰ কোঠালিৰপৰা ওলায়েই নীৰেনৰ প্ৰশাসনৰ হেড ক্লাৰ্ক শইকীয়া 'বাবু'ৰ লগত কৰিড'ৰত দেখা।

কংগ্ৰেচুলেশ্যন দত্ত চাহাব।

মুখেৰে একো শব্দ নকৰাকৈ অনুসন্ধিৎসু নীৰেনে বাওঁহাতৰ কাষলতিৰ তলত এজাপ ফাইল চেপি লৈ অহা শইকীয়াবাবুৰ মুখলৈ চালে।

বৰুৱা চাহাবে কোৱা নাই নেকি? আপোনাৰ ট্ৰেন্সফাৰৰ টেলেক্স এটা ছেক্ৰেটেৰিৰ হাতত দেখিলো।

নীৰেনে একো নামাতিলে।

প্ৰশাসন বিল্ডিংটা অতিক্ৰম কৰি ছিকিউৰিটি গেটখনৰ পিছত নীৰেনৰ অফিচ ৰুম। ৰুমত সোমাইয়েই টেলিফোনটো উঠাই দুবাৰমান তেওঁ কালৈ জানো ডায়েল কৰিলে। এনগেজড। ভুমকৈ ক্ৰেডেলতে ফোনটো থোৱাৰ লগে লাগে ক্ৰিং ক্ৰিং কৈ বাজি উঠিল।

নীৰেন হিয়েৰ!

ৰূপালী—

অ' তোমাৰ কথাই ভাবিছিলো।

বাঃ হঠাৎ?

বেয়া খবৰ আছে।

কি হ'ল? ঘৰৰ খবৰ নেকি?

ট্ৰেন্সফাৰ। উৰিষ্যালৈ।

এইটো আকৌ কি বেয়া খবৰ হ'ল! কংগ্ৰেচুলেশ্যন। মোৰ বৰ মজা লাগিছে।

কিয়?

এনেয়ে।

তুমি ক'ৰপৰা ফোন কৰিছা?

পাণবজাৰৰপৰা। ৰুবিৰ ওচৰলৈ আহিছিলো। ক্লাছ হোৱা নাই। এতিয়া ঘূৰি যাম জালুকবাৰীলৈ।

দেওজান বাগানৰ মেনেজাৰ অৰূপ চলিহাৰ ছোৱালী ৰূপালী। হোষ্টেলত থাকি ইউনিভাৰছিটিত পঢ়ি আছে। যোৱা বছৰ কলিকতাৰ অসম ভৱনত নীৰেনৰ লগত প্ৰথম দেখা।

আজি নীৰেন টোপনিৰপৰা সোনকালে উঠিছে।

পাৰাদ্বীপৰ দৰে এখন সৰু ঠাইত ছমহলীয়া ঘৰ আশা কৰিব নোৱাৰি; অন্ততঃ পাৰাদ্বীপৰ অন্যান্য অঞ্চলৰ ৰূপ দেখি এই বৈসাদৃশ্যত নীৰেন প্ৰথমে আচৰিত হৈছিল।

সমুদ্ৰ উপকূলত প্ৰহৰীৰ দৰে তিনিটা ছমহলীয়া বিল্ডিং থিয় হৈ আছে। অদূৰত



লাইট হাউছ। সন্ধিয়া পৰত বৈ বৈ উজ্জ্বল পোহৰ লাইট হাউছৰপৰা ভাঁহি আহে।

তিনি নম্বৰ বিল্ডিংৰ চাৰি নম্বৰ ফ্লেটত নীৰেন আছে। ঘৰৰ পিছফালে ঝাউবনৰ আঁৰত মহানদীৰ মোহনা আৰু সন্মুখৰ বেলকনিত থিয় দিলেই চকুত পৰে অনিন্দ্য সুন্দৰ সুবিশাল সমুদ্ৰ।

গুৱাহাটীৰপৰা আহি পাৰাদ্বীপৰ নিঃসগতা ৰূপালীৰ ভাল লাগিব নে নাই জানো।

টোপনিৰপৰা উঠি মুখত ব্ৰাছডাল ভৰাই নীৰেন সন্মুখৰ বেলকনিত থিয় হ'ল। দূৰৰ বালিচৰত কেপ্টেইন দাসে সদায় কৰাৰ দৰে আজিও জগিং কৰি আছে। মাছমৰীয়া সৰু সৰু নাওবোৰ শাৰী পাতি গৈ আছে সমুদ্ৰৰ মাজলৈ। অদূৰত যোৱা নিশা ছিগনেল অফিচৰপৰা দূৰবীণেৰে দেখা নিঃসংগ 'সমুদ্ৰ বাণী'; বন্দৰ কৰ্তৃপক্ষৰ প্ৰৱেশ-অনুমতিৰ বাবে অপেক্ষাৰত।

ফোনটো বাজি উঠিল সেই সময়তে।

—হেলো।

—সুপ্ৰভাত, মই মহান্তিয়ে কৈছোঁ ছাৰ।

—সুপ্ৰভাত, কোৱা।

—ছিগনেল অফিচৰপৰা খবৰ দিছে 'সমুদ্ৰ বাণী' আঠ বজাত বাৰ্থিং কৰিব। ভুবনেশ্বৰৰপৰা মিষ্টাৰ মেহৰাই মেছেজ পঠিয়াইছে, যদিহে সম্ভৱ হয় দুজনৰ বাবে লাঞ্চৰ ব্যৱস্থা কৰিবলৈ।

উৰিষ্যাৰ স্থানীয় ল'ৰা মহান্তি। ভুবনেশ্বৰৰ লগত পাৰাদ্বীপৰ অনাতাঁৰ সংযোগ স্থাপন কৰা হৈছে তাত অপাৰেটৰ হিচাপে যোগদান কৰিছে। আগতে ছিন্ডিয়াৰ কোনোবা জাহাজত ৰেডিঅ' অপাৰেটৰ হিচাপে কাম কৰাৰ অভিজ্ঞতা আছে। পিছলৈ এই অনাতাঁৰ সংযোগ স্থাপন কৰা হ'ব বিগৰ সৈতেও।

মেহৰা চাহাবে কথা প্ৰসংগত এদিন অৰুণাভৰ কথা কৈছিল। নীৰেনৰ লগত আগেয়ে সাক্ষাৎ হোৱা নাই,—দুয়োজনে অসমত বেলেগ বেলেগ অফিচত কাম কৰাৰ বাবে। তাতে আকৌ নীৰেন কম্পেনিত নতুন।

লাঞ্চৰ আয়োজন কৰাটোৱেই পাৰাদ্বীপত আটাইতকৈ ডাঙৰ সমস্যা। যিকেইখন হোটেল আছে, তাৰ এখনো ঠিক সুবিধাজনক নহয়। ছি-মেনছ হোটেললৈ নিব পৰা যায়; কিন্তু তাতো দিনটো বিভিন্ন বিদেশী নাবিকৰ মদৰ আড্ডা। নতুনকৈ খুলিবলৈ লোৱা হোটেলখনৰ কনষ্ট্ৰাকশ্যন এই বছৰতে শেষ হ'ব লাগে। জাহাজৰ

এজেন্টক কৈ 'সমুদ্র বাণী'তেই লাঞ্চৰ আয়োজন কৰাৰ কথা নীৰেনে ভাবিলে। অগত্যা উপায় নহ'লে ঘৰতেই ঠিক কৰিব লাগিব। সুকান্তই চলাই দিব পাৰিব।

অফিচৰ গাড়ীখনৰ ড্ৰাইভাৰ নাৰায়ণে সুকান্ত নামৰ এই ল'ৰাটো ঠিক কৰি দিছে।

ঘৰত এনেয়ে বহি থাকে ছাৰ। খাবলৈ নাই। গাধ। একো নাজানে। আপোনাৰ ঘৰতে থাকি কিবা শিকে যদি শিকক। বন্ধা-বঢ়াও কৰিব।

এদিন লৈ আহিবাচোন। কথা পাতি চাম।

পোন্ধৰ ষোলবছৰীয়া ল'ৰা; ৰ'দে পুৰি নিয়া ক'লা গাৰ বং, মুখত সৰু সৰু দাগ আছে। আহিয়েই নীৰেনৰ ভৰি চুই প্ৰণাম কৰিলে। হয়তো কোনোবাই শিকাই পঠিয়াইছে।

কি নাম তোৰ ?

সুকান্ত সায়ী ছাৰ।

আগতে ক'ৰবাত কাম কৰিছ নে ?

জাহাজত ছিমেন্ট উঠাইছিলো কেইদিনমান। হাজিৰা কাম। সদায় নাথাকে।

ভাত ৰান্ধিব পাৰিবি ?

পাৰিম ছাৰ।

এটা সলজ্জ হাঁহি মাৰি সুকান্তই ক'লে।

ওচৰৰে ক'ৰবাত গাঁৱত থকা সুকান্ত ৰাতি ঘৰলৈ যায়। ৰাতিপুৱা আহে। কামত বেয়া নহয়। অন্ততঃ আপত্তি কৰিব লগীয়া নীৰেনে একো এতিয়ালৈকে বিচাৰি পোৱা নাই। দিনটো নীৰেনৰ ঘৰত থকাই নহয়, ইচ্ছা কৰিলে সুকান্তই ঘৰ চাফা কৰি দিব পাৰে। বে'ড ৰুমত অৱশ্যে নীৰেনে তলা লগাই যায়।

নীৰেন যেতিয়া অফিচ পালেগৈ, ঘড়ীত তেতিয়া আঠ বাজিবলৈ দহ মিনিট বাকী। অনন্তৰ কোঠাত কিবা নতুন খবৰ আছে নেকি চালে। নাই।

কোনোবাই খবৰ কৰিলে কবা, মই জাহাজৰ কামত ব্যস্ত আছোঁ। সেই ফালেই ক'ৰবাত থাকিম।

মহান্তিক কথাখিনি কৈ নীৰেনে বন্দৰৰ যিখিনি ঠাইত জাহাজ আহি ৰয়হি, সেইফালে গাড়ী চলাবলৈ নাৰায়ণক নিৰ্দেশ দিলে।

অফিচৰপৰা ওলায়েই ছিগলেন অফিচৰ কাষেৰে সোঁ-ফাললৈ দিশ সলাওঁতে নীৰেনে দেখা পালে বৃহৎ আকাৰৰ 'সমুদ্ৰ ৰাণী'ক দুখন টাগ ব'টৰে মন্থৰ গতিত বন্দৰৰ ভিতৰলৈ টানি অনা হৈছে।



কেপ্টেইন দাসে পাৰাদ্বীপ বন্দৰৰ কথা কৈছিল এদিন। বন্দৰৰ গভীৰতা প্ৰায় চল্লিশ ফুট। জাহাজ সোমাই আহিবৰ বাবে কৃত্ৰিমভাৱে এটা লেগুনৰ সৃষ্টি কৰা হৈছে। ড্ৰেজাৰেৰে নিয়মিতভাৱে এই লেগুন খান্দি থকা হয়, যাতে লেগুনৰ গভীৰতা ঠিকে থাকে।

নীৰেন থকা বিল্ডিঙৰ ওচৰৰ বিল্ডিংটোতে কেপ্টেইন দাস থাকে। ইন্টাৰেষ্টিং লোক। বিভিন্ন দেশৰ প্ৰচুৰ অভিজ্ঞতা আছে। ক'ৰপৰা জানো নিয়মিতভাৱে স্কচৰ বটল যোগাৰ কৰে। বয়স পঞ্চাল্লিছৰ ওচৰা-উচৰি। চুটি চুটি চুলি। বগা পুষ্ট শৰীৰ। ৰাতিপুৱা হাফপেন্ট পিন্ধি নিয়মিতভাৱে সাগৰৰ পাৰত জগিং কৰে।

বাৰ্থৰ কাষত নীৰেনৰ গাড়ী ৰোৱাৰ সময়ত সমুদ্ৰ ৰাণীয়ে আহি বন্দৰ চুইছেহি। প্ৰথম টাগ ব'টৰপৰা হাতত বিদেশী চিগাৰেটৰ খোলা পেকেট লৈ ব'গা ইউনিফৰ্ম পৰিহিত কেপ্টেইন দাস নামি আহিল। ৰাতিপুৱাতে মুখত বিদেশী পানীয়ৰ গোন্ধ।

সুপ্ৰভাত দত্ত।

সুপ্ৰভাত।

আপোনালোকৰ পাইপেৰে জাহাজ ভৰি আছে। সাগৰৰ তেল উলিয়াবলৈ আনিছে নেকি ?

নীৰেনলৈ বিদেশী চিগাৰেট পেকেটৰপৰা এটা আগবঢ়াই কেপ্টেইন দাসে সুধিলে। ৰ'দত মানুহজনৰ মুখখন ৰঙা হৈ উঠিছে।

দত্ত, এদিন সন্ধিয়া ওলাব। জাপানী কেপ্টেইন এনেয়ে কঞ্জুছ হয়। এইজন দিলদাৰ। ভাল স্কচ আছে।

ৰেল লাইনৰ কাষৰ কয়লাৰ গুড়িৰ ওপৰেৰে কেপ্টেইন দাসৰ জীপ গুচি গ'ল।

কাষ্টমছৰ মানুহৰ 'ৰামেজিং' হৈ যোৱাৰ পাছত জাহাজৰপৰা মাল নমোৱা কাম আৰম্ভ হ'ল। কলিকতাৰ খিদিৰপুৰ ডকত, ক্লিয়াৰিং এজেন্সিৰ চাকৰিৰ সময়ছোৱাত বন্দৰ আৰু কাষ্টমছৰ বহুতো কাম কৰাৰ অভিজ্ঞতা নীৰেনৰ আছে। সেয়ে বিশেষ একো সমস্যা নহ'ল। ইয়াত বেছিভাগ কাম জাহাজৰ এজেন্টেই কৰিছে।

এড্ৰো ক্লিয়াৰিং এজেন্টৰ মেনেজাৰ সুব্ৰমনিয়ামে কয়লাৰ গুড়িৰে মলিয়ন হৈ পৰা ক্ৰিম ৰঙৰ চাফাৰি ছুট এটা পিন্ধি বেছ দৌৰাদৌৰি কৰি আছে। মাজতে নীৰেনক আহি কৈ গ'ল—ইমান ডাঙৰ পাইপ আমি আগতে হেন্ডেল কৰা নাই। তথাপি প্ৰব্লেম হব নালাগে। ক্ৰেনৰ দুয়োজন অপাৰেটৰ বেছ অভিজ্ঞ। এডাল

পাইপৰ ওজন কিমান।

প্ৰায় ছয় টন।

এই পাইপেৰে কি সাগৰৰপৰা তেল উলিয়াব! অদ্ভুত কাৰবাৰ দেখিছো আপোনালোকৰ।

মিষ্টাৰ সুব্ৰমনিয়াম, এটা কাম কৰিব নেকি ?

কওকচোন!

আমাৰ প্ৰকল্প মেনেজাৰ মিষ্টাৰ মেহৰা আৰু অইন এজন বিষয়া ভুবনেশ্বৰৰ পৰা আহিব। জানেইতো ইয়াত ভাল হোটেল এখন নাই। জাহাজত অসুবিধা হ'ব নেকি! লাঞ্চ ওন্‌লি—

অসুবিধা কিয় হ'ব। অকল অলপ সোনকালে আহিলে ভাল। এওঁলোকলৰ লাঞ্চ টাইম দহৰপৰা বাৰ বজাৰ ভিতৰত।

আহি পাব লাগে।

ঠিক আছে, মই এতিয়াই কেপ্টেইনক কমগৈ।

মুহূৰ্ততে মানুহজন প্ৰায় দৌৰি গৈ জাহাজৰ ভিতৰত অন্তৰ্ধান হৈ গ'ল।

মেহৰা চাহাব আৰু অৰুণাভ বাৰ বাজিবলৈ বিছ মিনিট থাকোঁতেই আহি পালে।

সুব্ৰমনিয়ামে জাহাজৰ ডেকত ৰৈ কাবোবাক চিঞৰি চিঞৰি কি জানো নিৰ্দেশ দি আছিল; দেখা পাই তেওঁ দৌৰি আহিল।

স্প্ৰিং লাগেৰা বন্ধ দুৱাৰ খুলি দিয়াৰ লগে লগে বাতানুকূল জাহাজৰ শীতল বতাহে শৰীৰ চুই গ'ল। সুদীৰ্ঘ কৰিড'ৰৰ দুই কাষে বন্ধ কেবিন; চুটি-চাপৰ দুই-এজন জাপানী ডেকা হঠাতে কেবিনৰপৰা ওলাই অৰুণাভহঁতক দেখি মিচিকিঁয়াই হাঁহি আঁতৰি গ'ল। পিন্ধনত ব'গা হাফপেণ্ট আৰু আটিল দেহত লিপিট খাই ধৰা ৰংচঙীয়া হাতচুটি গেঞ্জি।

ওপৰত কেপ্টেইনৰ কোঠা। সুব্ৰমনিয়ামে বাট দেখুৱাই লৈ গ'ল।

চুটি অথচ বিশাল চেহেৰাৰ কেপ্টেইনে ভগা ভগা ইংৰাজীৰে স্বাগত জনালে। কেপ্টেইনৰ সুসজ্জিত কোঠাৰ বেৰত থিয় হৈ থকা এক নগ্ন জাপানী নাৰীৰ ছবি ওলোমাই থোৱা আছে। সুন্দৰ ছপা আৰু ফটোগ্ৰাফিৰ বাবে জীৱন্ত যেন লাগি যাব খোজে। বিছনাৰ কাষৰ ৰেকত কিছুমান কিতাপ আৰু চেণ্টাৰ টেবুলত ব্ৰঞ্জেৰে নিৰ্মিত এখন জাহাজৰ সৰু মডেল।

কেপ্টেইনে ড্ৰিংক যাচিলে, কিন্তু মেহৰা চাহাবে গ্ৰহণ নকৰিলে।



ধন্যবাদ। কেতিয়াবা সন্ধিয়া বহিম। এতিয়া ডিউটিত।

ডিউটিৰ সময়ছোৱাত ড্ৰিংক নকৰাৰ এই অদ্ভুত মানসিকতাত আমোদ পায়েই হবলা কেপ্টেইনে হো-হোৱাই হাঁহি দিলে।

কেপ্টেইনে নিয়মিতভাৱে দহবজাত লাঞ্চ কৰে। ভদ্ৰতাৰ খাতিৰত সংগ দিব খুলিছিল যদিও মেহৰা চাহাবে না কৰিলে।

ডাইনিং ৰুমত লাঞ্চ খাই থকাৰ সময়ত নীৰেনে ছেগ বুজি কথা উলিয়ালে।

ছেপ্তেম্বৰত মোক কেইদিনমান ছুটি লাগিব ছাৰ!

ছুটি? ছেপ্তেম্বৰত পূৰ্ণোদ্যমে কাম চলিব। ছুটি কেনেকৈ পাবা?

ঘৰলৈ যাব লাগিব।

কিহৰ বাবে? হোম্‌ চিক্‌নেছ?

বিয়া—

প্লেটৰপৰা কিবা টুকুৰা এটা তুলি লৈ মেহৰা চাহাবে অন্যমনস্কৰ দৰে খন্তেকৰ বাবে মৌন হৈ ৰ'ল। পিছ মুহূৰ্ততে তেওঁ হাঁহি হাঁহি ক'লে—কংগ্ৰেচুলেশ্যন। ছুটিৰ বাবে তোমাৰ বিয়া স্থগিত নাথাকে।

অৰুণাভে নীৰেনক ক'লে, কংগ্ৰেচুলেশ্যন দত্ত। ছোৱালী ক'ৰ?

গুৱাহাটীত পঢ়ি আছে। দেওজানৰ।

দেওজান? কি নাম?

চিনি পাব নেকি? দেওজান বাগানৰ মেনেজাৰ অৰূপ চলিহাৰ ছোৱালী। ৰূপালী।

হঠাতে ৰি-ৰিকৈ এক গোপন নিশাৰ স্মৃতি সুদূৰ কোনোবা চাহ বাগানৰ গছৰ ওপৰেৰে যেন ভাহি আহিল: কুমাৰী নাৰীক অৰুণাভে জীৱনত প্ৰথম স্পৰ্শ কৰাৰ এক অপূৰ্ব অনুভূতি—।

চিনি নাপাম নেকি?

অৰুণাভে ক'লে; আৰু কোৱাৰ সময়তো অনুভৱ কৰিলে কপৌ চৰাইৰ বুকুৰ পাখিৰ দৰে কোমল আৰু উষ্ণ সেই স্পৰ্শ। □

আঠ

## কাঁহৰ বাচনৰ শব্দৰ দৰে এটা ক্ষীণ, মধুৰ যন্ত্ৰণাৰ সুৰ

কাঁহৰ বাচনৰ শব্দৰ দৰে বহু সময়লৈ কপালীৰ নামটো অৰুণাভৰ বুকুৰ গভীৰত বি-বিকৈ বাজি থাকিল। ঠিক এনেকুৱা মুহূৰ্তবোৰতে অৰুণাভে মনত কিবা এক অদ্ভুত ধৰণৰ ছাফোকেশ্যন অনুভৱ কৰে—যেন গধুৰ বতাহেৰে ভিতৰখন হঠাতে ভৰি পৰিছে।

'সমুদ্ৰ বাণী'ৰপৰা ওলাই আহি অৰুণাভহঁত পাৰাদ্বীপৰ ছিগনেল অফিচৰ ফাৰ্ষ্ট ফ্ল'ৰত অস্থায়ীভাৱে স্থাপন কৰা অফিচত প্ৰৱেশ কৰিলে। বাঁওফালে পেট্ৰোল ডিপোৰ কাষত টেংকাৰৰ শাৰী। তপা মূৰৰ চুটি-চাপৰ মানুহ এজনে উত্তেজিত হৈ কাৰোবাৰ লগত উচ্চ স্বৰত তৰ্ক কৰি আছে।

মানুহজন অনবৰত মেজাজত থাকে। মহাপাত্ৰ নে কি নাম! ডিপো মেনেজাৰ। নীৰেন দত্তই ক'লে।

ভাল সম্বন্ধ ৰাখি চলিবা। জাহাজৰ তেলৰ বাবে আমি এওঁৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। ৰিগ আৰু দুখন ছাপ্লাই জাহাজৰ বাবে প্ৰতিদিনে আমাক প্ৰায় বিছহাজাৰ লিটাৰ ডিজেলৰ দৰকাৰ হ'ব।

মেহৰা চাহাবে ক'লে।

ওচৰতে ক'ৰবাত এটা পাম্প চলি আছে। একে সুৰত, দ্ৰুত লয়ত উঠি থকা শব্দ এটাৰপৰা অৰুণাভে অনুমান কৰিলে। চিৰিৰে ওপৰলৈ উঠিবৰ সময়ত নতুনকৈ চাকৰিত মকৰল কৰা পিয়নজনে চুচুক-চামাককৈ নমস্কাৰৰ ভংগীত হাত দুখন ওপৰলৈ তুলি দেৱালত আঠা লগাদি স্থিৰ হৈ ৰ'ল।

নীৰেন দত্তক একো নোসোধাকৈয়ে মেহৰা চাহাবে কৈ গ'ল,—আমি নতুনকৈ আৰু কেইজনমান ষ্টাফ নিয়োগ কৰিছো। দুই-এদিনৰ ভিতৰত পাৰাদ্বীপ পাবহি।

মাজতে অফিচৰপৰা বাহিৰ ওলাই অৰুণাভ সোঁফালৰ সৰু চিৰিটোৰে ওপৰলৈ উঠি গ'ল। ওপৰত ছিগনেল অফিচ। চাদৰ ওপৰত খুটি এটাৰ ওপৰত কোনোবা বিদেশী পাতাকা এখন ওলোমাই থোৱা আছে। ৰঙা, নীলা সমান্তৰাল শাৰীৰ মাজত কেইটামান তৰা। কোন দেশৰ পতাকা হ'ব অৰুণাভে ধৰিব নোৱাৰিলে।



হয়তো এই পতাকা কিবা সংকেতৰ বাবে ব্যৱহাৰ কৰা হৈছে।

বাঁওফালে কিছু দূৰৈত প্ৰাচীৰৰ দৰে সমুদ্ৰ উপকূলত থিয় হৈ থোৱা ছমহলীয়া বিল্ডিং তিনিটা চকুত পৰিল। তিনি নম্বৰ বিল্ডিঙৰ ঠিক ওপৰতে আবেলিৰ ৰঙেৰে ৰঙচুৱা সূৰ্যটো ওলমি আছে। আঁতৰত ঝাওবন;—তাতে মহানদীৰ মোহনা।

ছিগনেল অফিচৰ ভিতৰত কিবা এক অদ্ভুত সাংকেতিক ভাষাত চিঞৰি চিঞৰি কোনোবাই অনাতাঁৰ যন্ত্ৰত কথা পাতি আছে। অনাতাঁৰ যন্ত্ৰত ভাহি অহা মাতটো বহুত দূৰৰ ক'ৰবাৰ পাহাৰৰ গুহাত ঠেকা খাই খাই অহা যেন লাগিছে।

সম্মুখত সুনীল সমুদ্ৰ।

ছিগনেল অফিচৰ চাদত থিয় হৈ অৰুণাভৰ মুহূৰ্তৰ বাবে হঠাতে অনুভৱ হ'ল: এই ৰহস্যময় বিশালতা বিশল্যকৰণীৰ দৰে। ই হিংসা, দ্বেষ সকলো মুহূৰ্ততে হৃদয়ৰপৰা ধুই লৈ গৈ মানুহক পবিত্ৰতা দান কৰে।

অৰ্জুন মামাই অৰুণাভক প্ৰায়েই কৈছিলঃ মানুহে মাজে মাজে আকাশলৈ চাব লাগে; মন বহল আৰু উদাৰ হয়।

টৌ খেলি থোৱা, গৰ্ভৱতী নাৰীৰ দৰে ফুলি উঠা সমুদ্ৰৰ বুকুলৈ চাই অৰুণাভৰ ভাব হ'ল—আকাশ আৰু সমুদ্ৰৰ মাজত কি অদ্ভুত মিল! একেই ৰং, উদাৰ আৰু বহল, যেন পৃথিৱীৰ সকলোকে বুকুৰ মাজত সাৱটি লবলৈ সদা উৎসুক।

ঘোৰ খাই দিগন্তত সমুদ্ৰৰ তললৈ সোমাই যোৱা নিৰ্মেঘ আকাশৰ তলত তৰংগায়িত এই বিশালতাৰ সম্মুখত থিয় হৈ অৰুণাভে অনুভৱ কৰিলে—এই মুহূৰ্তত মনৰ গভীৰৰপৰা সময় আঁতৰি গৈছে, অনুভূতি স্তব্ধ হৈ গৈছে। নিজকে অৰুণাভৰ কোনোবা গ্ৰহান্তৰৰ মানুহ যেন লাগিল।

অৰুণিমাই, নহয়, অৰুণিমা বাইদেউয়ে এবাৰ কৈছিলঃ কিছুমান বয়সত কিছুমান কথা খাপ নাখায়। তুমি যে এইটো বয়সত, মাজে মাজে এনেদৰে উদাস হৈ বহি থাকা, সেয়া স্বাভাৱিক নহয়। প্ৰতিটো অস্বাভাৱিকতাৰ আঁৰত এটা কাৰণ থাকে। সেই কাৰণটো মই জানিব খুজিছোঁ।

এক মুহূৰ্তৰ বাবে অৰুণাভে নিষ্পলক দৃষ্টিৰে অৰুণিমা বাইদেউৰ মুখলৈ চাই ৰৈছিল;—শিশুৰ সাৱল্য আৰু আবেলিৰ স্নিগ্ধতাৰে ভৰা মুখ।

ক'তনো উদাস দেখিলা, তোমাৰ দৰে অনবৰত বকবকাই থাকিব লাগে নেকি?

কোৱাৰ সময়তো অৰুণাভে অনুভৱ কৰিলে কথাষাৰত সত্যতা নাই। অৰুণাভে নাজানে কি এক ৰহস্যময় বিশালতাই যাদুৰ শক্তিৰ দৰে তেওঁক প্ৰতিটো

মুহূৰ্ততে হাত বাউল দি মাতে।

পাৰাদ্বীপৰাপৰা ওভোতাৰ পথত বহু সময়ৰ বাবে ৰূপালী নামৰ এজনী অনমনীয় ছোৱালীৰ মুখ অৰুণাভৰ সন্মুখত স্থিৰ হৈ ভাহি ৰ'ল। কেইদিনমান পিছত নীৰেন দত্ত দীৰ্ঘদিনৰ ছুটি লৈ অসমলৈ যাব আৰু ঘূৰি আহিবৰ সময়ত দেওজান বাগানৰ অৰূপ চলিহাৰ ছোৱালী ৰূপালী, লগত ৰূপালী দত্ত হৈ আহিব। সমগ্ৰ জীৱন একেলগে পাৰ কৰি দিয়াৰ পিছতো নীৰেন দত্তই হয়তো কাহানিও এটা সত্য আৱিষ্কাৰ কৰিব নোৱাৰিব: ৰূপালীৰ শৰীৰত লাগি ৰোৱা সেই কোমল আৰু উষ্ণ স্পৰ্শ।

গোপন বাবেই সেই স্পৰ্শ আজিও মুৰ্হূতৰ বাবে অৰুণাভৰ জীৱনৰ মধুৰ যন্ত্ৰণাৰ উৎস।

জনশূন্য মসৃণ পথেৰে গাড়ী এইবাৰ পাৰাদ্বীপৰপৰা ভুবনেশ্বৰ অভিমুখী। সমুদ্ৰৰ সেইপাৰে পৃথিৱীৰ আলোক কেতিয়াবাই নিৰুদিষ্ট। অন্ধকাৰাচ্ছন্ন দূৰৈৰ গাঁৱত নৈশব্দ, নিশ্চিদ্ৰ বনানীৰ মাজত হঠাতে প্ৰভাতী আলোক দৃশ্যমান হোৱাৰ দৰে মাজে মাজে অস্পষ্ট আলোক ৰেখা দূৰৈৰপৰা ভাহি আহিছে।

অৰুণাভে মেহৰা চাহাবৰ মুখলৈ চালে। এই মুহূৰ্তত অভিজ্ঞতাৰে পুষ্ট এখন ভাবলেশহীন মুখ। মানুহৰ মুখলৈ চাই কিমানৰেই বা মনৰ গহ্বৰত প্ৰবেশ কৰিব পাৰি! দিনটো নিষ্ঠাৰে অফিচৰ কামত প্ৰাণ ঢালি দিয়া এই নিঃসংগ, ৰহস্যময় মানুহজনে সন্ধিয়া পৰত যেতিয়া পানীয়ত ডুব দি থাকে তেতিয়া তেওঁ কি ভাবে? অৰুণিমা বাইদেৱে যে কৈছিল—প্ৰতিটো অস্বাভাৱিকতাৰ আঁৰত এটা কাৰণ থাকে?

এই যে কোনো সম্বন্ধ নোহোৱাকৈ হঠাতে কৰোবাক আপোন লাগি যায়, হঠাতে হৃদয়ৰ গভীৰৰ সকলো খবৰ উদঙাই দিবৰ মন যায়, ইয়াৰ আঁৰতো জানো কোনো কাৰণ নাই, অৰুণাভে অৰুণিমা বাইদেউৰ কথা ভাবিলে।

দূৰৈৰ পথাৰৰ মাজেৰে হাৰিকেন হাতত লৈ কোনোবা এজন গৈ আছে। হয়তো অদূৰত ক'ৰবাত এখন গাঁও আছে। অন্ধকাৰত ঠিক চকুত পৰা নাই।

মেহৰা চাহাবে আকৌ এটা চিগাৰেট জ্বলাই ললে। কালিৰ সৰৱ মানুহজন আজি আশ্চৰ্যকৰভাৱে নিশ্চুপ হৈ আছে।

অদূৰৰপৰা বিদ্যুৎ চাকিৰ পোহৰ দ্ৰুতগতিত আগবাঢ়ি আহিছে। হয়তো



কটক চহৰ পাবৰ হ'লহি। তাৰমানে আৰু চল্লিছ মিনিট ভুবনেশ্বৰ পাবলৈ। গাড়ীৰ ভিতৰৰ লাইটটো জ্বলাই অৰুণাভে সময় চালে। সাত বাজি কুৰি মিনিট।

পিছফালৰপৰা অহা অইন এখন গাড়ীৰ হে'ড লাইটৰ পোহৰ হঠাতে গাড়ীৰ ৰিয়াৰ-ভিউ মিৰৰত পৰি মুহূৰ্তৰ বাবে চকু ছাং মাৰি ধৰিলে। নীলকণ্ঠই আয়নাখন বাওঁফাললৈ ঘূৰাই দিলে।

কিছুমান দৃশ্য কেনেকৈ আচৰিতভাৱে মনৰ কেমেৰাত চিৰকালৰ বাবে স্থিৰ হৈ ৰৈ যায়! ড্ৰেছিং মিৰৰৰ সন্মুখত অৰুণিমা বাইদেউৰ থিয় হৈ ৰোৱা এদিনৰ দৃশ্য মন্দিৰৰ বেৰত খোদিত কোনোবা মূৰ্তিৰ দৰে অৰুণাভৰ হৃদয়ত খোদিত হৈ ৰৈ গৈছে। কি এক অসম্ভৱ কায়দাৰে অৰণিমা বাইদেৱে দুখন হাতেৰে ফণি, মেলি লোৱা চুলি আৰু বুকুৰ ওপৰৰ এই খহি পৰিব পৰিব, অথচ পৰা নাই, চাদৰৰ আচল চম্পাকলি শুভ্ৰ দাঁতেৰে কামুৰি ধৰি আছিল চুলিত মৰা ক্লিপ। হঠাতে আয়নাত অৰুণাভক দেখি মুখ নুঘূৰোৱাকৈয়ে সুধিছিল,—কেতিয়া আহিলা? একেবাৰে চুপচাপ?

অৰুণাভে যেন একোকে নুশুনিলে। একোকে নকলে। যদি কিবা কব খুজিছিল, সেই কথা হয়তো চিৰদিনৰ বাবে অপ্ৰকাশ্য হৈ ৰ'ব। অৰুণিমা বাইদেৱেও হয়তো কোনোদিনে নাজানিব সঁচাকৈ অৰুণাভে সেই মুহূৰ্তত কিবা কব খুজিছিল নে নাই। নিঃশব্দে কেইটামান মুহূৰ্তৰ বাবে অৰুণাভে চাই ৰৈছিল অৰুণিমা বাইদেউৰ মুখৰ ফালে। কিছুমানৰ চেহেৰাত এনে এক বিনম্ৰ দীপ্তি থাকে যে দুচকু জুৰাই যায়। একেথৰে বহুত সময় চাই ৰ'লে বুকুৰ ভিতৰখন ধীৰে ধীৰে এক কোমল অনুভূতিয়ে ভৰাই তোলে আৰু তাৰ পিছত সংগোপনে কাঁহৰ বাচনৰ শব্দৰ দৰে এটা ক্ষীণ, মধুৰ যন্ত্ৰণাৰ সুৰ বহু সময়লৈ বাজি থাকে।

আঠ বজাত মেহৰা চাহাবক শুভৰাত্ৰি জনাই অৰুণাভ যেতিয়া কাঁচৰ দুৱাৰ ঠেলি হোটেল প্ৰাচীত সোমাল, কাউন্টাৰৰ বগা ছাৰ্ট আৰু ক'লা টাই পৰিহিত সেই ল'ৰাটোৱে ক'লে,—ছাৰ, আপোনাৰ বাবে মেছেজ এটা আছে।

বন্ধ খামত আগবঢ়াই দিয়া সৰু কাগজ টুকুৰাটোত অনুৰাধাৰ লিহিৰি হাতৰ আখৰ।

কাউন্টাৰৰপৰা চাবিটো লৈ অৰুণাভ নিজৰ কোঠালৈ আগবাঢ়িল। মনটো এনেয়ে হঠাতে ভাল লাগি গ'ল।□

নয়

## লাউঞ্জত থিয় হৈ আছে তাই

ৰাতিপুৱা ঠিক আঠ বজাৰ লগে লগে নতুনকৈ ভাৰাত লোৱা দুমহলীয়া অফিচৰ সন্মুখত নীলকণ্ঠই গাড়ী ৰখালে। আজিও নীলকণ্ঠই সেই অদ্ভুত স্কেচ অঁকা পাতল গেঞ্জিটো পিন্ধি আহিছে।

কালি পাৰাদ্বীপত তোমাৰ ফিচিং বন্ধুক লগ পালা নে নাই?

অৰুণাভে এনেয়ে সুধিলে।

—কালি একদম সময় নহ'ল। লাজুক হাঁহি এটা মাৰি নীলকণ্ঠই ক'লে। এনেয়ে বহুদিক দিনত পোৱা নাযায়েই। ৰাতিপুৱাই নাও লৈ সাগৰত মাছ ধৰিবলৈ যায়। সন্ধিয়াহে উভতি আহে। ভাল বতৰ পালেতো কেতিয়াবা ৰাতিপুৱাই দিয়ে।

অৰুণাভে গম পালে বন্ধুজনৰ নাম বছিদ।

—মাছ ধৰিবলৈ গৈ সিহঁতেনো ক'ত বিদেশী বস্তু পায়?

—বিদেশী বস্তুবোৰতো বেছিভাগ সাগৰৰ মাজতেই ইফাল-সিফাল হয়। সাধাৰণতে দুই-তিনি মাহৰ মূৰে মূৰে একেবোৰ জাহাজেই আহি থাকে। সিহঁতৰ চিনাকি হৈ গৈছে। টৰ্চেৰে সংকেট পঠিয়ায়, ভাল বস্তু থাকিলে। জাহজত বন্দৰলৈ লৈ আহিলেতো কাষ্টমছে ধৰে। সেয়েহে নাৱেৰে পঠিয়াই দিয়ে। এইচব চলি থাকে চাহাব।

নীলকণ্ঠৰ দৰে ইমান সৰু ল'ৰাটোৱে যে এনেকুৱা অভিজ্ঞ লোকৰ দৰে কথা কব পাৰে ভাবিলে আচৰিতেই লাগে।

অফিচৰ বাহিৰত দুখন এমবেছডৰ পাৰ্ক কৰা আছে। উৰিষ্যাৰ নাম্বাৰ প্লেট, হয়তো অফিচৰ কাম চলাবলৈ ভাৰাত লোৱা হৈছে।

ঠিক চাৰি আলিৰ মূৰতে অফিচটো। সন্মুখত কেইটামান কেইবা মহলীয়া বিল্ডিঙৰ কনষ্ট্ৰাকশ্যন চলি আছে। ছিমেণ্ট বালি মিহলোৱা মেচিনৰ অবিৰাম ঘৰঘৰ শব্দ হৈ আছে। সুবিশাল ক্ৰেণ এটাই পাঁচ নে ছয় মহলাৰ ওপৰলৈ কিবা এটা গধুৰ বস্তু ধীৰে ধীৰে তুলি নিছে। কাম কৰি থকা শ্ৰমিকৰ জুম এটাই ওপৰলৈ মুখ কৰি চাই আছে।



হঠাতে অৰুণাভৰ চকুত পৰিল অফিচৰ মহলাৰ ওপৰত তেল কম্পেনিৰ মনোগ্ৰাম। তাৰে তলত কম্পোনিৰ ছাইনব'ৰ্ড। ৰাস্তাৰে যোৱা মানুহবোৰে মাজে মাজে মনোগ্ৰামটোলৈ চাই গৈছে। তেওঁলোকৰ বেছিভাগৰ বাবে এনেকুৱা মনোগ্ৰাম এতিয়াও নতুন। কেইদিনমানৰ পিছত হয়তো এই মনোগ্ৰাম দূৰৈৰপৰাই মানুহে মুহূৰ্ততে চিনি পাব; ক'ব—সেয়া তেল কোম্পানিৰ গাড়ী গৈছে।

গাড়ীৰ দুৱাৰ খুলি নামিবলৈ লোৱাৰ লগে লগে ক'লা ৰঙৰ চিকমিকাই থকা নতুন এমবেছডৰ এখনৰপৰা মেহৰা চাহাব গম্ভীৰ খোজেৰে নামি আহিল। গাড়ীৰ সন্মুখত ইংৰাজীত ৰঙা আখৰেৰে লিখা আছে—তেল কম্পেনিৰ ডিউটিত। মেহৰা চাহাবৰ মুখত আধাপোৱা চিগাৰেট বাওঁহাতত ক'লা ৰঙৰ সৰু ভি. আই. পি ব্ৰিফকেছ। অফিচৰ বাৰাণ্ডাত হাতত একোছা চাবি লৈ সৰু টুল এখনত বহি থকা দাৰোৱান নে পিয়ন এজনে দৌৰি আহি মেহৰা চাহাবৰ হাতৰপৰা ব্ৰিফকেছটো লৈ ল'লে।

—গুডমৰ্ণিং ছাৰ।

অৰুণাভে ক'লে।

—গুড মৰ্ণিং।

মুখেৰে আৰু একো নকৈ পোনে পোনে তেওঁ অফিচত সোমাল। পাছপিনৰপৰা অৰুণাভে লক্ষ্য কৰিলে,—এই বয়সতো মানুহজনে সুন্দৰ স্বাস্থ্য বজাই ৰাখিছে। চাহাবৰ দৰে ৰঙচুৱা মুখ। ঋজু চলন ভংগী; বাওঁহাতৰ কিলাকুটিত এটা সৰু ভাঁজ, মূৰটো এফালে ঈষৎ বেকা হৈ থাকে। আগতে হয়তো টেনিছ বা গ'লফ খেলিছিল। নিয়মিত যোগাসনো কৰিব পাৰে। টপ একজিকিউটিভসকলৰ মাজত হঠাতে যোগাসন সাংঘাতিকভাৱে জনপ্ৰিয় হৈ উঠিছে।

ওপৰলৈ যোৱা চিৰিৰ কাষৰ সৰু কোঠাটোৰপৰা টেলেক্সৰ অবিৰাম খট্ খট্ শব্দ ভাঁহি আহিছে। অনাতাঁৰ যন্ত্ৰত কোনোবাই মেছেজ এটা গ্ৰহণ কৰি আছে। মাজে মাজে ধুমুহাৰ দৰে সোঁ-সোঁৱনি শব্দ অনাতাঁৰত ভাহি আহিছে। ৰিচেপচন হয়তো পৰিষ্কাৰ নহয়, সেয়েহে একেটা শব্দকে বাৰে বাৰে সুধি লব লগা হৈছে। 'সমুদ্ৰ ৰাণী' বুলি অনাতাঁৰত ভাহি অহা শব্দটোৰপৰা অৰুণাভে অনুমান কৰিলে পাৰাদ্বীপৰপৰা জাহাজৰ শেহতীয়া খবৰ জনাই পঠোৱা মেছেজ হ'ব। হয়তো নীৰেন দত্তই পাঠিয়াইছে।

নীৰেন দত্তই যে ৰূপালীক লৈ আহিব, ৰূপালীয়ে যদি কয় অৰুণাভক আগতে লগ পাইছোঁ বুলি! অৰুণাভে যে এতিয়া দত্তক ৰূপালীক চিনি নাপাওঁ বুলি ক'লে! কি এক অপ্ৰস্তুত অৱস্থাৰ সৃষ্টি হ'ব। নতুনকৈ বিয়া কৰোৱা ল'ৰাবোৰ এনেয়ে সন্দেহপৰায়ণ হয়।

অফিচৰ চকী-মেজবোৰ নতুনকৈ বনোৱা। এতিয়াও চিকমিকাই আছে। পলিচৰ সেই অদ্ভুত গোন্ধটো গোটেই অফিচটোত বিয়পি পৰিছে।

দিনটোৰ ভিতৰত প্ৰকল্পৰ এটা সম্যক ধাৰণা অৰুণাভৰ হৈ গ'ল। দেশী-বিদেশী কেইবাজনো লোকৰ লগত পৰিচয় হ'ল। অহা কেইটামান বছৰত এওঁলোকৰ লগত একেলগে অৰুণাভ ব্ৰতী হ'ব লাগিব সমুদ্ৰ গৰ্ভৰ তৈল সন্ধানত।

মেহৰা চাহাবৰ অফিচ ৰুমৰ বহা ঠাইৰ পাছফালে 'পেলিকান' নামৰ প্ৰকাণ্ড ৰিগটোৰ ফটো এখন আৰি থোৱা হৈছে। হয়তো ৰিগটো আজি ছিংগাপুৰৰ বন্দৰৰ কাষত। তাৰপৰা পানী, ইন্ধন আৰু খাদ্য সামগ্ৰী লৈ ভাৰতবৰ্ষ অভিমুখে পুনৰ সাগৰেৰে যাত্ৰা আৰম্ভ কৰিব। সত্তৰ জন মানুহ থাকিবৰ বাবে পেলিকানত সুন্দৰ ব্যৱস্থা আছে। দু হাজাৰ টন পানী, সমান পৰিমাণৰ ইন্ধন, এহাজাৰ টন পাইপ আৰু ত্ৰিছ হাজাৰ কিউবিক ফুট পৰিমাণৰ বিভিন্ন ৰাসায়নিক পদাৰ্থ লৈ ই চৈধ্য নটিকেল মাইল বেগত সাগৰৰ ওপৰেৰে ওপঙি আহি থাকিব পাৰে।

ফটোখনলৈ চাই অৰুণাভে অনুমান কৰিবলৈ চেষ্টা কৰিলে কি সুবিশাল এই ৰিগ। ধুমুহা-বতাহ, প্ৰাকৃতিক দূৰ্যোগ, সমুদ্ৰৰ উত্তাল তৰংগ সকলোৰে সন্মুখত অনমনীয় হৈ ৰোৱাৰ প্ৰতিজ্ঞাৰে যেন পাহাৰৰ গৰ্বিত চূড়াৰ দৰে সমুদ্ৰৰ বুকুত ওপঙি আছে।

সন্মুখত বহি থকা বিদেশী তৰুণ এজনৰ লগত মেহৰা চাহাবে চিনাকি কৰি দিলে— ডেনিছ ছিলভিয়া। জাহাজ পৰিবহন বিশেষজ্ঞ। পেলিকানত হয়তো কেপ্টেইন হিচাপেও কাম কৰিব। অৰুণাভতকৈ বয়সত হয়তো কিছু ডাঙৰ হ'ব। পেশীবহুল শৰীৰত, দীৰ্ঘকায়, কথা কোৱাৰ প্ৰতিটো ভংগীত প্ৰচণ্ড আত্মবিশ্বাস। ৰঙচুৱা মুখ ৰ'দে পোৰা। সোণালী চুলি চুটিকৈ কটা। এখন কাণত এটা সৰু সোণৰ ৰিং। ডিঙিৰ মিহি চেইন এডালত ৰিগৰ



সৰু মডেল এটা লকেট হিচাপে ওলমি আছে।

ডেনিছে নিজৰ অভিজ্ঞতাৰ কথা কৈ আছে ছিংগাপুৰৰপৰা বটাৰভামলৈ সেই যাত্ৰা পাহৰিব নোৱাৰা। আঠ হাজাৰ চাৰিশ মাইল দূৰত্ব। আমাৰ ৰিগৰ ওজন ওঠৰ হাজাৰ টন। গোটেই ৰিগটো জাহাজ এখনৰ ওপৰত তুলি মাত্ৰ পয়ত্ৰিছ দিনৰ ভিতৰত আমি সেই দূৰত্ব অতিক্ৰম কৰোঁ। আটলাণ্টিক মহাসাগৰৰ ওপৰত দুবাৰ আমাক ছাইক্ল'নে উৎপীড়ন কৰিছিল। দুবাৰমানতো মাজতে ভয় খাই গৈছিলো। বিছ-পঁচিশ ফুট ওখ ঢৌৱে প্ৰচণ্ড বেগত জাহাজত কোবাই আছে।

ৰিগটো ইমান প্ৰকাণ্ড, জাহাজত কেনেকৈ তোলা হ'ল? অৰুণাভে প্ৰশ্ন কৰিলে।

ছিম্পল। একেবাৰেই সহজ। জুৰং বন্দৰৰ কাষত আমাৰ জাহাজখন ছাবমেৰিণৰ দৰে সমুদ্ৰ পৃষ্ঠৰপৰা প্ৰায় পছপন্ন ফুট তললৈ ডুবাই দিয়া হয়। জাহাজৰ ডেকত সোতৰ ফুট গভীৰ সমুদ্ৰৰ পানী। লাহে লাহে চাৰিখন টাগ-বোটেৰে ৰিগটো জাহাজৰ ওপৰলৈ টানি লৈ অহা হ'ল। জাহাজ পুনৰ ওপঙি উঠিল। বচ, ৰিগ ওপৰত , জাহাজ তলত। এখন জাহাজৰ ওপৰত আন এখন জাহাজ!

অৰুণাভে এতিয়াহে জানিব পাৰিলে পেলিকান নামৰ সেই সুবিশাল ৰিগটো ইমানদিনে সাগৰৰ বুকুৰে পাৰাদ্বীপ অভিমুখে আহি আছে অইন এখন বিশেষভাৱে নিৰ্মিত জাহাজৰ ওপৰত। ৰিগ পৰিবহনৰ ব্যৱস্থা এনেকুৱা বিশেষ জাহাজ নিৰ্মাণ কৰা হয়। অৱশ্যে প্ৰপেলাৰ থকা ৰিগৰ বাবে বেলেগ জাহাজৰ দৰকাৰ নহয়। এইবোৰ নিজেই চলমান। পেলিকান জেক-আপ ৰিগ। মাজ সমুদ্ৰত তিনিখন ভৰিৰ ওপৰত ই এটা সুবিশাল অট্টালিকাৰ দৰে ওপঙি থাকিব, —যেন এক ভাসমান দ্বীপ।

ডেনিছে ইতিমধ্যে পাৰাদ্বীপৰ ওচৰৰ সমুদ্ৰৰ ঢৌৰ উচ্চতা জুখিছে। ডেনিছে ৰায় দিলে— উহুঁ, জাহাজৰপৰা পাৰাদ্বীপৰ ওচৰত ৰিগ নমাব পৰা নাযাব। পাৰাদ্বীপৰ সমুদ্ৰ সাংঘাতিক অশান্ত। ঢৌৰ উচ্চতা সাত আঠ ফুট। ঢৌ বেছি হ'লে ৰিগ নমোৱাটো নিৰাপদ নহয়।

তেনেহ'লে?

কুঞ্চিৎ দৃষ্টিৰে মেহৰা চাহাবে প্ৰশ্ন কৰিলে।

মই আন্দামানৰ ওচৰত ইতিমধ্যে ছাৰ্ভে কৰিছোঁ। তাত ঢৌৰ উচ্চতা

তুলনামূলকভাৱে কম। নিৰাপদে জাহাজৰপৰা ৰিগ নমাব পৰা যাব।

কিন্তু তাৰপৰা ৰিগ আহিব কেনেকৈ?

ছিগল আৰু ভিক্টৰ নামৰ ছাপ্লাই জাহাজ দুখনে টানি লৈ আহিব, একো সমস্যা নাই।

ডেনিছৰ আত্ম-বিশ্বাস অৰুণাভৰ ভাল লাগিল। যেন পৃথিৱীৰ কোনো সমস্যায়েই সমস্যা নহয়। মগজু খটুৱাই চিন্তা কৰিলে সকলোৰে সমাধান আছে।

ডেনিছ আজি আবেলিৰ ফ্লাইটত কলিকতালৈ যাব, তাৰপৰা ৰাতিপুৱাৰ ফ্লাইটত পোৰ্টব্লেয়াৰ। পোৰ্টব্লেয়াৰৰ বন্দৰ কৰ্তৃপক্ষৰ লগত তেওঁ ৰিগ আহি পোৱাৰ আগতে এবাৰ কথা পাতিব খুজিছে।

মাজতে ফে'ডেড জিন আৰু গাম বুট পিন্ধা ডাড়ি ৰখা ল'ৰা এজন সোমাই আহিল। মুখত ক্লান্তিৰ চিন সুস্পষ্ট হ'লেও সপ্ৰতিভ চেহাৰা। —এয়া হৰিশ খান্না,ইঞ্জিনিয়াৰছ ইণ্ডিয়া লিমিটেডৰ ইঞ্জিনিয়াৰ। এওঁলোকে ৰিগটো যথাস্থানলৈ লৈ যোৱাৰ দায়িত্ব লৈছে।

মেহৰা চাহাবে খান্নাক বহিবলৈ কৈ চিগাৰেট এটা জ্বলাই পৰিচয় কৰাই দিলে।

ৰিগটো ক'ত স্থাপন কৰা হ'ব, তাৰ ওপৰতে কৃতাকাৰ্যতা বহু পৰিমাণে নিৰ্ভৰ কৰিছে। ভূতত্ত্ববিদে সমুদ্ৰৰ কোন দ্ৰাঘিমা-অক্ষৰেখাত তৈল-সন্ধানৰ বাবে খাদ এটা খান্দিবলৈ বিচাৰিছে, তালৈকে লৈ যাব লাগিব ৰিগটো।

কোৱা হৰিশ, তোমালোকৰ কেম্পৰ খবৰ?

—মেহৰা চাহাবে সুধিলে।

আমাৰ দুইটা কেম্পেই ৰেডি। মহানদীৰ মোহনাৰ ওচৰৰ কেম্পটোৰ কথাতো আপুনি জানে?

বাজীৰ আৰু নন্দী আছে যে?

ও। যোৱা কালি ৰাতি পুৰীৰ ওচৰৰ অষ্টাৰংগত তম্বু তৰিলো। প্ৰায় ছয় কিল'মিটাৰ ৰাস্তা নাই। পথাৰৰ মাজে মাজে খোজ কাঢ়িব লগা হ'ল। নিতিন আৰু পাটিলক থৈ আহিছোঁ।

হৰিশ খান্নাৰপৰা অৰুণাভে জানিব পাৰিলে—দুটা কেম্পৰপৰা পঠোৱা ৰেডিঅ' সংকেতেৰে তেওঁলোকে ৰিগ সঠিক স্থানলৈ লৈ যাব। সময়ত,এবাৰ নিজ চকুৰে চাব লাগিব অৰুণাভে ভাবিলে।



স্থলভাগ আৰু জলভাগৰ মাজত তৈল-সন্ধানক কাৰ্যৰ যে ইমান বেছি প্ৰভেদ আৰুণাভে ইয়ালৈ আহিহে কিছু জানিব পাৰিলে।

মেহৰা চাহাবৰপৰা অৰুণাভে আৰু বহুতো খবৰ জানিব পাৰিলে। বোম্বেৰপৰা অহা ডুবুৰীৰ দল এটাই সমুদ্ৰ-গৰ্ভত প্ৰবেশ কৰি প্ৰথমতে পৰীক্ষা কৰিব পানীৰ তলৰ সেই বিচিত্ৰ জগত।

বাৰ ঘণ্টাৰ অন্তৰে অন্তৰে অনাতাঁৰ যন্ত্ৰৰে ৰিগলৈ প্ৰেৰণ কৰা হ'ব বতৰৰ আগজাননী। ধুমুহা-বতাহ, প্ৰকৃতি দুৰ্যোগৰ সময়ত প্ৰতিঘণ্টাৰ মূৰে মূৰে প্ৰেৰিত হ'ব বিশেষ বুলেটিন।

যিকোনো দুৰ্যোগৰ সময়ত সহায়ৰ বাবে ৰিগৰ ওচৰত চৰ্বিশ ঘণ্টা ভিক্টৰ নহ'লে ছি গল অপেক্ষা কৰি ৰ'ব মূহূৰ্তৰ নিৰ্দেশত সগৰৰ বুকুৱে ঢাপলি মেলিবলৈ সিহঁত সাজু থাকিব।

ভুবনেশ্বৰ বিমান বন্দৰত ৰখা ২৫ পুমা ইনকৰ্পোৰেচনৰপৰা এতিয়া বোম্বেত আহি উপস্থিত হোৱা হেলিকপ্টাৰ, প্ৰয়োজনৰ সময়ত পোনে পোনে ৰিগৰ ওপৰত অৱতীৰ্ণ হ'ব পৰাকৈ।

চাৰিবজাত বোম্বেৰপৰা আকৌ ফোন আহিল, নাকীসুৰীয়া চতুৰ্বেদীৰ মাত—কাইলৈ হেলিকপ্টাৰ ভুবনেশ্বৰ পাবহি। মাজতে কানপুৰত ৰিফুৱেলিং।

অফিচৰপৰা অৰুণাভ যেতিয়া হোটেল পালেহি তেতিয়া ছয় বাজিবলৈ বিছ মিনিট।

দূৰৈৰপৰাই অৰুণাভে দেখা পালে—লাউঞ্জত থিয় হৈ আছে তাই।

সেই একেই বাদামী চুলিৰ বেণী।□

## দহ

## হৃদয়ৰ গোপন এক বিচিত্ৰ পৃথিৱী

অবাক বিস্ময়েৰে ভৰা **বহল** চকু দুটালৈ অৰুণাভে কিছু সময় চাই ৰ'ল। প্ৰসাধনহীন মুখত শিশুৰ সাবলা, পাতল আকাশী ৰঙৰ শাৰীৰ লগত মেট্‌চ কৰা ব্লাউজ।

কিমান সময় ৰৈ আছো জানা? পূৰা এক ঘণ্টা।

অনুৰাধাৰ কথাৰ সুৰত উচ্ছল আনন্দ আৰু বিস্ময়।

বাঃ তুমি কিন্তু একদম একে আছা! ছটফটীয়া। স্কুলীয়া ছোৱালীৰ নিচিনা।

অৰুণাভে হাঁহি হাঁহি ক'লে।

প্ৰায় চাৰি বছৰৰ মূৰত হঠাতে আজি দেখা। কিছুমান সম্বন্ধৰ মাজত সময়ৰ কোনো বাধা নাথাকে। যেন অনুৰাধাক যোৱা কালিহে দুপৰীয়া কলেজলৈ যাওঁতে কন্টিনৰ কাষত এজাক ছোৱালীৰ সৈতে দেখা পাইছিল, অৰুণাভৰ তেনেকুৱা লাগিল।

তোমাক কিন্তু কেনেকুৱা বুঢ়া বুঢ়া লাগিছে! চুলি পকি গ'ল।

সোঁহাতেৰে মূৰৰ চুলিলৈ অনুৰাধাই আঙুলিয়াই দিলে।

ইয়াতে বহিবা নে?

ওহোঁ, বাহিৰলৈ বলা।

ক'লৈ?

বলাচোন। ভুবনেশ্বৰ মোৰ ঠাই। য'লৈকে ইচ্ছা ত'লৈকে লৈ যাম।

ঠিক আছে বলা।

ওচৰতে ক'ৰবাত চিনেমা ভাগিছে, মানুহৰ ভীৰ। অপেক্ষাৰত কিন্তু কেইখনমান মানুহৰ জুম এটাৰ ওচৰলৈ দৌৰি গৈছে। ৰাস্তাৰ হেলোজেন লেম্পবোৰ জ্বলি উঠিছে। হালধীয়া পোহৰে ধুই নিয়া চহৰখন এইখিনি সময়ত কেনে ৰহস্যময় লাগে! হোটেলৰ সন্মুখৰ মন্দিৰৰপৰা ঘন্টাৰ ধ্বনি ভাহি আহিছে। নীলকণ্ঠই সুধিছে— গাড়ী কোন ফালে যাব? অৰুণাভে অনুৰাধাৰ মুখলৈ চালে। পিছৰ ছিটত একেলগে বহা অনুৰাধাই উৰিয়াত ৰাজমহল নে কি বুলি ক'লে। উৰিয়াতে হয়তো ড্ৰাইভাৰৰ নামটো সুধিলে, মুখখন পিছলৈ সামান্য বেঁকা কৰি নীলকণ্ঠই ক'লে—নীলকণ্ঠ ৰাউট।

ঘৰ—?

ফুলবাণীত।

তুমি যে হঠাৎ এনেকৈ আহিবা কল্পনাই কৰা নাছিলো। পৰহি ৰাতি দহ বজাত ছিঙ্কাৰপৰা আহি পাইছোঁ। আজিকালি জানা— চাকৰি কৰো। চিনেমাৰ নায়িকা হোৱা নাই। মই নায়িকা হ'লে মানুহে স্ক্রিন ফালি দিব।

মই কি জানো! তোমাৰ মাৰাইহে কৈছে!

মাই কি জানে! আমি চৰকাৰৰ ফালৰপৰা টুৰিজমৰ বিষয়ে ডকুমেণ্টেৰি এখন কৰি আছো। উৰিষ্যাত টুৰিষ্টৰ বাবে বঢ়িয়া ঠাই আছে। ওলাবা



এদিন মোৰ লগত। কাইলৈ ৰাতিপুৱা গোপালপুৰলৈ যাব নোক? আঠ বজাত?

মোৰ অফিচ-টফিচ নাই নেকি? চাকৰি কৰিবলৈ আহিছোঁ নে ফুৰিবলৈ আহিছোঁ?

অ'!

লাজুক অপৰাধীৰ হাঁহি মাৰি অনুৰাধাই অৰুণাভালৈ চালে। সঁচাকৈ কিছুমান ছোৱালীৰ জীৱনলৈ চাগে বয়সে একো পৰিবৰ্তন আনিব নোৱাৰে। কলেজত পঢ়া সেই ক্ষীণাংগী ছোৱালীজনীৰ লগত, বেনাৰছৰ গংগাৰ পাৰত বহি কথা পাতিবৰ সময়ত হঠাত নাৰেৰে ৰামনগৰলৈ যাবলৈ প্ৰস্তাৱ দিয়া সেই ছোৱালীজনীৰ লগত কাইলৈ ৰাতিপুৱা গোপালপুৰলৈ যোৱাৰ প্ৰস্তাৱ দিয়া এই চৰকাৰী চাকৰিয়ালজনীৰ মাজত অৰুণাভে অকণো পাৰ্থক্য বিচাৰি নাপালে।

বাঁওফালে, বাঁওফালে;—ভেনাছ ইন। বলা, তোমাক ধুনীয়া ৰেষ্টুৰেণ্ট এখনৰ সৈতে চিনাকি কৰি দিম। বেনাৰছৰ গোদৌলিয়াৰ যে কফি হাউছখন আছিল? একে। এইখন আৰু ভাল। দোছা-কফি খাবা?

অৰুণাভে জানে অনুৰাধাক একো কৈ লাভ নাই। এবাৰ কৈছে যেতিয়া তেওঁ দোছা-কফি খাবই। কিবা ক'লে এতিয়াই গাড়ী ৰখাই নামি যাব; —ঠিক আছে, আজিৰপৰা যদি কেতিয়াবা তোমাৰ লগত কোনো ৰেষ্টুৰেণ্টলৈ যাওঁ চাবা।

কেতিয়াবা কিজানি কিছুমান জেদৰ ওচৰত পৰাজয় বৰণ কৰিও কিবা এক অদ্ভুত আনন্দ লাগে। ইন্দ্ৰাণীহঁতে কলেজত থাকোঁতে অনুৰাধাক প্ৰায়ে গালি পাৰিছিল—এইজনীৰ লগত ক'লৈকো যাব নোৱাৰি। কিবা এটা গণ্ডগোল লগাবই।

ৰেল লাইনৰ কাষৰ হোটেল এখনৰ সন্মুখত নীলকণ্ঠই গাড়ী ৰখালে। ৰেস্তোঁৰা থাৰ্ড ফ্ল'ৰত, তলত আইছক্ৰিম বাৰ।

অনুৰাধাই ক'লে।

সৰু, ঘূৰি ঘূৰি যোৱা চিৰিৰে অৰণাভহঁত ওপৰলৈ উঠি গ'ল। ৰেস্তোৰাৰ ভিতৰত খালী ঠাই নায়েই। এচুকত বহি থকা বাঙালী পৰিয়াল এটাই বিল দি উঠি আহিল।

—বলা, খালী হৈছে।

অৰুণাভহঁত বহিল। অনুৰাধায়েই অৰ্ডাৰ দিলে।

দেউতা ঢুকাল, গম পোৱা? —হঠাতে অনুৰাধাই সুধিলে।

কেতিয়া?

এবছৰ হৈ গ'ল। একদম আচৰিত। কোনোবা ৰিটায়াৰ্ড কলিগ এজনৰ ঘৰলৈ বিয়া খাবলৈ গৈছিল। ৰাতি উভতি আহিল। একো কমপ্লেইন নাই। হঠাতে বাৰমান বজাত ষ্ট্ৰ'ক হ'ল। ডাক্তৰ আহি নাপালেই।.......

..... ডোন্থা, কেনেকুৱা লাগিছে?

বঢ়িয়া।

লাইটৰ পোহৰত চোৱা, তোমাৰ পকা চুলি চিকমিকাই আছে। —হাঁহি হাঁহি অনুৰাধাই ক'লে।

ক'তনো পকা দেখিলা? এডাল নে দুডাল পকিছে।

বিয়া কৰালা নে নাই?

তুমি?

নকৰাওঁ।

কিয়?

পুৰুষবোৰ বিৰাট স্বাৰ্থপৰ আৰু অহংকাৰী হয়? ভাবে সিহঁত নহ'লে ছোৱালীবোৰ মৰি যাব। চলিবই নোৱাৰিব।

তুমি পাৰিম বুলি প্ৰমাণ কৰিব খুজিছা নেকি?

অৰুণাভে হাঁহিলে।

তোমাৰ কথা কোৱাচোন। অধৈৰ্য হৈ অনুৰাধাই সুধিলে।

কৰাবলৈ গৈছিলো।

পাছত?

ছোৱালীয়ে ৰিজেক্ট কৰি দিলে।

কিয়?

ল'ৰাৰ মূৰত বোলে নাট্-বল্টু বিচাৰি নাপালে।

বাঃ সাংঘাতিক ইনটেলিজেন্ট ছোৱালী হ'ব। ইমান কাৰেক্টলি তোমাৰ ডায়গন'ছিছ কৰিছে! মিছা কথা কৈছা তুমি।

একদম সঁচা। তাৰ পিছত চিনাকি ছোৱালীৰ মাজত মোৰ দৰে নাট-বল্টু নোহোৱা কোনোবা আছে নেকি ভাবিলো। কাৰ কথা মনলৈ আহিল জানা। কৌতুকভৰা সুৰেৰে অৰণাভে অনুৰাধাৰ বহল চকুলৈ চালে।

- কাৰ?

তোমাৰ; আৰু সেই কাৰণে তৎক্ষণাত গুচি আহলো উৰিষ্যালৈ।

বাঃ বঢ়িয়া। আহিছাতো অন্ততঃ। বঢ়িয়া আইডিয়া এটা মূৰত খেলিছে? অনুৰাধাৰ মগজুত সদায় হঠাৎ অদ্ভুত আইডিয়াবোৰ খেলে। কিবা মূৰত খেলিছে,—অৰুণাভে হাঁহি হাঁহি ভাবিলে।

কি?

আমি হানিমুনৰ কাৰণে ক'লৈ যাম জানা? ৰাঁচীলৈ।

অৰুণাভে হো-হোৱাই হাঁহি দিলে। সেই হাঁহিত যোগ দিবলৈ গৈ গৰম কফিৰ কাপটো অনুৰাধাই টেবুলত বগৰাই দিলে। অৰুণাভৰ বগা ছাৰ্টৰ ওপৰত গৰম কফিৰ মেপ! কফিৰ উষ্ণতাই অৰুণাভৰ বুকু স্পৰ্শ কৰিলে।

অনুৰাধাৰ বহল চকুত সেই লাজুক, অপৰাধী অপৰাধী দৃষ্টি। অৰুণাভে কলেজত থাকোঁতে অনুভৱ কৰাৰ দৰে বহুদিনৰ মূৰত আকৌ এবাৰ নতুনকৈ অনুভৱ কৰিলে—এইজনী ছোৱালীক কেতিয়াও কোনো কথাতে গালি পাৰি একো লাভ নাই।

ওচৰলৈ অহা ৱেইটাৰজনক অনুৰাধাই আকৌ দুকাপ কফি লৰালৰিকৈ আনিবলৈ অৰ্ডাৰ দিলে।

ৰেল লাইনৰ কাষৰ 'ভেনাছ ইন' নামৰ দক্ষিণ ভাৰতীয় ৰেস্তোৰাখনৰ চিৰিৰে তললৈ নামি আহোঁতেও অৰুণাভৰ ছাৰ্টৰ বুকুত উষ্ণ কফিৰ সিক্ত দাগ। অনুৰাধাই বাৰে বাৰে মুখ ঘূৰাই দৃষ্টি নিক্ষেপ কৰিছে দাগটোৰ ওপৰত;—যেন তাৰেই মাজত লুকাই আছে এক অজানা আনন্দৰ উৎস।

কিছুমান ছোৱালীক সময়ে স্পৰ্শ নকৰে; বয়স চিৰকালৰ বাবে স্তব্ধ হৈ যায় তেওঁলোকৰ শৈশৱ আৰু কৈশোৰৰ কোনো এক মধুৰ সন্ধিক্ষণত। সেই সন্ধিক্ষণত পৃথিৱীৰ সকলো নতুন, বিস্ময়োজ্জ্বল, প্ৰতিটো সৰু সৰু ঘটনা দুৰ্ঘটনা নিৰ্মল উল্লাসৰ উৎস।

এইজনী ছোৱালীয়ে কেতিয়াবা কান্দি পাইছে নে?

—হোটেললৈ গৈ পানীত তিয়াই থৈ দিবা, নহ'লে দাগ ৰৈ যাব।

অনুৰাধাৰ বহল দুচকুত এটা অপৰাধী হাঁহি, যেন দুষ্টামি কৰি হঠাতে ধৰা পৰি গৈছে। অৰুণাভৰ হাঁহি উঠি গ'ল।

কিছুমান দাগ ৰৈ যোৱাই ভাল। সেইবোৰে পাছত স্মৃতি চিহ্ন হিচাপে কাম কৰে। বহুত দিনৰ মূৰত ছাৰ্টটো হঠাতে উলিয়াই ল'লে মনত পৰি যাব কফি খুৱাম বুলি ৰেস্তোৰলৈ লৈ গৈ এজনী ছোৱালীয়ে বুকুত কফি

মাৰি দিয়াৰ কথা।

চুৰি মৰাৰ কথা শুনিছো। কিন্তু বুকুত কফি মৰাৰ কথা আজি প্ৰথম শুনিলো।

সেই কাৰণেইতো স্মৃতি ধৰি ৰাখিব খুজিছোঁ।

কফিৰ দাগেৰে স্মৃতি কঢ়িয়াব নালাগে। কৰিব নোৱৰা যদি কোৱা মই কৰি দিম।

নালাগে দিয়া। বেছি বেছি ওস্তাদি ভাল নালাগে।

ঠিক আছে, মোৰ কি? তোমাৰ ছাৰ্ট, তুমি বুজিবা। ভাল নালাগে এনেকুৱা আকোৰগোজ মানুহক।

ঠেক চিৰিৰে তামিল নে তেলুগু ভাষাত অনৰ্গল কথা কৈ কৈ আদ বয়সীয়া এহাল নাৰী-পুৰুষ ওপৰলৈ উঠি আহিল। পুৰুষজনৰ কপালত দুডাল নে তিনিডাল প্ৰায় সমান্তৰাল চন্দনৰ ৰেখা, গোটেই কপাল জুৰি আছে; মহিলাগৰাকীৰ চুলিত বগা সুগন্ধি ফুলৰ মালা, হয়তো কোনোবা মন্দিৰৰপৰা সান্ধ্য ভ্ৰমণ কৰি ঘূৰিছে। তীৰ্থযাত্ৰী হ'ব।

মহিলাগৰাকীৰ তীক্ষ্ণ দৃষ্টিটো অৰুণাভৰ ভাল নালাগিল।

নীলকণ্ঠই হয়তো ইতিমধ্যে ক'ৰবাত চাহ খাই লৈছে, তাৰ মুখত পাণ দেখি অৰুণাভে অনুমান কৰিলে। নীলকণ্ঠৰ কৈশোৰসুলভ মুখত অনবৰত কিবা এটা আনন্দ আৰু সন্তুষ্টিৰ আভাস ফুটি থাকে। অৰুণাভৰ এনেকুৱা মুখ ভাল লাগে। এনে মুখ হৃদয়ৰ পবিত্ৰতাৰ চিন।

চিগাৰেট এটা জ্বলাই লৈ গাড়ীত বহিবৰ সময়ত অৰুণাভে নীলকণ্ঠক কিবা এটা সুধিবলৈ লওঁতেই অনুৰাধাই সুধিলে, —নীলকণ্ঠ, তোমাৰ চাগৈ, বৈ বৈ আমনি লাগি গ'ল। চাহ-তাহ খালা নে নাই?

অনুৰাধাৰ এই গুণটো কলেজত পঢ়াৰ সময়তো অৰুণাভৰ চকুত পৰিছিল। এজন সম্পূৰ্ণ অচিনাকি মানুহকো মুহূৰ্তৰ চিনাকিৰে আপোন কৰি ল'ব পাৰে। অৰুণাভে অনুৰাধাৰ মুখলৈ চালে। এইজনী ছোৱালীৰ হৃদয়ত এখন বহল পৃথিৱী আছে। বেনাৰছৰ দশাশ্বমেধ ঘাটৰ কেইবাজনো নাৱৰীয়াই অনুৰাধাক নিজৰ 'বেটী' বুলি মাতিছিল, গংগাৰ বুকুৰেদি নাৱত উঠি যাবৰ সময়ত অনুৰাধাৰ অনৰ্গল প্ৰশ্নত নাৱৰীয়া ব্যতিব্যস্ত হৈ উঠিছিল। এটা চকু বেয়া, অন্ধ নাৱৰীয়া এজনে সকলো যাত্ৰী বাদ দি অনুৰাধাক বিনা পইচাই দশাশ্বমেধ ঘাটৰপৰা মণিকাৰ্ণিকা ঘাটলৈকে ঘূৰাই আনিছিল। তাৰ



বাবে অনুৰাধাক সকলোৱে জোকাইছিল। ইন্দ্ৰাণীয়ে কৈছিল—এইজনীয়ে নদী ইমান ভাল পায়। এইক নাৱৰীয়াৰ লগত বিয়া দিব লাগিব। তেতিয়াহে যদি সুখত থাকিব।

মোৰ কথা ভাবিব নালাগে। নিজৰ কথা ভাবা। তোমাক ষ্টেচন মাষ্টৰৰ লগত বিয়া দিম। ট্ৰেইনত উঠি ঘৰলৈ যাওঁ ঘৰলৈ যাওঁকৈ পেনপেনাই থাকা নহয়! ট্ৰেইনতে হানিমুন কৰি থাকিব পাৰিবা।

সৰু ৰাস্তাটোৰে ওলাই আহি অৰুণাভহঁতে মেইন ৰোড পালে। মেইন ৰোডৰ ওপৰৰ সৰু দলংখন অতিক্ৰম কৰিলেই সেইপাৰে হোটেল কোনাৰ্ক। সন্মুখত ফায়াৰ ব্ৰিগেড পাছফালে 'কল্পনা' নামৰ চিনেমা হল এটা। কিবা এখন উৰিয়া চিনেমা চলি আছে।

মুহূৰ্তৰ বাবে অৰুণাভে ভাবিলে—সুউচ্চ হোটেল কোনাৰ্কৰ থাৰ্ড ফ্লʼৰৰ ৩১০ নম্বৰ বন্ধ কোঠাত হয়তো মেহৰা চাহাবে এতিয়া সন্মুখত খোলা পানীয়ৰ বটল লৈ এটাৰ পিছত এটা পেগ নিঃশেষ কৰি দিছে। হয়তো দিল্লীৰপৰা আহিব লগীয়া টেলিফোন কললৈ তেওঁ অপেক্ষাৰত অথবা সামুদ্ৰিক অভিযানৰ কাইলৈৰ পৰিকল্পনাৰ কথাও চিন্তা কৰি থাকিব পাৰে। হেলিকপ্টাৰ দুখন আহি পোৱাৰ লগে লগে এটা ট্ৰায়েল ফ্লাইট দিব লাগিব। প্ৰয়োজন হ'লে হেলিকপ্টাৰ সমুদ্ৰ বক্ষত উপঙি থাকিব পাৰিব নে নাই পৰীক্ষা কৰিব লাগিব। হৰিশ খান্নাই কৈছে— তেওঁলোকৰ কেম্পলৈ আৰু কিছু যন্ত্ৰ পাতি কঢ়িয়াবৰ বাবে এদিনৰ কাৰণে হেলিকপ্টাৰৰ প্ৰয়োজন হ'ব।

ডেনিছ চিলভিয়া হয়তো এতিয়া আন্দামানৰ প'ৰ্টব্লেয়াৰত। ছাপ্লাই জাহাজ দুখন আহি পোৱাৰ লগে লগে খালী কৰি আন্দামানলৈ পঠিয়াই দিব লাগিব; মাজ সমুদ্ৰৰে প্ৰকাণ্ড পেলিকান নামৰ ৰিগটো পাৰাদ্বীপলৈ টানি আনিবলৈ।

মানুহজনে হয়তো এইবোৰ কথাকে ভাবি আছে। তেওঁ আৰু অন্য কিবা কথা চিন্তা কৰে নে? এই কেইদিনৰ ভিতৰতে অৰুণাভৰ অনুমান হৈছে মানুহজনৰ মুড সঘনে পৰিবৰ্তিত হয়। তেওঁৰ মুখৰ অভিব্যক্তিত কেতিয়াবা এনে এক সাংঘাতিক গভীৰতা ফুটি উঠে, হঠাতে মানুহজনক বহুত দূৰৰ ক'ৰবাত সম্পূৰ্ণ অচিনাকি মানুহ যেন লাগি যাব খোজে।

কেনেকৈ জানো এজন মানুহে এটা সুদীৰ্ঘ জীৱন অফিচৰ কাম আৰু পানীয়ৰ মাজেৰে পাৰ কৰি দিয়ে?

—হোটেল কোনাৰ্কত আমাৰ প্ৰকল্প মেনেজাৰ থাকে। মিষ্টাৰ এছ.

পি. মেহৰা।

তোমালোকৰ কথাই বেলেগ। ডাঙৰ কম্পেনি, ষ্টাৰ হোটেলত নাথাকি ক'ত থাকিব? মোৰতো তেনেকুৱা হোটেলত সোমাবলৈকে ভয় লাগে। যেন ভিতৰত গৈ ডাঙৰকৈ কিবা এটা কথা ক'লেই পুলিচে ধৰি নিব।

মানুহজন আচৰিত, দিনটো অফিচ, সন্ধিয়া হ'লে ড্ৰিংক। বিয়া কৰাইছে নে নাই কোনেও নাজানে। অকলে থাকে।

বাঃ বঢ়িয়া। এনেকুৱা মানুহকে মোৰ ভাল লাগে। মোৰ লগত চিনাকি কৰি দিবা?

কিয়?

নৰমেল মানুহবোৰ মোৰ অকণো ভাল নালাগে। একদম ডাল। ল'ৰাবোৰ বিয়াৰ পিছত যে কেনেকুৱা বুৰ্বক বুৰ্বক হৈ যায়, হাঁহি উঠি যায় দেখিলে। বিয়াৰ আগতে এনেকুৱা দেখুৱাব যেন সাংঘাতিক ইনটেলিজেণ্ট, ইনটাৰেষ্টিং। বিয়াৰ পিছতহে ছোৱালীবোৰে গম পায় ল'ৰাবোৰ কি বুদ্ধু! নিজৰ গিৰিয়েক বাবে লাজতে একো নকয় আৰু!

তুমিতো বিয়া নকৰোৱা। মেহৰা চাহাবৰ লগত চিনাকি কৰি দিম। দোস্তি জমি যাব। কেইদিনমান পিছত দেখিম বৃদ্ধস্য তৰুণী ভাৰ্যা। বছৰ পত্নী বুলি মইহে তেল মাৰি থাকিব লাগিব, নহ'লে প্ৰমোচন বন্ধ।

হাঁহি হাঁহি অৰুণাভে ক'লে।

প্ৰমোচন বহু দিনলৈ নাপালে মানুহবোৰ ধীৰে ধীৰে ছিনিকেল হৈ যায় নেকি? বাৰ বছৰ চাকৰিৰ শেষতো জীৱনৰ প্ৰথম প্ৰমোচনটো নোলোৱা ৰাজেন দাই ক্লাবৰ এচুকৰ টেলিফোনটোৰ কাষত বহি এদিন কৈছিল, —প্ৰমোচনতো নাপালো, কিন্তু প্ৰমোচনৰ দুইটা চেনেল আৱিষ্কাৰ কৰিলো।

চেনেল?

ও, প্ৰমোচনৰ দুটা চেনেল আছে। প্ৰথম চেনেলেৰে প্ৰমোচন পাবলৈ হ'লে তুমি জ্যোতিষী হ'ব লাগিব। গণনা। গণনা কৰি জানিব পাৰিব লাগিব তোমাৰ ওপৰত বতাহ কোনফালে বলিছে। ওপৰৰ বতাহৰ দিশত তুমি মূৰ দোঁৱাই থাকিবা। মূৰ পোনাব খুজিলেই গ'ল তোমাৰ ড'ছিয়াৰ। এইটো হ'ল প্ৰথম চেনেল।

প্ৰথম চেনেলেও যদিও কাম নকৰে, তেনেহলে তুমি দ্বিতীয় চেনেলত ভাগ্য পৰীক্ষা কৰি চাব পাৰা। মানে, বাই হুক অৰ ক্ৰুক। বছৰ মেমচাহাবৰ



মন যোগব লাগিব। কিন্তু এইটো চেনেলত সাংঘাতিক বিস্ক আছে। কেতিয়াবা বেক ফায়াৰ কৰে।

ৰাজেনদা এইবাৰ প্ৰমোচনৰ পেনেলত আছে। পাব চাগে'। হয়তো এই মুহূৰ্ততো ৰাজেনদাই অকলে সন্ধিয়াৰ ক্লাবৰ এচুকত বহি সন্মুখত পানীয়ৰ গ্লাছ লৈ চিগাৰেট টানি আছে।

ৰাতিৰ ভুবনেশ্বৰ নিৰিবিলি। পথচাৰীৰ পাতল ভিৰ। হালধীয়া পোহৰেৰে প্লাবিত চহৰখন সন্ধিয়া কি যেন ৰহস্যময় হৈ উঠে। ক'ৰবাৰপৰা মন্দিৰৰ ঘণ্টাধ্বনি ভাহি আহিছে। উৰিষ্যা ধৰ্মপ্ৰাণ মানুহেৰে ভৰা। অ'ত-ত'ত হঠাতে চকুত পৰে প্ৰাচীন ঐতিহ্যৰ ধ্বজা বহনকাৰী মন্দিৰৰ গৰ্বিত চূড়া।

নীলকণ্ঠই সুধিলে— কোনফালে যাব। অৰুণাভে কিবা এটা কোৱাৰ আগতে অনুৰাধালৈ চালে।

—ঘৰ। মাই ভীষণ চিন্তা কৰি থাকিব নহ'লে। মাকবিলাকৰ যে নিজৰ ছোৱালীৰ প্ৰতি কি ধাৰণা। অলপ দেৰি হ'লেই কোনোবাই ফুচুলাই লৈ যোৱা বুলি ভাবে।

গাড়ীয়ে টাৰ্নিং লবৰ সময়ত মুহূৰ্তৰ বাবে অনুৰাধাৰ শাৰীৰ আঁচলে অৰুণাভৰ সোঁহাতখন চুই গ'ল। কেতিয়াবা যেন কাপোৰতো নাৰ্ভ থাকে!

কলিকতা, বোম্বে মহাগৰীৰ দৰে ভুবনেশ্বৰত নিশাৰ পৃথিৱী নাই; থাকিলেও এতিয়ালৈকে অৰুণাভে নাজানে।

অৰুণাভহঁত যেতিয়া ৰেলৱে ক্ৰছিঙৰ ওচৰৰ অৰ্ধসমাপ্ত অনুৰাধাৰ ঘৰৰ সন্মুখত ৰ'লহি তেতিয়া ন বাজিবলৈ কুৰি মিনিট বাকী। দোকান-পোহাৰৰ ছাটাৰ প্ৰায় বন্ধ। চিনেমা ভগাৰ পিছত মাথোঁ গৃহমুখী যাত্ৰী লৈ ৰিক্সাৰ শাৰী, ক'ৰবাত হঠাতে দুই-এখন টেক্সি; আধাবন্ধ ছাটাৰৰ মাজেৰে কোনোবা দোকানৰপৰা ক্ষীণ আলোকৰেখা বিচ্ছুৰিত।

বলা, মাক মাত লগাই যাবা।

আজি নোসোমাওঁ। একদম টায়াৰ্ড।

ৰবিবাৰে ফ্ৰি থাকিবা?

কিয়?

ভুবনেশ্বৰ ফুৰিম। তুমি একো দেখায়েই নাই ভুবনেশ্বৰৰ। মোৰ লগত ওলাবা। চব দেখুৱাই দিম। বিনা পইচাৰ গাইড।

কিছুমান মানুহ গুচি যোৱাৰ পিছতো বহু সময়লৈ তেওঁৰ উপস্থিতি

অনুভৱ কৰা যায়। শুভ-ৰাত্রি জনাই যোৱা অনুৰাধাৰ উপস্থিতি গাড়ীৰ ভিতৰত হোটেললৈ ঘূৰি অহাৰ পথছোৱাতো অৰুণাভে অনুভৱ কৰিলে। মনটো আৰু কিছু সময়ৰ বাবে এনেয়ে পাতল পাতল লাগি থাকিল।

হোটেল প্ৰাচীৰ সম্মুখত গাড়ীৰপৰা নামিবৰ সময়ত শৰীৰত সান্ধ্য বতাহৰ কোমল স্পৰ্শ। দিগন্ত-বিস্তৃত নীলিমা জ্যোৎস্নাময়। মানুহৰ মন অদ্ভূত আশ্চৰ্যৰে ভৰা। কেতিয়াবা হঠাতে সমগ্ৰ পৃথিৱী পৰিবৰ্তিত হয় এক নয়নাভিৰাম মনোৰম দৃশ্যত। চকুৰ দৃষ্টি বিচ্ছুৰিত হয় হৃদয়ৰ গভীৰৰপৰা।

কিছু সময়ৰ বাবে অৰুণাভৰ এনেয়ে জনশূন্যপ্ৰায় চহৰৰ পথেৰে উদ্দেশ্যে-বিহীনভাৱে ঘূৰি ঘূৰি চাবলৈ মন গ'ল—চহৰৰ নিৰ্মেঘ আকাশ।

ডিনাৰ খাবলৈ অৰুণাভৰ ইচ্ছা নগ'ল; হয়তো সন্ধিয়া দেৰিকৈ দোছা খোৱাৰ বাবে। কলেজীয়া জীৱনত অসমৰ বাহিৰত সুদীৰ্ঘ দিন কটোৱাৰ বাবেই নেকি, অইন বহুতৰ দৰে ভাতৰ প্ৰতি অৰুণাভৰ সাংঘাতিক আসক্তি নাই; কিবা এটা হ'লেই চলি যায়। বহুতৰে ৰাতি ভাত নহ'লে টোপনি নহয়। অৰুণাভৰ সেই অভ্যাস নাই।

বেনাৰছত হোষ্টেলত থাকোঁতে অসমীয়া, বঙালী আৰু উৰিয়া ল'ৰা কেইজনক ভাতৰ বাবে পগলা দেখি অইন প্ৰদেশৰ হোষ্টেলবাসী ল'ৰাবোৰে কম জোকোৱা নাছিল! বলভদ্ৰ তিৱাৰী নামৰ চাপৰা জিলাৰ ল'ৰা এজনে প্ৰায়ে কৈছিলঃ তহঁতৰ চেহেৰা এনেকুৱা নহৈ কি হ'ব? ভাত খাবি আৰু কানিয়াৰ দৰে শুই থাকিবি। স্বাস্থ্য বনাব খুজিছ যদি খাটি গাখীৰ আৰু ঘেঁহুৰ ৰুটি খাবি।

জীৱনত শৰীৰৰ বাহিৰে যেন চিন্তা কৰিব লগীয়া কোনো কথাই নাই,—তিৱাৰীৰ কথা-বাৰ্তাত সদায় তেনেকুৱা এটা ভাব। দুপৰীয়া সদায় প্ৰিণ্টেড লুঙি পিন্ধি, খালী-গাৰে বেলকনিৰ ওপৰত তিৱাৰীয়ে সৰিয়হৰ তেলৰ বটল লৈ বহি যায়। তৈলসিক্ত শৰীৰেৰে আধাঘণ্টা ৰৌদ্ৰস্নান, সন্ধিয়া দন-বৈঠক, খানাৰ লগত ঘৰৰপৰা লৈ অহা বিশুদ্ধ ঘিউ।

তিৱাৰীয়ে বছৰত এবাৰ এবটল বিয়েৰ খায়; মঙলবাৰে সদায় সংকট-মোচন মন্দিৰত গৈ বহি থাকে; খং উঠিলে হিতাহিতজ্ঞান হেৰুৱাই অশ্ৰাব্য ভাষাত গালি পাৰে, পৰীক্ষাৰ সময়ত ভয়ত তেওঁৰ মুখ বিবৰ্ণ হৈ যায়।

অৰুণাভহঁতে তিৱাৰীক চুটি-চুটি আৰ্মি কাটৰ চুলি আৰু দীঘল টিকনিৰ বাবে প্ৰায়ে জ্বলাইছিল। লগুণ ছিগি যোৱাৰ বাবে তিৱাৰী এদিন গোটেই



ৰাতি মাতবোল নোহোৱাকৈ বাথৰুমৰ ভিতৰত সোমাই আছিল। কোনে জানো ৰাতিপুৱা দেখা পাই গোটেই হোষ্টেলত হাল্লা লগাই দিলে।

সেই প্ৰকাণ্ড তিৱাৰীয়েই বিশ্ববিদ্যালয়ৰ কেম্পাছৰ বাহিৰত লা-বেলে নামৰ দুমহলীয়া চাইনিজ ৰেস্তোঁৰাখনৰ কাষত নিৰ্বাচনৰ সময়ত কাৰোবাৰ মাৰ খাই এসপ্তাহ হস্পিটেলত পৰি আছিল। অৰুণাভে হাঁহি হাঁহি কৈছিল, —বুজিছে তিৱাৰীজী, পালোৱানৰো পালোৱান থাকে! মাছুল থাকিলেই নহয়, এইটোও থাকিব লাগে।

অৰুণাভে মূৰটো দেখুৱাইছিল।

আধাঘণ্টাৰ বাবে বাহিৰত এনেয়ে ঘূৰা-পকা কৰি অৰুণাভ হোটেলত সোমাল। কোঠাৰ ভিতৰত সোমায়েই অৰুণাভে গম পালে ইতিমধ্যে হোটেল-বয়ে ভিতৰখন পৰিষ্কাৰ কৰি থৈ গৈছে। কিবা এটা স্প্ৰেৰ গোন্ধ। টেবুল লেম্পৰ মৃদু ৰূপালী আলোক, ডানলপৰ কোমল বিছনাৰ ওপৰত এতিয়াও নেপথেলিনৰ গোন্ধ লাগি থকা ঢকঢকীয়া বগা চাদৰ, ছাইড টেবুলত পানীৰ গিলাচ ভৰ্তি। কুলাৰটোও চলাই থোৱা হৈছে। সেয়েহে বাহিৰৰপৰা ঘূৰি আহি কোঠাত সোমোৱাৰ লগে লগে শৰীৰ চুই গ'ল কৃত্ৰিম শীতল বতাহে।

অৰুণাভে মিউজিক চেনেলৰ ছুইচটো টিপি দিলে। পশ্চিমীয়া সংগীতৰ লঘু মূৰ্ছনাই মুহূৰ্ততে কোঠালিটো ভৰাই পেলালে।

হোটেল এখনৰ জনপ্ৰিয়তা হয়তো নিৰ্ভৰ কৰে এনেকুৱা ধৰণৰ ব্যক্তিগত পৰিচৰ্যাৰ ওপৰত। ঘৰত থকাৰ সময়ত অৰুণাভৰ কেতিয়াবা কেতিয়াবা হঠাতে এটা উদগ্ৰ লোভ হয়: যেন কোনোবাই সকলো সযত্নে যথাস্থানত ৰাখি থব, চুক দুটা মুদি অলসভাৱে বিছনাত পৰাৰ লগে লগে কাষ চাপি আহিব এক ৰুণুজুনু ছন্দময় ধ্বনি। মুহূৰ্তৰ বাবে অৰুণাভৰ মনৰ ভিতৰেৰে কেইবাজনী, ছোৱালীৰ মুখ দ্ৰুতগতিত পাৰ হৈ গ'ল। অস্পষ্ট ছাঁয়াৰ দৰে মুখ। হঠাতে সেই একেটা শাৰীৰ মাজত চকামকাকৈ অৰুণিমা বাইদেউৰ আবেলিৰ স্নিগ্ধতাৰে ভৰা মুখখন দেখি অৰুণাভ চমকি উঠিল।

হৃদয়ৰ গোপন এক বিচিত্ৰ পৃথিৱী; নিজৰো অলক্ষিতে লুকাই থকা অনুভূতি ঠিক কেতিয়াবা এনেকুৱা নিঃসংগে মুহূৰ্ততে আচম্বিতে ওলাই অহিব খোজে। সেই সময়ত ভাব হয় প্ৰতিজন মানুহৰ আশ্ৰয়ত গোপনে অইন এজন অচিনাকি মানুহ লুকাই থাকে। কিমানৰেই বা এই অস্তিত্ব স্বীকাৰ

কৰাৰ সাহস আছে। অৰুণাভৰ আছে নে? অৰুণাভে এতিয়াও নাজানে।

অৰুণিমা বাইদেউৰ আশ্ৰয়তো তেনে এজনী অচিনাকি নাৰী বাস কৰে নে? অস্বীকাৰে কি অস্তিত্বক অসত্য বুলি প্ৰমাণিত কৰিব পাৰে?

কোনো কোনো নাৰীৰ শৰীৰত ৰাতি নিয়ৰত তিতি থকা বকুল ফুলৰ সুবাস মিহলি হৈ থাকে। অৰুণিমা বাইদেউৰ কথা মনত পৰিলে কিয় জানো মুহূৰ্তৰ বাবে অৰুণাভক তেনেকুৱা এক ফুলৰ সুবাসে আচ্ছন্ন কৰি তুলিব খোজে।

অনুভূতি সুবিশাল সমুদ্ৰৰ দৰে গভীৰ। ৰাতিপুৱাৰ নিস্তৰংগ সমুদ্ৰপিঠি দেখি কল্পনা কৰিব নোৱাৰি অটলান্ত গভীৰতাৰ কথা; ভাবিব নোৱাৰি বিশাল জলাশয়ৰ অভ্যন্তৰত লুকাই আছে এক ৰহস্যময় বিচিত্ৰ জগত। মানুহৰ মুখো কেতিয়াবা তৰংগহীন সমুদ্ৰৰ পিঠিৰ দৰে; —আপাত দৃষ্টিৰ প্ৰশান্ত আৱৰণৰ আঁৰত লুকাই থাকে উত্তাল তৰংগ।

অৰুণিমা বাইদেউৰ কথা মনত পৰিলে কিয় জানো অৰুণাভৰ ক'ৰবাত পঢ়া এষাৰি কথা গুণ গুণকৈ হৃদয়ত বাজিবলৈ ধৰে: দুজনা নাৰী-পুৰুষ যেতিয়া যুগক্ষয়ী প্ৰতীক্ষাৰ মাজেৰে পৰস্পৰক প্ৰাৰ্থনা কৰে আৰু সময়, সমাজৰ নিয়ম উপেক্ষা কৰি অনুৰাগৰ পৰীক্ষাত উত্তীৰ্ণ হয়, তেতিয়াই সেই মিলনলৈ নামি আহে দেৱলোকৰ স্পৰ্শ, গোন্ধ আৰু শব্দ। অনুৰাগ-নিকদ্দিষ্ট এই পৃথিৱীত সকলো নাৰীয়ে এই দেৱলোকৰ স্পৰ্শৰ কথা মনলৈ নানে। অৰুণিমা বাইদেৱে কিয় আনে?

জোৰকৈ অৰুণাভে অনুৰাধাৰ কথা ভাবিবলৈ চেষ্টা কৰিলে, আজিৰ এই নিঃসংগ মুহূৰ্তত, সুদীৰ্ঘ চাৰি বছৰৰ মৃৰত অচিনাকি চহৰত এটা পূৰ্ণ সন্ধিয়া একেলগে পাৰ কৰি দিয়াৰ পিছত অনুৰাধাৰ কথায়েইতো মন ভৰাই ৰখা উচিত আছিল। কেতিয়াবা এখন মুখত আন এখন মুখ এইদৰে একাকাৰ হৈ যাব খোজে!

অৰুণিমা বাইদেউৰ কথা অৰুণাভে ভাবিবলৈ ভয় কৰে। যেতিয়াই ভাবে তেতিয়াই অৰুণাভ প্ৰচণ্ডভাৱে আলোড়িত হৈ উঠে এটা প্ৰশ্নৰে: সামাজিক অধিকাৰ অবিহনে অনুভূতিৰ গভীৰতাৰ প্ৰকাশ পাপ নেকি?

অৰুণাভে একো নাভাবিবলৈ চেষ্টা কৰিলে। যি প্ৰশ্ন যুক্তি আৰু নিয়মৰ বাহিৰত তেনেকুৱা প্ৰশ্নৰ কোনো উত্তৰ নাথাকে। উত্তৰ বিচাৰিলেই মনৰ ভিতৰত কি জানো তোলপাৰ লাগি যায় আৰু সেই তোলপাৰে বহু সময়লৈ



হৃদয়ৰ মৰ্মস্থল খুচি থাকে।

প্ৰতুলদা আৰু অৰুণিমা বাইদেউক এটা সুখী পৰিয়াল বুলিয়েই ভাব হয়। অৰুণাভ অসমৰপৰা আহিবৰ সময়ত অৰুণিমা বাইদেউহঁত চুটিত, প্ৰতুলদাৰ ভনীয়েকৰ বিয়া। সেয়েহে লগ ধৰা নহ'ল। চিঠি এখন লিখা উচিত হব নেকি অৰুণাভে খন্তেকৰ বাবে ভাবিলে। যিখন চিঠিত সঁচা অনুভূতিৰ কথা লিখিব নোৱাৰি, তেনেকুৱা চিঠি অৰুণাভে লিখিব নোৱাৰে; আৰু যিখন চিঠিত সঁচা অনুভূতিৰ কথা লিখা হয়, তেনেকুৱা এখন চিঠি সাহস থাকিলেও, অৰুণিমা বাইদেউলৈ লিখাৰ অধিকাৰ অৰুণাভৰ নাই। সেয়েহে নিলিখিলে।

কেনেকৈ কিমান কথা চিৰকালৰ বাবে অলিখিত হৈ ৰৈ যায়!

কাগজ আৰু কলম লৈ অৰুণাভে অসমৰপৰা অহাৰ পিছত প্ৰথম চিঠিখন লিখিবলৈ আৰম্ভ কৰিলে অৰ্জুন মামালৈ। মুহূৰ্ততে অৰুণাভে পাহৰি গ'ল অৰুণিমা বাইদেউ আৰু অনুৰাধাৰ কথা। তাৰ বিপৰীতে ধীৰে ধীৰে অস্পষ্ট ছায়াৰ দৰে ভাহি উঠিল দৈন্য, বাৰ্ধক্য আৰু হতাশাই জীৱনৰ সকলো জ্যোতি শুহি লৈ যোৱা অৰ্জুন মামাৰ কথা। মাকৰ মৃত্যুৰ পিছত আপোন বুলি ক'বলৈ অৰুণাভৰ কোনোবা আছে যদি সেয়া অৰ্জুন মামা। নিমি আৰু ৰুমী—অৰ্জুন মামাৰ দুজনী ছোৱালী;—অৰ্থাভাৱত জুৰুলাগ্ৰস্ত অৰ্জুন মামাই সিহঁতক সময়ত উলিয়াই দিব নোৱাৰিলে।

হয়তো বাৰান্দাত বহি এই মুহূৰ্ততো অৰ্জুন মামাই নিশাৰ আন্ধাৰে আৱৰি ধৰা চহৰৰ গলিৰ শেষ বিন্দুটোলৈ আকুল প্ৰতীক্ষাৰে চাই আছে কিজানি নিমি আৰু ৰুমী আজি ঘূৰি আহে। এইবাৰ তেওঁ আৰু ভুল নকৰে, যেনেকৈয়ে নহওক কিয় দুয়োজনীকে উলিয়াই দিব কইনাৰ সাজেৰে।

অৰুণাভ তেতিয়া কলেজত। বন্ধত ঘৰলৈ অহাৰ সময়ৰ কথা। অৰ্জুন মামাই কৈছিল, —অৰুণাভ, মোৰনো আৰু ক'ত সামৰ্থ্য আছে? তই পঢ়িশুনি সোনকালে ওলা। ইহঁত দুজীনৰ বিয়া তয়েই দিব লাগিব। সকলো তয়েই কৰিব লাগিব।

নাই, অৰুণাভে একো কৰিব লগীয়া নহ'ল। যি কৰিব লগীয়া আছিল নিমি আৰু ৰুমীয়ে নিজেই কৰিলে।

কোনোবা বান্ধবীৰ লগত এদিন চিনেমা চাবলৈ যাম বুলি ওলাই গৈ নিমি আৰু ঘৰলৈ ঘূৰি নাহিল। কোনোবাই ক'লে পাঞ্জাবী ল'ৰা এজনৰ

লগত ষ্টেচনত দেখাৰ কথা। তাইনো মোক কিয় একো নক'লে? —এটা উত্তৰ নোহোৱা প্ৰশ্নৰ উত্তৰ নিবন্ধ্ৰ অন্ধকাৰৰ মাজত আজিও অৰ্জুন মামাই বিচাৰি আছে।

নিমিৰ এই আকস্মিক অন্তৰ্ধানৰ মাত্ৰ কিছুদিন পিছতে ৰুমীৰ প্ৰাণহীনা শীতল শৰীৰ আৱিষ্কৃত হ'ল কাছাৰী ঘাটৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ নিস্তৰংগ পানীত। প'ষ্ট মৰ্টেমত ধৰা পৰিল ৰুমীৰ সেইদিনা একেলগে নিৰ্বাপিত হ'ল কোনোদিনে পৃথিৱীৰ আলোক নেদেখা আন এটা অবুজ দুমহীয়া প্ৰাণ।

কম্পিত হাতেৰে ৰুমীৰ মুখ স্পৰ্শ কৰি হৃদয় বিদাৰক বাষ্পময় কণ্ঠেৰে মাত্ৰ এবাৰৰ বাবে অৰ্জুন মামাই চিঞৰি উঠিল, —তাই বিয়া হ'বলৈ বৰ ইচ্ছা কৰিছিল, কোনোবাই কপালত অলপ সেন্দূৰ সানি দে অ'—।

অৰুণাভৰ এতিয়াও মনত পৰে অৰ্জুন মামাৰ কোলাত যন্ত্ৰণাবিহীন, সেই নিস্পন্দ মুখ: প্ৰতিমাৰ দৰে প্ৰশান্ত, অপলক খোলা দুটা চকুৰে আকাশৰ ফালে মুখ কৰি আছে।

অৰ্জুন মামাই আকৌ এবাৰ চিঞৰি উঠিছিল,— মোক কোনোবাই অলপ টকা ধাৰলৈ দে। এইৰ বিয়খন মই ধুমধামেৰে পাতিম। ধুমধামেৰে—।

কিয় জানো হঠাতে সেইদিনা ৰুমীৰ সেই যন্ত্ৰণাবিহীন, মৃত্যুৱে স্পৰ্শ কৰি যোৱা পবিত্ৰ মুখলৈ একেথৰে চাই অৰুণাভে প্ৰতিজ্ঞা কৰিছিল: কেতিয়াবা যদি কোৰোবাক আপোন কৰি লব লগীয়া হয়, তেনেহ'লে আপোন কৰি লব আন্তৰিকতাৰ প্ৰতিশ্ৰুতিৰে; অৰ্থৰ ঢাক ঢোলেৰে নহয়। হৃদয়ৰ মিলনত অৰ্থৰ বিনিময় আত্মিক পাপ।

বহু নিশালৈকে অৰুণাভৰ বন্ধ হোটেল কোঠাৰ বতাহত ভাহি থাকিল ৰুমী নামৰ সেই ছোৱালীজনীৰ মুখ, যাৰ শৰীৰত আশ্ৰিত আছিল পৃথিৱীৰ আলোক নেদেখা এটা পৰিচয়হীন অনাগত দুমহীয়া প্ৰাণ। এটা সময়ত সেই মুখ একাকাৰ হৈ গ'ল দেওজান বাগানৰ মেনেজাৰ অৰূপ চলিহাৰ ছোৱালী ৰূপালীৰ লগত।

বহুত দিনৰ মূৰত অৰুণাভে আকৌ এবাৰৰ বাবে শুনিবলৈ পালে অৰূপ চলিহাৰ সেই শেষ কথা: অৰুণাভ, ল'ৰা হিচাপে তোমাৰ বিষয়ে ক'বলৈ মোৰ একো নাই। কিন্তু গোটেই জীৱন কাৰ বাবে মই কষ্ট কৰিছো? এই ঘৰ, সম্পত্তি কাৰ বাবে? মোৰ এজনী ছোৱালী ৰূপালী। সমাজত মোৰ এডোখৰ স্থান আছে। তুমি ভাবিছা নেকি কোনেও নজনাকৈ, লগত



একো এটা নিদিয়াকৈ এজন ল'ৰাৰ লগত মই ৰূপালীক উলিয়াই দিম?

অৰুণাভে একো নকলে: মৃত্যুৱে স্পৰ্শ কৰা মুখৰ সন্মুখত কৰা প্ৰতিজ্ঞাতকৈ সমাজৰ নিয়ম ডাঙৰ হ'ব নোৱাৰে।

নিমি, ৰুমী, অনুৰাধা, অৰুণিমা আৰু ৰূপালী লাহে লাহে সকলোৰে অশৰীৰ মুখ হোটেলৰ মৃদু আলোকময় বন্ধ কোঠাত কঁপি থাকিল, —অৰুণাভৰ নিদ্ৰাবিহীন চকুৰ সন্মুখত।

বিছনাৰপৰা হঠাতে জাপ মাৰি উঠি অৰুণাভে বাথৰুমত সোমাই কফিৰ দাগ লগা ছাৰ্টটো পানীত তিয়াই দিলে। বুকুত লাগি যোৱা দাগটো নোহোৱা হৈ যাওক।

অৰুণাভে স্মৃতিলৈ বৰ ভয় কৰে। সেই স্মৃতিৰ সৈতে অৰুণাভৰ পুনৰ দেখাদেখি হ'ব পাৰাদ্বীপত— নীৰেন দত্তৰ লগত আৰু মাত্ৰ কেইদিনমান পাছত,— সুদূৰ অসমৰপৰা আহি থকা ৰূপালীৰ ৰূপত।□

এঘাৰ

## আকাশ নাৰীৰ শৰীৰৰ দৰে: বুকুত অদৃশ্য চুম্বক থাকে

যোৱা ৰাতি লিখা সেই কাগজৰ চিঠিয়ে গৈ যেতিয়া জড়াগ্ৰস্ত অৰ্জুন মামাৰ কম্পিত হাত স্পৰ্শ কৰিব, অৰুণাভে জানে,— তেতিয়া ই আৰু চিঠি হৈ নাথাকিব; সঞ্জীৱনী সুধা সদৃশ চিঠিৰ প্ৰতিটো আখৰে অৰ্জুন মামাৰ নিঃসংগ জীৱনলৈ কঢ়িয়াই আনিব জীয়াই থকাৰ উৎসাহ, পৃথিৱীৰ মানুহৰ প্ৰতি বিশ্বাস; তেওঁৰ সজল চকু হয়তো উদ্ভাসিত হৈ উঠিব জীৱনৰ জ্যোতিৰে।

পৃথিৱীৰ ক'ৰবাত আপোন কোনোবা আছে,— এই অনুভৱেই মানুহক জীয়াই ৰাখিব পাৰে। অৰুণাভৰ আপোন কোন আছে?

যোৱা ৰাতি অৰুণাভৰ ভালকৈ টোপনি নাহিল। কেতিয়াবা স্মৃতিৰ অত্যাচাৰত এইদৰে টোপনি আহিব নোখোজে। বন্ধ কোঠাৰ বাতানুকূল পৰিবেশ, ডানলপৰ গদীৰ কোমলতাৰ স্পৰ্শয়ো স্মৃতিক হৃদয়ৰ গভীৰৰপৰা আঁতৰাই পঠাব নোৱাৰে, সেয়েহে স্মৃতিলৈ অৰুণাভে ভয় কৰে।

বহু ৰাতিলৈকে বিছনাত পৰি অৰুণাভে ওচৰৰ ট্ৰেইনৰ লাইনেৰে পাৰ হৈ যোৱা নিশাৰ ৰেলৰ শব্দ শুনিলে; কৰিডৰত এবাৰ শুনিলে কোনোবা সুৰাসক্ত মানুহৰ ইতস্ততঃ খোজ আৰু অস্ফুট গোঁ-গোৱনি।

মাজতে এবাৰ অৰুণাভে ৰুমীৰ সেই মুখৰ লগত ৰূপালীৰ অনমনীয়, সপ্ৰতিভ মুখখন তুলনা কৰি চালে। নাই, ৰূপালী ৰুমী হব নোৱাৰে, কাৰণ ৰূপালীৰ জন্ম অৰ্জুন মামাৰ ঘৰত নহয়।

ৰূপালীৰ সৈতে পাৰাদ্বীপত পুনৰ দেখাদেখি হোৱাৰ সম্ভাৱনাই যোৱা গোটেই দিনটো অৰুণাভৰ মনৰ ভিতৰখন মাজে মাজে বিন্ধি আছে; শৰীৰৰ ভিতৰত সোমাই যোৱা এডাল সূক্ষ্ম কাঁইটৰ দৰে সেই যন্ত্ৰণাই ধীৰে ধীৰে অৱশ কৰি দিব খোজে।

এনেধৰণৰ সম্বন্ধ সদায় অস্বস্তিৰ উৎস: ঘটি যোৱা ঘটনা এটা কোনো দিনে ঘটা নাই বুলি ধৰি লৈ আচৰণ কৰিব লগীয়া হয়। তথাপি মুহূৰ্তৰ বাবে অৰুণাভে ভাবিলে, প্ৰথম দিন ৰূপালী দত্তৰ ৰূপত ৰূপালীৰ সৈতে দেখা হোৱাৰ সময়ত সংগোপনে এবাৰ নিৰীক্ষণ কৰি চাব ৰূপালীৰ দুচকুত এতিয়াও লুকাই আছে নেকি সেই গোপন নিশাৰ স্মৃতিৰ সন্মতি। মানুহৰ চকুত কেতিয়াবা এইদৰে স্মৃতি বন্দী হৈ থাকে, দৃষ্টিৰ বিনিময়ত ই মুহূৰ্তৰ বাবে উদ্ভাসিত হৈ উঠে।

নীৰেন দত্তলৈ কিয় জানো অৰুণাভৰ হঠাতে পুতৌ জন্মিল। ৰূপালীৰ মন আৰু শৰীৰৰ সকলো খবৰ জনাৰ পিছতো সেই ঘটনাৰ প্ৰকৃত খবৰ নীৰেন দত্তই কোনো দিনে জানিব নোৱাৰিব। প্ৰতিজনী ছোৱালীৰ জীৱনতে হয়তো কিছু কিছু অনুভূতি, কিছু কিছু ঘটনা থাকে, যাক আপোনজনৰ ওচৰতো গোপন ৰাখিব লগীয়া হয়। মনৰ এই একান্ত গোপন কিদৰে আবৃত কৰি ৰাখিব লাগে নাৰীয়ে জানে। আৰু জানে বাবেই নাৰী ৰহস্যময়ী।

অৰুণিমা বাইদেউক অৰুণাভৰ ৰহস্যময়ী লাগে। কিয় লাগে জানো!

অৰুণিমা বাইদেউৰ বয়স হয়তো অৰুণাভতকৈ অধিক নহয়, কিন্তু প্ৰতুল দা অৰুণাভতকৈ চাৰি বছৰ ছিনিয়ৰ। ধেমালিতে এদিন আৰম্ভ কৰা 'বাইদেউ' —অভ্যাসৰ ফলত এদিন স্থায়ী হৈ ৰৈ গ'ল।

আজিৰপৰা তোমাক বাইদেউ বুলি মাতিম বুলি ভাবিছোঁ।

অৰুণাভে এদিন হাঁহি হাঁহি কৈছিল এনেয়ে। ফেনৰ বতাহত উৰি যোৱা চুলি দুহাতেৰে ঠিক কৰি অৰুণিমা বাইদেৱে হাঁহিছিল।



হঠাৎ?

বিয়া হোৱা ছোৱালীক নাম ধৰি মাতিলে নিজকে বুঢ়া বুঢ়া লাগে।

তুমিও বিয়া কৰোৱা, তোমাক মই ককাদেউতা বুলি মাতিম।

যি যাক বাইদেউ বুলি মাতে, তাক তেওঁ ককাদেউতা বুলি মতা মই জীৱনত শুনা নাই।

সেই কাৰণেই মই মাতিম। কোনেও কেতিয়াও নপতা সম্বন্ধ।

ৰাতিপুৱা সাৰ পাই উঠি অৰুণাভে যেতিয়া হোটেলৰ বন্ধ কোঠাৰ খিড়িকিত ওলমি থকা ডাঠ সেউজীয়া পৰ্দা আঁতৰাই দিলে, বাহিৰত তেতিয়া ৰাতিপুৱাৰ উজ্জ্বল আলোক। খিৰিকিৰে অৰুণাভে বাহিৰৰ মেইন ৰোডত দেখিলে— ইউনিফৰ্ম পিন্ধা কণ কণ ল'ৰা-ছোৱালীৰ জাক, — হাঁহি হাঁহি আগবাঢ়ি গৈছে।

অৰুণাভে ঘড়ীটো চালে। আঠ বাজি কুৰি মিনিট। আৰু মাত্ৰ চল্লিশ মিনিট পিছত, ন বজাত ঠিক অফিচ পাবলৈ লাগিব। কালি মেহৰা চাহাবে অফিচত কৈছিল: নমানে নবাজি এক মিনিট নহয়। আমাৰ কাম আৰম্ভ হ'লে গম পাবা। কেনেকৈ প্ৰতিটো মিনিটত দেশৰপৰা বাহিৰলৈ গুচি যাব নদীৰ সোঁতৰ দৰে বিদেশী মুদ্ৰা।

দৌৰাদৌৰিকৈ বাথৰুমত সোমাই অৰুণাভে শ্বাৱাৰটো খুলি দিলে। যোৱা ৰাতি পানীত তিয়াই দিয়া ছাৰ্টটো হাতত লৈ অৰুণাভে দেখিলে গৰম কফিৰ সেই সিক্ত দাগ বুকুত আৰু লাগি থকা নাই। কিয় জানো মুহূৰ্তৰ বাবে ভাব হ'ল ৰেস্তোঁৰাত অনুৰাধাৰ হাতত লাগি ছিটিক পৰা সেই কফিৰ দাগ অন্ততঃ ছাৰ্টৰ বুকুত চিৰদিনৰ বাবে স্থায়ী হৈ ৰৈ গ'লেই ভাল লাগিলেহেঁতেন। ধেমালিতে কেতিয়াবা ক'ব পৰা গ'লহেঁতেন: চোৱা, মোৰ ছাৰ্টটোৱেও তোমাৰ স্মৃতি কেনেকৈ বুকুত কঢ়িয়াই লৈ ফুৰে!

অনুৰাধাই নিশ্চয় দুচকু উজলাই সেই হাঁহিটো হাঁহিলেহেঁতেন— যি হাঁহিয়ে পৃথিৱী পবিত্ৰ কৰে।

আধাঘন্টাৰ ভিতৰতে প্ৰাত্যহিক সকলো কাম সমাধান কৰি অৰুণাভ হোটেলৰ বাহিৰলৈ ওলাল। কাউন্টাৰত সেই প্ৰথম দিনা দেখা হালধীয়া স্কাৰ্ট পৰিহিতা এংলো ইণ্ডিয়ান মহিলাগৰাকী বহি আছে।

গুড মৰ্নিং মেডাম।

গুড মর্নিং। খুব দৌৰাদৌৰি যেন লাগিছে!

অফিচৰ গাড়ী কেতিয়াবাই আহি বাহিৰত বৈ আছে।

ধন্যবাদ।

নীলকণ্ঠৰ গাত আজি অইন এটা পাতল নীল ৰঙৰ গেঞ্জি। এইটোও ইমপ'ৰ্টেড হ'ব। নিশ্চয় পাৰাদ্বীপৰপৰা বন্ধু ৰছিদে যোগাৰ কৰি দিছে। বিদেশী সামগ্ৰীৰ প্ৰতি এই প্ৰচণ্ড আকৰ্ষণ কেনেকৈযে সকলোৰে মাজত প্ৰৱেশ কৰিছে!

কেতিয়াবাই আহিলা নেকি? দিনটোৰ প্ৰথম চিগাৰেটটো জ্বলাই অৰুণাভে প্ৰশ্ন কৰিলে।

নাই ছাৰ, এই আধাঘণ্টা!

গাড়ীত বহাৰ সময়ত অৰুণাভে ভাবিলে মেহৰা চাহাবক কৈ এইখন গাড়ী লব লাগিব ৰবিবাৰৰ দিনটোৰ বাবে: অনুৰাধাৰ সৈতে ভুবনেশ্বৰ চহৰ চাবলৈ। এবাৰ 'পেলিকান' ৰিগ আহি পাৰাদ্বীপ পোৱাৰ লগে লগে হয়তো ব্যস্ত হৈ পৰিব লাগিব সমুদ্ৰগৰ্ভৰ প্ৰকৃত তেল সন্ধানত। মেহৰা চাহাবে কৈছে: চাৰি সপ্তাহৰ বাবে একেৰাহে ৰিগত থাকিব লাগিব। কাম দিনে-ৰাতিয়ে সমানে চলিব।

মানুহৰ সমাজৰপৰা আঁতৰত, অসীম সমুদ্ৰৰ মাজত, নিঃসংগ ৰিগত দিনৰ পিছত দিন পাৰ কৰি দি কেনেকুৱা লাগিব জানো! চৌদিশে চকু ফুৰাই চালে হয়তো দৃষ্টিগোচৰ হ'ব দিগন্তৰো সেইপাৰে ক'ৰবাত শেষ হৈ যোৱা উত্তাল সমুদ্ৰৰ তৰংগ। হয়তো কেতিয়াবা হঠাতে চকুত পৰিব সমুদ্ৰ পৃষ্ঠত তুলুং ভুটুংকৈ ওপঙি তকা সৰু সৰু মাছ ধৰা নাও। কি ঠিক,— কেতিয়াবা হয়তো তাৰেই মাজত থাকিব পাৰে নীলকণ্ঠৰ বন্ধু সেই ৰছিদ। কেতিয়াবা ধুমুহা আহিব, দুৰ্যোগ আহিব, হয়তো ছাইক্ল'নৰ অত্যাচাৰত ৰিগ এৰি মুহূৰ্তৰ নিৰ্দেশত হেলিকপ্টাৰত উপকূললৈ পলাব লগীয়াও হ'ব।

অৰুণাভৰ কিয় জানো ভাব হয়, অফিচৰ বৈচিত্ৰহীন সময়বোৰতকৈ ধুমুহা দুৰ্যোগেৰে ভৰা ৰিগৰ সেই ৰোমাঞ্চকৰ জীৱনেই হয়তো বেছি ভাল লাগিব।

অফিচৰ সম্মুখত অৰুণাভে দেখা পালে— বাহিৰত পাৰ্ক কৰা আছে মেহৰা চাহাবৰ চিকমিক্যাই থকা এমবেছডৰ গাড়ী। টেলেক্সৰ অবিৰাম খট



খট আৰু অনাতাঁৰ যন্ত্ৰৰ সেই হো-হো শব্দ ভাঁহি আহিছে অফিচৰপৰা।

চলাম চাহাব।

চাবি লৈ টুলত বহি থকা দাৰোৱানজনে বহাৰপৰা উঠি মিলিটেৰি কায়দাত চালাম জনালে। হয়তো এয়াও মেহৰা চাহাবৰ বাৰ্মা অয়েল ক'ম্পেনিৰ দিনতে শিকা অন্য এক চাহাবী কায়দাৰ হিন্দুস্তানী নিদৰ্শন।

মেহৰা চাহাব আহিল নে?

অৰুণাভে এনেয়ে সুধিলে।

বড়া চাহাব আজিতো ৰাতিপুৱাই আহিল। সাত বজাত।

অৰুণাভ যেতিয়া মেহৰা চাহাবৰ কোঠালিত সোমাল তেতিয়া মেহৰা চাহাবে হাতত জ্বলন্ত চিগাৰেট লৈ বেৰত ওলোমাই থোৱা 'পেলিকান' ৰিগৰ ছবিত একান্তমনে দৃষ্টি নিবদ্ধ কৰি আছে।

বহা অৰুণাভ। আজি বহুতো সুখবৰ আছে। খবৰ পোৱা গৈছে ছিংগাপুৰৰপৰা ৰিগে ভাৰতবৰ্ষ অভিমুখে যাত্ৰা কৰিছে। হেলিকপ্টাৰ ইতিমধ্যে বোম্বেৰপৰা আহি পালে।

ভুবনেশ্বৰ?

ইয়েছ। বৰ্তমান ভুবনেশ্বৰ বিমানবন্দৰত আছে। দুপৰীয়া বাৰ বজাত আমি এটা ট্ৰায়েল ফ্লাইট দিম বুলি ভাবিছোঁ। তুমিও ওলাবা। আমাৰ লগত হৰিশ খান্নাও থাকিব। হৰিশক লগ পাইছা নহয় তুমি?

ওঁ;— ইঞ্জিনিয়াৰছ ইণ্ডিয়া লিমিটেডৰ.........

সেই ডাঢ়ি থকা ল'ৰাটো। বেচ কষ্ট কৰিব পাৰে। মই ঠিক তেনেকুৱা ল'ৰাই বিচাৰোঁ। ৰিগলৈ গ'লে দেখিবা— বিদেশী মানুহবোৰে কি সাংঘাতিক পৰিশ্ৰম কৰে। যিদৰে পৰিশ্ৰম কৰে, সেইদৰে জীৱনটো উপভোগ কৰিবও জানে। সিহঁতৰপৰা আমাৰ বহুত শিকিব লগীয়া আছে। তোমাৰ বাবে এয়া জীৱনৰ এটা সাংঘাতিক সুবিধা, ঠিক মতে কামত লগাব পাৰিলে এই অভিজ্ঞতা তোমাৰ জীৱনৰ এক অমূল্য সম্পদ হ'ব।

দিল্লীলৈ পঠাব লগীয়া ৰিপ'ৰ্ট কেইটামানৰ বাবে অৰুণাভ কিছু সময় ব্যস্ত থাকিল। মাজতে অফিচৰ বাকী কেইজনৰ লগত চিনাকি হৈ ললেঁ। নতুনকৈ চাকৰিত জইন কৰা উৰিষ্যাৰ স্থানীয় ল'ৰা কেইজনৰ, হয়তো নতুন এটা অভিনৱ প্ৰকল্পত যোগদান কৰাৰ বাবেই নেকি, কামৰ প্ৰতি প্ৰচণ্ড উৎসাহ আছে। অফিচৰ বিষয়া কেইজনক বাদ দিলে গোটেইখিনি

উৰিষ্যাৰ স্থানীয় ল'ৰা।

অসমৰপৰা অহিবৰ সময়ত অৰুণাভে শুনিছিল, —কাম পূৰ্ণোদ্যমে আৰম্ভ হোৱাৰ লগে লগে অসমৰপৰা আৰু কেইবাজনো বিষয়া বদলি হৈ আহিব পাৰে। মিছেছ ডালভি নামৰ আদহীয়া বয়সৰ ছেক্ৰেটেৰি এজনীয়ে অফিচত জইন কৰিছে। বয়স হয়তো চল্লিছৰ ওচৰা-ওচৰি। চুটি বব কটা চুলি, ডাঠ হালধীয়া ৰঙৰ স্কাৰ্ট, ডিঙিত ওলমি থকা ক্ৰছ, মুখত এক আৰ্কষণীয় কমনীয়তা—। এই বয়সতো মহিলাৰ স্মাৰ্টনেছ, ক্ষিপ্ৰতাই প্ৰমাণ দিয়ে—হয়তো তেওঁ আগতে অইন কোনোবা অফিচত কাম কৰি আহিছে। মানুহজনীৰ কথাত এক আন্তৰিকতা মিহলি কৌতুক আছে।

মিছেছ ডালভি, আপুনি আগতে ক'ত কাম কৰিছিল?

ক'ত ক'ত কৰা নাই? বিয়াৰ আগতে কৰিলো কলিকতাত। বিয়াৰ পিছত কিছুদিন কাম-বন নাই। খুব এনজয় কৰিলো। বৰৰ লগত ঘূৰিলো। হঠাতে প্লেন ক্ৰেছ হৈ বৰ ঢুকাল। আকৌ চাকৰি কৰিলো। এই যে কৰিলো, কৰিয়েই আছোঁ। লাইফ ইজ লাইক দেট ইয়ং মেন। জীৱন এনেকুৱাই। ঠিক এনেকুৱাই!

মিছেছ ডালভিয়ে টাইপ কৰি থকা চিঠি এখনৰপৰা অৰুণাভে গম পালে,—অসমৰপৰা অইন আৰু আঠজন বিষয়াৰ লগত প্ৰতুলদাও উৰিষ্যালৈ দুমাহৰ বাবে ৰ'টেশ্যনত আহি আছে। প্ৰতুলদা মানে নিশ্চয় অৰুণিমা বাইদেৱো আহিব। মুহূৰ্তৰ বাবে অৰুণাভৰ ঠিক কেনেকুৱা লাগিল নিজেই ধৰিব নোৱাৰিলে।

ছাৰ, আপোনাৰ ফোন আহিছে। সেইটো ৰুমত।

মিছেছ ডালভিৰ ওচৰত কিবা কাগজ চাই থাকোঁতেই পিয়নজনে আহি ক'লে। কোনোবা অফিচৰ ফোন হব। ইয়াতনো অৰুণাভক কোনে চিনি পায়? অৰুণাভক মধুৰ আশ্চৰ্যৰে চকিত কৰিলে অনুৰাধাৰ মাতে।

হেলো, অৰুণাভ স্পিকিং।

এয়া অনুৰাধা। ফোনত তোমাৰ মাতটো কেনেকুৱা কেনেকুৱা লাগিছে।

অফিচৰ ফোন নাম্বাৰ ক'ত পালা?

বাঃ মই ভুবনেশ্বৰৰ ছোৱালী, ভুবনেশ্বৰৰ অফিচৰ ফোন নাম্বাৰ উলিয়াব নোৱাৰিম নেকি?..... বলা, এঠাইৰপৰা আহোঁ। আমাৰ শুটিং আছে। লাষ্ট দে শুটিং। কোনাৰকৰ ওচৰত। বৰ মজা লাগিব। সাগৰৰ পাৰত আমি ওপন-এয়াৰ লাঞ্চ কৰিম। আমি মুঠতে চাৰিজন আছোঁ। তোমাক লৈ পাঁচজন।



সোনকালে আহা।

আৰে, মোৰ অফিচ নাই নেকি? কলেজ পাইছা নেকি এতিয়াও?

তোমাৰ সেই কোনাৰ্ক হোটেলত থকা বছক কৈ গুচি আহা।

বছৰ লগত এতিয়া হেলিকপ্টাৰত ট্ৰায়েল ফ্লাইটলৈ যাব লাগে।

অ' সেই কাৰণে! ঠিক আছে, তুমি হেৰিকপ্টাৰত যোৱা, আমি চৰকাৰৰ ভগা জীপত যাম। ৰবিবাৰৰ কথা মনত আছে।

কি?

তোমাৰ কি হ'ল? মেম'ৰিয়ে দেখিছোঁ একদম কাম নকৰে। সেই কাৰণে কোনে জানো তোমাক ৰিজেক্ট কৰি দিছে। ....... ৰবিবাৰে ভুবনেশ্বৰ দেখুউৱাৰ কথা আছে যে!

ওঁ; কেইবজাত?

ৰাতিপুৱা ঠিক আঠ বজাত অহিবা আমাৰ ঘৰলৈ। মই ৰেডি হৈ থাকিম। ঠিক আছে?

আছে।

ফোনটো থোৱাৰ পিছতে ফেডেড জিন, গেঞ্জি আৰু গামবুট পিন্ধা সেই ডাৰি ৰখা তৰুণ হৰিশ খান্না সন্মুখত হাজিৰ। একেই সপ্ৰতিভ মুখ আৰু উজ্জ্বল চকু।

মিষ্টাৰ চৌধুৰী, মেহৰা চাহাবে—, আপোনাক বিচাৰি আছে। বিমানবন্দৰলৈ যাবলৈ তেওঁ সাজু।

আপুনিও যাব নহয়?

বলক।

অফিচৰ বাহিৰত মেহৰা চাহাব অৰুণাভহঁতৰ বাবে ৰৈ আছিল। ঘড়ী চালে অৰুণাভে। এই মাত্ৰ বাৰ বাজি গৈছে।

বিমানবন্দৰলৈ যোৱাৰ পথত মেহৰা চাহাবে তেওঁৰ পুৰণি অভিজ্ঞতাৰ কথা ক'লে: আটলাণ্টিক মহাসাগৰৰ কোনোবা এটা ৰিগলৈ হেলিকপ্টাৰেৰে গৈছিলো এবাৰ। আমি তেতিয়া মাজ সমুদ্ৰত। হেলিকপ্টাৰত বহি বহিয়েই ওপৰৰপৰা দেখিবলৈ পাইছোঁ তলত সমুদ্ৰৰ উত্তাল তৰংগ, হঠাতে পাইলটে ক'লে হেলিকপ্টাৰৰ কিবা এটা যান্ত্ৰিক বিজুতি; জাঁপ মাৰি পানীত পৰিব লাগে। চিন্তা কৰিবলৈ সময় নাই। জীৱনৰক্ষী আৱৰণ পিন্ধি,— আমি

তিনিজন আছিলো, — এজন আমেৰিকান চাহাব, — চকু-কাণ মুদি জাঁপ মাৰি দিলো। দূৰত দেখিলো প্ৰচণ্ড শব্দৰে সৈতে লেলিহান জুই শিখাই ঘেৰি ধৰা হেলিকপ্টাৰখন সমুদ্ৰৰ পানীত পৰিছে।

আপোনালোকে কি কৰিলে?

জীৱন আৰু মৃত্যুৰ সন্ধিক্ষণত জীৱনৰক্ষী আৱৰণৰ সহায়ত ঢৌৰ কোব খাই খাই পানীত ওপঙি আছোঁ। প্ৰায় তিনি ঘণ্টা সময়। মইতো জীয়াই থকাৰ আশাই এৰিছিলো।

বাচিল কেনেকৈ?

হঠাতে দেখা পালো অইন এখন হেলিকপ্টাৰ আগবাঢ়ি আহিছে। আমাৰ মূৰৰ ওপৰত স্থিৰ হৈ ৰৈ সেইখনে ৰচিৰ জখলা নমাই দিলে, আমি কোনোমতে উঠি আহিলো।

বাঃ! সাংঘাতিক অভিজ্ঞতা!

হৰিশ খান্নাই মন্তব্য কৰিলে। দাৰ্শনিকৰ দৰে চিগাৰেট এটা জ্বলাই মেহৰা চাহাবে ক'লে: দুৰ্যোগ, দুৰ্ঘটনা আছে বাবেই জীৱন ৰোমাঞ্চকৰ। বৈচিত্ৰ্যহীন জীৱন অকল কাপুৰুষৰ কাম্য। বুজিছা হৰিশ, অৰুণাভ, এই চব কামত মানুহ সাহসী হ'ব লাগিব। সমুদ্ৰগৰ্ভৰ তেল সন্ধানত কাপুৰুষৰ স্থান নাই।

ভুবনেশ্বৰ বিমানবন্দৰত গাড়ীৰপৰা নামি অৰুণাভে এবাৰ আকাশৰ ফালে মূৰ তুলি চালে।

আকাশ নাৰীৰ শৰীৰৰ দৰে: বুকুত অদৃশ্য চুম্বক থাকে। সেয়েহে আদিম কালৰপৰা এক চিৰ-অজানাৰ, ৰহস্যময় বিশালতাৰ গৰ্ভলৈ আকাশে মানুহ আকৰ্ষণ কৰি আহিছে। তাৰকাখচিত ৰাতিৰ ৰূপালী আকাশৰ তলত থিয় হৈ আজিও বিমুগ্ধ বিস্ময়েৰে মানুহে চাই ৰয় বিপুল অনুভৱেৰে ভৰা অপৰূপা আকাশলৈ।

ৰাতিপুৱাৰ নিৰ্মেঘ আকাশৰ ফালে মূৰ তুলি চালে হঠাতে মুখামুখি হৈ যোৱা যায় অসীম অনন্তৰ সৈতে;—ভাব হয়—আকাশৰ বুকুত অদৃশ্য আখৰেৰে লিপিৱদ্ধ কৰা আছে বিশ্বস্ৰষ্টাৰ এই ৰহস্যময়, সুবিশাল সৃষ্টিৰ ইতিকথা, ধীৰে ধীৰে এক উদাস, মায়া-মমতাময় নিঃসংগতাই হৃদয়ৰ ভিতৰখন ভৰাই পেলায় আৰু কিছু সময়ৰ বাবে বিশ্ব-ব্ৰহ্মাণ্ডৰ সৈতে একাত্ম হৈ যোৱাৰ আনন্দেৰে সমগ্ৰ হৃদয়-মন পুলকিত হৈ উঠে।



প্ৰকৃত সৌন্দৰ্য হয়তো বিজ্ঞানৰ স্পৰ্শৰ বাহিৰত;—অৰুণাভে ভাবিলে, —আৰু সেইবাবেই বিজ্ঞানৰ এই যুগতো আকাশ একেই মনোৰমা।

ৰূপময় আকাশৰ বিশালতাৰ সৈতে অকল সমুদ্ৰৰহে মিল আছে।

ওপৰত দুপৰৰ ৰৌদ্ৰদীপ্ত সুনীল আকাশ। বিমানবন্দৰৰ এচুকত বতাহৰ গতি-নিৰ্দেশক উইণ্ড-ছেক ওলমি আছে।

হঠাতে অৰুণাভৰ দুচকুৰ সন্মুখত, সেই সুনীল নিৰ্মেঘ আকাশৰ আঁৰত দৃশ্যমান হ'ল শৈশৱৰ অৰুণাভ। জীৱন আৰু সময়—কি আশ্চৰ্য! শৈশৱৰ সেই অৰুণাভে কেতিয়াবা ভাবিছিল নে সিদিনাৰ সেই সপোন আজি এইদৰে দিঠকত পৰিণত হ'ব? ৰায়হান ছাৰৰ প্ৰেৰণা, অৰুণাভৰ নিষ্ঠা আৰু ঐকান্তিকতাই শৈশৱৰ সেই অৰুণাভক ক'ৰপৰা ক'লৈ লৈ আহিছে!

অৰুণাভ তেতিয়া প্ৰাথমিক স্কুলৰ ল'ৰা। চুটি হাফপেণ্ট আৰু বুটাম নোহোৱা ছাৰ্ট পিন্ধি জাকপাতি স্কুললৈ যোৱা সময়ৰ কথা। নৈৰ পাৰৰ আঁহত গছ এজোপাৰ তলত অৰুণাভৰ জীৰ্ণকায় স্কুলঘৰ; ভবানী পণ্ডিতে অংক শিকায় কাঠৰ ষ্টেণ্ডত বেকাকৈ আউজাই থোৱা পুৰণি ব্লেকব'ৰ্ডত।— গৰুহঁত, আজি নেওতা মুখস্থ কৰি আহিছ নে নাই?

স্কুলৰ কাষৰ ধূলিয়ৰি ৰাস্তাৰে সদায় দহ বজাৰ সময়ত বিকট শব্দ কৰি পাৰ হৈ যায় 'চম্পাৱতী' নামৰ একমাত্ৰ বাছখন।

যিদিনাই কিবা কাৰণত বাছখন নাহে, সেইদিনাই অৰুণাভহঁত উচপিচাই থাকে: এই, চম্পাৱতীৰ আজি খবৰেই নাই। নিশ্চয় ক'ৰবাত দুৰ্ঘটনা হৈছে।

কিজানি ক'ৰবাত বেয়া হৈ পৰি আছে!

বাছখন অহাৰ লগে লগেহে এক অদ্ভুত আনন্দেৰে এজনে আনজনৰ মুখলৈ চায়; যেন প্ৰত্যেকে চকুৰে চকুৰে আনজনক কয়: মই ঠিক জানিছিলো, চম্পাৱতী আহিবই।

আৰু এদিন।

বাছৰ চিনাকি ঘৰ ঘৰ শব্দ ক'ৰবাত পেলাই হঠাতে দূৰৰ আকাশৰপৰা ভাহি আহিল এক অচিন গোঁ-গোঁ শব্দ। ভয় আৰু বিস্ময়ৰ এক অদ্ভুত শিহৰণেৰে ৰোমাঞ্চিত হৈ এজনে আনজনৰ মুখলৈ চালে। শ্ৰেণীৰ ভিতৰতে কোনোবাই ফুচফুচাই সুধিলে: কিহৰ শব্দ অ'?

জানো পায়! ধুমুহাৰ নিচিনা লগিছে।

ধেৎ, ধুমুহা নহয়। এৰোপ্লেন হ'ব।

এৰোপ্লেনৰ শব্দ ইমান ওচৰত নহয় দে।

ভবানী পণ্ডিতৰ সোঁহাতত চক পেঞ্চিল; বাওঁহাতত ব্লেকব'ৰ্ড মচিবৰ বাবে দৰ্জিৰপৰা অনা কাপোৰৰ টুকুৰা। একমাত্ৰ পুৰণি মেজখনৰ ওপৰত দীঘল্ল লিকলিকিয়া বেত, ওচৰত ৰঙচুৱা ৰঙৰ হাজিৰা-বহী।

ভবানী পণ্ডিতে পাছমূৰ দি ব'ৰ্ডত অংক পাতি আছে। অলপ আগতে ওচৰৰ হাইস্কুলৰ ঘণ্টা বাজি গৈছে, ঘৰ ঘৰ শব্দ কৰি পাৰ হৈ গৈছে চিনাকি সেই চম্পৱতী বাছ।

স্কুলৰ খিৰিকিৰে অৰুণাভহঁতে দেখা পালে অচিন সেই শব্দৰ দিশত কেইবাজনো ল'ৰা-ছোৱালী দৌৰি গৈছে ধূলিয়ৰি ৰাস্তাৰে। ভবানী পণ্ডিতৰ অংকই আৰু কাকো ধৰি ৰাখিব নোৱাৰিলে। কোনোবাই চিঞৰিলে— আমি যাওঁ চাব। সেইফালে কিবা আহিছে।

ভাবানী পণ্ডিতে কিবা এটা কোৱাৰ আগতে অৰুণাভহঁত স্কুলৰ বাহিৰত। খন্তেকৰ বাবে সিহঁত থমকি ৰ'ল আঁহতজোপাৰ তলত।

অৰুণাভে এবাৰ অনন্তৰ মুখলৈ চালে আৰু এবাৰ চালে নৈৰ সিপাৰৰ খোলা পথাৰৰ ফালে,—য'ত আহি স্তব্ধ হৈ গৈছে সেই ৰোমাঞ্চকৰ গোঁ গোঁ শব্দ, কোনোবাই দূৰৰপৰা চিঞৰিলে,—হেলিকপ্টাৰ। চাব্ৰ যদি ব'ল।

বচ, এক মুহূৰ্ততে অৰুণাভহঁতে সিদ্ধান্ত লৈ ল'লে। কাষলতিৰ তলত কিতাপ চেপি লৈ ধূলিয়ৰি ৰাস্তাত আৰম্ভ হ'ল অলিম্পিকৰ মাৰাথন দৌৰ। শিলগুটিত উজুটি খাই কোন জানো এবাৰ উফৰি পৰিল; কাৰো যেন চাবলৈ অৱকাশ নাই।

চাৰিআলিটো পাৰ হোৱাৰ পিছত সৰু কাঠৰ দলং এখন। দূৰৈৰপৰাই নৈ পাৰ হোৱাৰ পিছত অৰুণাভহঁতৰ চকুত পৰিল,—খোলা পথাৰৰ মাজত বন্দী বিহংগৰ দৰে এখন কণমানি হেলিকপ্টাৰ পৰি আছে। ইতিমধ্যে কেইবাজনো লোকে সবিস্ময়ে দূৰৈৰপৰাই চাই আছে— দুপৰৰ ৰ'দত চিকমিকাই থকা সেই ৰূপালী অচিনাকি যানখনলৈ। আজি প্ৰথমবাৰৰ বাবে এই আওহতীয়া গাঁৱৰ পথাৰত হঠাতে অৱতীৰ্ণ হোৱা যানখনলৈ।

ভিৰ ঠেলি অৰুণাভ আগুৱাই গ'ল।

শুধ ব'গা হাফপেণ্ট আৰু হালধীয়া গেঞ্জি পিন্ধি আদহীয়া লোক এজন হেলিকপ্টাৰৰ কাষত থিয় হৈ আছে; মূৰত পাতল নীলৰঙৰ টুপী, ৰ'দত



ৰঙচুৱা ফুলা ফুলা মুখ; দেখিলে ঠিক বিদেশী চাহাব যেন লাগে। কি জানো দুৰ্বোধ্য ভাষাত তেওঁ অইন এজন লোকৰ লগত কথা পাতি আছে।

ল'ৰা-ছোৱালীজাকৰ মাজত ইতিমধ্যে অদ্ভুত বিতৰ্কৰ সৃষ্টি হৈছে।

ইয়াত উঠি এক ঘণ্টাত বিলাত পাব পাৰি।

বিজ্ঞৰ দৰে কোনোবা এজনে কৈছে।

বিলাত। বিলাত ক'ত?

এইটো এটা বেঙা। বিলাত ক'ত তাকো নাজানে।

তই বৰ জান! কচোন ক'ত?

কেপকেপাই নাথাকিবি। কিয় ক'ম তোক?

হঠাতে সকলোকে চমক খুৱাই দি হেলিকপ্টাৰৰ মূৰৰ পাখি সোঁ-সোঁকৈ ঘূৰিবলৈ আৰম্ভ কৰিলে। সেই চাহাব-চাহাব লগা লোকজনৰ লগত আনজন মানুহো ইতিমধ্যে হেলিকপ্টাৰত উঠিছে। গম গম শব্দেৰে ঠাইখিনি ভৰি পৰিল। ঔৎসুক্য আৰু উত্তেজনাৰে অৰুণাভে লক্ষ্য কৰিলে গছৰ শুকান পাতবোৰ ধুমুহাত উৰাৰ দৰে উৰিবলৈ ধৰিছে।

এটা সময়ত সকলোকে আচৰিত কৰি দি একেই গোঁ গোঁ শব্দৰে হেলিকপ্টাৰখন ওপৰলৈ গুচি গ'ল। সকলোৰে চকুত বিস্ময় আৰু হতাশা। দূৰ নীলিমাত ধীৰে ধীৰে বিলীয়মান হ'ল সেই ৰহস্যময় কণমানি আকাশীযানখন।

সেইদিনা অৰুণাভে সপোন দেখিলে এখন ৰূপালী হেলিকপ্টাৰত উঠি সি পৃথিৱীৰপৰা বহুত দূৰৈৰ,—ক'ৰবাৰ গ্ৰহান্তৰলৈ উৰি গুচি গৈছে। মেঘৰ দেশৰ সেইপাৰে অগণন নক্ষত্ৰ-খচিত সেই অপৰূপ আকাশ।

তাৰপাছত লাহে লাহে নৈৰ কাষৰ সেই খোলা পথাৰত থিয় হৈ উঠিল এটা দুটাকৈ তিনিটা তম্বু, ৰঙা জীপ আৰু হালধীয়া ট্ৰাকৰ অবিৰাম শব্দই ঠাইখিনি গম গমাই তুলিলে, প্ৰতিদিনে ক'ৰপৰা জানো আহি আকৌ হেলিকপ্টাৰ উৰি গুচি যায় আকাশৰ বুকুলৈ।

কেইটামান দিনৰ বাবে দহ বজাত যোৱা 'চম্পৱতী'ৰ ঘৰ ঘৰ শব্দৰ দৰে প্ৰথমদিনৰ সেই অচিনাকি গোঁ-গোঁ শব্দ অৰুণাভহঁতৰ বাবেই নিচেই চিনাকি হৈ গ'ল। স্কুল ছুটিৰ পিছত এক মুহূৰ্তও দেৰি নকৰাকৈ অৰুণাভহঁতে দিনৰ পিছত দিন দৌৰিলে সেই ৰহস্যময় শব্দৰ আকৰ্ষণত।

ভুবনেশ্বৰ বিমান বন্দৰত আজি টেক্সাছৰ পুমা ইকৰ্পোৰেছনৰপৰা অহা

ৰূপালী ৰঙৰ হেলিকপ্টাৰ দুখন দেখি অৰুণাভৰ হঠাতে মনৰ মাজেৰে পাৰ হৈ গ'ল প্ৰায় কুৰি বছৰৰ আগৰ অসমৰ কোনোবা আওহতীয়া গাঁৱত বিস্ময়েৰে চাই ৰোৱা সেই প্ৰথম দিনৰ হেলিকপ্টাৰখনৰ কথা।

প্ৰথমদিনৰ অভিজ্ঞতা এইদৰে সদায়ে হৃদয়ত ৰৈ যায়।

বহুত দিন পিছত, তেল কোম্পানিৰ চাকৰিত যোগদান কৰাৰ পিছত কোনোবাই কৈছিল: অসমৰ তেল বিভিন্ন শোধনাগাৰলৈ লৈ যাবৰ বাবে সেইদৰে কেম্প পাতি মাটিৰ তলেদি পাইপ-লাইন বহুউৱা হৈছিল। এই পাইপ-লাইন দক্ষিণ পূব এচিয়াৰ দীৰ্ঘতম পাইপ-লাইন; চৈধ্য শ কিল' মিটাৰ দীঘল এই পাইপ-লাইনে অতিক্ৰম কৰিছে অসম, বংগদেশ আৰু বিহাৰৰ তিনি কুৰি ওঠৰখন স্ৰোতস্বিনী নদী।

মিষ্টাৰ চৌধুৰী, বলক; বৈ গ'ল দেখোন!

হৰিশ খান্নাৰ আহ্বানে অৰুণাভৰ সম্বিত ঘূৰাই আনিলে। ইতিমধ্যে মেহৰা চাহাব গৈ হেলিকপ্টাৰৰ কাষ পাইছে। দুপৰৰ ৰ'দত সেই একেই ৰূপালী যান চিকমিকাই আছে।

ব'য়িং আৰু এয়াৰবাছৰ কাষত হেলিকপ্টাৰ দুখন খেলনা আকাশীযান যেন লাগে।

হৰিশ খান্নাই মন্তব্য কৰিলে।

সৰু হ'লেও মজবুত; চৈধ্যজন যাত্ৰী বহাৰ ব্যৱস্থা আছে, দৰাকাৰ হ'লে এমবেছডৰ গাড়ী এখন দাঙি লৈ আকাশত উৰিব পাৰে।

উত্তৰত মেহৰা চাহাবে ক'লে।

জীৱনৰক্ষী আৱৰণ পিন্ধি অৰুণাভহঁত হেলিকপ্টাৰত উঠিল। সকলোৰে কঁকালত ছিট-বেল্ট বান্ধি ললে। গোঁ-গোঁ শব্দ কৰি ধীৰে ধীৰে সৰু সেই ৰূপালীযান, চিনাকি পৃথিৱী এৰি উৰা মাৰিলে ৰৌদ্ৰদীপ্ত নিৰ্মেঘ আকাশৰ বুকুলৈ।

ভুবনেশ্বৰ চহৰৰ সুউচ্চ মন্দিৰ, ওখ ওখ ঘৰ, চলমান গাড়ী, ব্যস্ত ৰাস্তাপদূলি ক্ৰমশঃ অদৃশ্যমান।

যিমানেই পৃথিৱী এৰি অৰুণাভহঁত আকাশৰ বুকুলৈ উঠিলে, সিমানেই অৰুণাভৰ ভাব হ'ল,— এই সুবিশাল বিশ্ব-ব্ৰহ্মাণ্ডত মানুহ কিমান নগণ্য ক্ষুদ্ৰ অণুপৰমাণুৰ দৰে।



অৰুণাভে তললৈ চালে: ধীৰে ধীৰে অদৃশ্যমান শ্যামশোভা পৃথিৱী। অৰুণাভৰ ভাব হ'ল— ক্ষুদ্ৰ হ'লেও মানুহৰ স্নেহ, মমতা, প্ৰেমেৰে ভৰা এই জীৱনটো মহাকাশৰ এটা অংশ; এই ক্ষুদ্ৰ ক্ষুদ্ৰ জীৱনেৰেইতো গঢ়ি উঠিছে আকাশ পৰিব্যাপ্ত এই বিশাল বিশ্ব।

ধূসৰ অস্বচ্ছ ছবিৰ দৰে দৃশ্যমান হোৱা সমুদ্ৰ উপকূলস্থিত মন্দিৰৰ চূড়া এটাৰ ফালে খিৰিকিৰে আঙুলিয়াই দি মেহৰা চাহাবে ক'লে,—সেই যে তলত দেখিছা মন্দিৰৰ চূড়া, সেয়াই হ'ল উৰিষ্যাৰ প্ৰখ্যাত কোনাৰ্ক মন্দিৰ। কেতিয়াবা সুবিধা পালে চাবাগৈ।

অৰুণাভে খিৰিকিৰে জুমি চালে সমুদ্ৰৰ পাৰত মন্দিৰৰ প্ৰাংগণত আছে নেকি শ্যুটিঙৰ বাবে অহা অনুৰাধা।

ৰবিবাৰে ৰাতিপুৱা ওলাব লাগিব অনুৰাধাৰ সৈতে। সময় যদি হয় কোনাৰ্কৰ মন্দিৰলৈও যাব লাগিব,—য'ত অনুৰাধাই হয়তো এই মুহূৰ্তত চৰকাৰী তথ্যচিত্ৰৰ বাবে শেষ শ্যুটিং কৰি আছে।

অৰুণাভৰ হঠাতে ভাব হ'ল—অনুৰাধাই নিশ্চয় বহল চকু দুটা মেলি এতিয়া আকাশৰ ফালে চাই আছে।□

বাৰ

## কোনো কোনো নাৰীৰ বুকুত ঔদ্ধত্য থাকে, আৰু কোনো কোনোৰ নম্ৰতা

কিমান বছৰ আগৰ কথা!

কুৰি বছৰৰো আগৰ সেই দৃষ্টিনন্দন দৃশ্য এতিয়াও সঞ্চিত হৈ আছে সৰু সৰু স্মৃতিৰে ভৰপূৰ হৃদয়ৰ মণিকোঠাত। মানুহৰ হৃদয় তৰপা-তৰপে সময়ৰ সুবাস আবদ্ধ কৰি ৰখা যাদুৰ সঁফুৰা।

গুলপঞ্চ ফুল আৰু সেউজীয়া চিনাকি-অচিনাকি বনৰীয়া লতা-জোপোহাৰে সুশোভিত পাহাৰৰ ওপৰেৰে কুণ্ডলী পকাই উঠি যোৱা মসৃণ পথেৰে, গাড়ী ক্ৰমশঃ-ভৈয়ামৰ স্পৰ্শ ছিন্ন কৰি আগুৱাই গৈছে। ৰম্য প্ৰকৃতিৰ নুশুনা সংগীতৰ সুৰত এৰি অহা নগৰৰ প্ৰাত্যহিক কোলাহল ধীৰে ধীৰে স্তিমিতপ্ৰায়।

গাড়ীৰ কাষৰ ছিটত অৰুণাভ, ওচৰতে নিমি, সেইফালে অৰ্জুন মামা আৰু ৰুমী।

মেয়ো চাম।

চলন্ত গাড়ীৰ ছিটৰপৰা উঠি আহি নিমিয়েও কণমানি হাত দুখন আগবঢ়াই অৰুণাভৰ সৈতে একেলগে খিৰিকিৰ কাষত ভিৰ কৰিছেহি।

হাত-মূৰ বাহিৰলৈ নুলিয়াবি।

অৰ্জুন মামাই কৈছিল।

পাহাৰৰ বুকু খান্দি সজা ৰাস্তাৰ বাওঁফালে থিয় গৰা। অৰ্জুন মামাই খিৰিকিৰে বাহিৰলৈ চাই চায়েই কৈছিল—গাড়ী চলিব পৰা ৰাস্তা এতিয়াহে হৈছে। আগতে হোৱা হ'লতো খোজ কাঢ়িয়েই উঠিব লাগিলেহেঁতেন।

ইমান ওখলৈ মানুহে কেনেকৈ পাহাৰ বগাইছিল?

বহিৰলৈ বিমুগ্ধ দৃষ্টিৰে চাই থকা অৰুণাভে মূৰটো ঘূৰাই সুধিছিল।

ৰুমীয়ে সুধিছিল— এই পাহাৰৰৰ কি নাম দেউতা?

ৰুমীয়ে পূজাত লোৱা ফুটফুটীয়া গোলাপী ফ্ৰকটো পিন্ধি আহিছিল, ফ্ৰকৰ জাপ যাতে নষ্ট নহয় তাৰ বাবে গাড়ীত বহিবৰ সময়তো তাই যথেষ্ট সচেতন হৈ আছিল। অৰ্জুন মামাই কৈছিল—

নীলাচল পাহাৰ। মন্দিৰ য'ত আছে, সেইডোখৰ ঠাই মাত্ৰ পাঁচশ পঁচিছ ফুট ওখত। পাহাৰ বগাই উঠি আহিবলৈ আগতে চাৰিওফালে চাৰিটা ৰাস্তা আছিল। সৰু-সৰু একাবেঁকা পাহৰীয়া ৰাস্তা। শিলৰ খটখটি। দুইফালে জংঘল। আগৰ দিনৰ মানুহে কষ্টলৈ ভয় নকৰিছিল। পাহাৰ বগাই বগাই গভীৰ অৰণ্যৰ মাজেৰেই ওপৰলৈ উঠি আহিছিল।

বাঘে যদি খাই পেলায়?

নিমিয়ে সুধিছিল।

নোখোৱা নহয়, বহুতকে খাইছিল। তথাপি উঠিছিল।

বন্দুক লৈ উঠিছিল নহয় দেউতা?

দেউতাকৰ মুখলৈ চাই বিজ্ঞ ছোৱালীৰ দৰে ৰুমীয়ে প্ৰশ্ন কৰিছিল; অৰ্জুন মামাই হাঁহি হাঁহি কৈছিল— ভগৱানৰ ওচৰলৈ গ'লে মানুহে বন্দুক লৈ নাযায় নহয়, মনৰ ভিতৰৰ ভক্তি, বিশ্বাসেই মানুহৰ সাহস আছিল।

দেউতাই জানো মাজে মাজে কেনেকুৱা নুবুজা কথাবোৰ কয় বুলি মনতে ভাবি ৰুমীয়ে আকৌ চলন্ত গাড়ীৰ খিৰিকিৰে বাহিৰলৈ চাইছিল।



ভগৱাননো কিয় এইদৰে হাবি-বননিৰ মাজত লুকাই থাকিব লাগে অৰুণাভে অৰ্জুন মামাক সুধিম বুলি ভাবিও নোসোধাকৈ ৰৈছিল।

পাহাৰৰ ওপৰৰ সমতলত—য'ত গাড়ী আহি ৰৈছিল, তাত নতুনকৈ কেইখনমান দোকান বহিছে। দোকান কেইখন সজ্জিত হৈ আছে ফুলৰ মালা, প্ৰসাদ, ৰঙীন কাপোৰ আৰু বিভিন্ন মিঠাইৰে। ৰঙা বস্ত্ৰ পৰিহিত কেইবাজনো লোকে গাড়ীৰ চৌদিশ ঘেৰি ধৰিছিল।

লৰালৰিকৈ গাড়ীৰপৰা নামিয়েই নিমি, ৰুমী, অৰুণাভে আনন্দত কিৰিলি পাৰি উঠিছিল। বিস্ময়বিমুগ্ধ নয়নেৰে চাই ৰৈছিল পাহাৰৰ ওপৰৰপৰা সমতলৰ নয়নাভিৰাম দৃশ্য।

সেয়া চা সাগৰ!

অৰুণাভৰ চোলাত খামুচি ধৰি নিমিয়ে দূৰলৈ আঙুলিয়াই দেখুৱাইছিল। অৰ্জুন মামাই হাঁহি হাঁহি কৈছিল।

সাগৰ নহয়, পাগলী। সেয়া ব্ৰহ্মপুত্ৰহে। পাহাৰৰ কাষে কাষে দূৰলৈ বৈ গৈছে।

সেয়া উমানন্দ নহয় দেউতা? ৰুমীয়ে সুধিছিল।

ওঁ

মই ঠিক ধৰিব পাৰিছোঁ। আনন্দত জপিয়াই ৰুমীয়ে চিঞৰি উঠিছিল।

তাৰ পাছতো বহুবাৰ অৰুণাভ কামখ্যালৈ গৈছে। পূজাৰ বন্ধত বেনাবছৰপৰা অসম চাবলৈ অহা তিৱাৰী নামৰ বন্ধুজনক লৈও এবাৰ কামাখ্যালৈ গৈছিল। নীলাচল পাহাৰৰ চূড়াৰপৰা দৃশ্যমান হোৱা তৰংগায়িত ৰূপালী লুইত, ব্ৰহ্মপুত্ৰৰ মাজৰ পেখম ধৰা ময়ূৰ চৰইৰ দৰে উমানন্দ দ্বীপ, বহুত দূৰৰ আকাশৰ বুকুত ছবিৰ দৰে ভাঁহি উঠা অস্পষ্ট তুষাৰাবৃত হিমালয়ৰ শৃংগ আৰু তাৰ বিপৰীতে গুৱাহাটী চহৰ। কলেজত থাকোঁতে আৰু চাকৰিৰ তাগিদাত ভাৰতৰ বিভিন্ন স্থান অৰুণাভে ভ্ৰমণ কৰিছে, আধুনিকতাৰ স্পৰ্শত দ্ৰুত পৰিবৰ্তিত কোনো কোনো চহৰে কেতিয়াবা চকুত চমক লগাই দিছে, কিন্তু প্ৰাকৃতিক সৌন্দৰ্যৰ এনে দৃষ্টি নন্দন সংগম অইন কোনো চহৰতে দেখাৰ কথা অৰুণাভৰ মনত নপৰে। আশ্চৰ্যৰ কথা,—যিমানেই অৰুণাভ অসমৰ বাহিৰলৈ গৈছে, সিমানেই বাৰে বাৰে নতুনকৈ আৱিষ্কাৰ কৰিছে প্ৰাকৃতিক সৌন্দৰ্যৰে ভৰপূৰ ঐতিহ্যমণ্ডিত অপৰূপা অসমক।

দেওবাৰে ৰাতিপুৱা যেতিয়া অনুৰাধাৰ মাকে অসমৰ কামাখ্যা মন্দিৰৰ

কথা সুধিলে, মুহূৰ্তৰ বাবে অৰুণাভৰ মনৰ মাজেৰে পাৰ হৈ গ'ল নিমি, কমীৰ লগত একেলগে কামাখ্যালৈ যোৱা সেই প্ৰথম অভিজ্ঞতাৰ কথা। কমীয়ে সেইদিনা ফুটফুটীয়া গোলাপী ফ্ৰক এটা পিন্ধি আহিছিল। সেই কমী এতিয়া পৃথিৱীত নাই; হয়তো ভগৱানৰ সৈতে ক'ৰবাত লুকাই আছে। মাথোন আকাশৰ ফালে চাই থকা অপলক খোলা দুটা চকু অৰুণাভৰ দুচকুৰ কোনোবা কোমল ঠাইত চিৰদিনৰ বাবে অংকিত হৈ ৰৈ গৈছে।

অনুৰাধাই দেওবাৰে ঠিক আঠবজাত আহিবলৈ কৈছিল, কিন্তু অৰুণাভ যেতিয়া ৰেলৱে ক্ৰছিঙৰ অৰ্ধসমাপ্ত আৰ. চি. চি. বিল্ডিঙৰ সন্মুখত গাড়ীৰপৰা নামিল, ঘড়ীত তেতিয়া নবাজি দহমিনিট। অসমত থকাৰপৰাই দেওবাৰে আঠ বাজি যোৱাৰ পিছতহে উঠো-নুঠোকৈ টোপনিৰপৰা উঠাটো অৰুণাভৰ অভ্যাসত পৰিণত হৈছে। আজিও তাৰ ব্যতিক্ৰম নহ'ল।

অসমৰ তেল-কোম্পানিৰ অফিচ ৰাতিপুৱা সাতবজাৰপৰা আৰম্ভ হয়; ছয় বজাতেই টোপনিৰপৰা উঠিব লগে। সেয়েহে দেওবাৰৰ ৰাতিপুৱাৰ এই টোপনি সপ্তাহটোৰ শেষলৈ আগ্ৰহৰে অপেক্ষা কৰি থকা এক এৰাব নোৱাৰা লাক্‌জাৰি। চোপ্ৰা চাহাবে কৈছিল—বৃটিছবোৰ অতি বুদ্ধিমান আছিল। ৰাতিপুৱা মানুহৰ মগজু সজীৱ হৈ থাকে। সেই শক্তি যাতে অকল অফিচৰ কামতে ব্যৱহৃত হয়, তাৰবাবেই তেওঁলোকে ৰাতিপুৱা সোনকালে অফিচ আৰম্ভ কৰিছিল। আগতেতো অফিচ আৰম্ভ হৈছিল ৰাতিপুৱা ছয় বজাত।

অৰুণাভৰ লগত একেলগে চাকৰিত জইন কৰা দীপংকৰ নামৰ গুৱাহাটীৰ ল'ৰা এজনেতো এই এটা মাত্ৰ কাৰণতে চাকৰিৰপৰা বিজাইন দি দিলে:—সকলো কাম কৰিব পাৰোঁ দোস্ত, কিন্তু ৰাতিপুৱা ছয় বজাত উঠি জীৱনভৰ এইদৰে অফিচলৈ যোৱাটো মোৰদ্বাৰা নহব। ঠাঁওৰ দিনততো ৰাতিয়েই নুপুৱায়। অফিচলৈ যাবৰ সময়ত সদায় ৰাতিপুৱা নিজকে ক'ৰবাত চুৰ কৰি পলাই অহা চোৰ যেন লাগে।

বন্ধ দুৱাৰত অৰুণাভে টক-টক কৰিলে। বাহিৰত সেই একেই আধাডজন অযত্নপালিত ফুলৰ টাব। কেতিয়াবাৰেপৰা যাবলৈ সাজু হৈ থকা অনুৰাধাই হয়তো দুৱাৰ খুলিয়েই পাংচুৱেলিটি আৰু সময়ৰ মূল্যৰ বিষয়ে এটা সুদীৰ্ঘ লেকচাৰ শুনাই দিব।

আকৌ টক-টক কৰিলে অৰুণাভে। বন্ধ দুৱাৰৰ সিফালৰপৰা ছেণ্ডেলৰ দ্ৰুত ধ্বনি কাষ চাপি আহিছে।



তিতা চুলিত গোলাপী ৰঙৰ টাৱেল মেৰিয়াই অনুৰাধাই নিজে দুৱাৰ খুলি দিলে। শাৰীৰ পাতলিত ঢাক খোৱা ভৰিত ৰবৰৰ স্লিপাৰ।

ইমান সোনকালে আহিছা? মই এই গা ধুলোহে। ৰেডিয়েই হোৱা নাই।

তুমিতো ঠিক আঠ বজাত আহিবলৈ কৈছিলা?

কলেজত দেখোন তুমি একদম পাংচুৱেল নাছিলা। এতিয়া যে এনেকৈ ঘড়ীৰ কাটাৰ নিচিনাকৈ চলা কেনেকৈ জানিম? আগৰ হিচাপত তুমি অন্ততঃ দুঘণ্টামান পলমকৈ আহিবা বুলি ভাবিছিলো।

গা ধোৱাৰ পিছত সকলো নাৰীৰ শৰীৰৰপৰা কিজানি কোমল পবিত্ৰতাৰ গোন্ধ ভাঁহি আহে। সদ্যস্নাতা অনুৰাধাৰ কাণৰ লতিত মুকতাৰ দৰে এটোপাল পানী এই পৰোঁ পাৰোঁ হৈ কঁপি আছে। টাৱেলৰে তিতা চুলি মোহাৰি অনুৰাধাই কলে,—তুমি এক মিনিট বহা। মই এতিয়াই আহিছো। মা, অ' মা—

কি হ'ল।

ভিতৰৰপৰাই প্ৰথম দিনা শুনা অনুৰাধাৰ মাকৰ কণ্ঠস্বৰ ভাহি আহিল। অনুৰাধাই কলে—

মই এতিয়াই ৰে'ডি হৈছোঁ। চাহ খাবা নহয়?

এই মাত্ৰ ব্ৰেকফাষ্ট কৰি আহিছোঁ।

আকৌ এবাৰ কৰা। মোৰ মেকআপ কৰোঁতেই এঘন্টা লাগিব।

ওঁঠত টৌ খেলা হাঁহিৰে অনুৰাধা ভিতৰলৈ সোমাই গ'ল।

আচাৰৰ সৈতে লুচি-ভাজি আৰু চাহ খোৱাৰ সময়ত অনুৰাধাৰ মাকে কামাখ্যা মন্দিৰৰ কথা সুধিলে। —কামাখ্যা দেৱীৰ মন্দিৰ দৰ্শন কৰাৰ বৰ ইচ্ছা আছিল এবাৰ। সৰুৰেপৰা শুনি আহিছো দেৱীৰ মাহাত্ম্যৰ কথা।

বলক মোৰ সৈতে এবাৰ। অসমখন চাই আহিব পাৰিব।

ওলাম বুলিলেই এই বয়সত আৰু ওলাব পাৰো নে? ইচ্ছাতো মানুহৰ মনত থাকেই।

অনুৰাধাৰ মাকৰ মুখলৈ চাই অৰুণাভে ভাবিলে—বংগ দেশৰপৰা কোন কাহানিবাই আহি উৰিষ্যাত থিতাপি লোৱা বৃদ্ধা বিধৱা এজনীয়েও অন্ততঃ অসমৰ কামাখ্যাৰ কথা জানে; মনৰ ভিতৰত পুহি ৰাখে কামাখ্যা দৰ্শনৰ অপূৰ্ণ বাসনা।

মাকেই আকৌ কলে—

ভুবনেশ্বৰ মন্দিৰৰ চহৰ। এসময়ত ইয়াত সাতহাজাৰ মন্দিৰ আছিল এতিয়াও প্ৰায় পাঁচশ আছে।

আপুনিও ওলাওক মাহীদেউ। একে লগে ভুবনেশ্বৰ চোৱা হ'ব।

মইনো আৰু কি চাম! যোৱা ডেৰকুৰি বছৰে ভুবনেশ্বৰকে চাই আছোঁ। আজি তোমালোকেই চোৱাচোন।

'মেক আপ' কৰোঁতে অনুৰাধাৰ এঘণ্টা নালাগিল। মাত্ৰ কুৰি মিনিটৰ পিছতে ডাঠ খয়েৰী ৰঙৰ শাৰীৰ আঁচল দুয়োখন হাতেৰে মেলি ধৰি অনুৰাধা ভিতৰৰপৰা ওলাই আহিল।

দেখিছা, কি সাংঘাতিক সাজি-কাচি ওলাইছো।

সেই একেই কৌতুকেৰে ভৰা প্ৰসাধনবিহীন মুখ। স্নানে মুখত লাৱণ্য সানে! এতিয়াও পানীত কিঞ্চিৎ তিতি থকা দুডাল বাদামী চুলিৰ বেণী কান্ধৰ ওপৰেৰে বৈ গৈ পিঠিত পৰিছে।

অৰুণাভৰ চকুত চকু থৈ অনুৰাধাই সুধিলে,—শাৰীখন কেনেকুৱা লাগিছে? উৰিষ্যাৰ সম্বলপুৰী শাৰী। অসমলৈ যাবৰ সময়ত তোমাৰ কোনোবা আছে যদি লৈ যাব পাৰিবা। মোক টকা দিবা। মই ছিলেক্ট কৰি দিম এমপ'ৰিয়াৰপৰা। উৰিষ্যাত আৰু এবিধ ধুনীয়া ডিজাইনৰ শাৰী আছে। কটকী শাৰী। লাগিব যদি কোৱা।

মই শাৰী পিন্ধো নেকি?

তোমালৈ কিনিবলৈ কোনে কৈছে? অসমলৈ লৈ যাবা। কাৰোবাক প্ৰেজেণ্ট দিবা।

কাক দিম?

উঃ ৰাম! ঠিক আছে দিবলৈ কোনো নাই যদি মোকেই দিবা। হ'ব? এতিয়া সোনকালে ব'লা। ভুবনেশ্বৰত চাবলগীয়া অকল মন্দিৰেই আছে, আৰু মন্দিৰলৈ যাবলৈ হ'লে ৰাতিপুৱাই যাব লাগে। দুবাৰ ব্ৰেকফাষ্ট কৰি মন্দিৰলৈ ওলাইছা, পোনে পোনে নৰকলৈ যাবা। গা ধুইছা নে নাই?

সময়েই নহ'ল।

হৈছে। তুমি নৰকতো ঠাই নাপাবা।

ড্ৰাইভাৰ নীলকণ্ঠয়ো আজি ৰাতিপুৱাই গা ধুই আহিছে। এতিয়াও তিতি থকা চুটি-চুটি চুলি মূৰত লিপিট খাই আছে। নীলকণ্ঠই চুলি বেক-ব্ৰাছ কৰে, মূৰৰ সোঁমাজতে দীঘলকৈ সেওঁতা ফালে।



ক'লৈ যাম ছাৰ?

নীলকণ্ঠই সুধিলে। অৰুণাভে কিবা এটা কোৱাৰ আগতে অনুৰাধাই ক'লে আজিৰ দিনটো ভুবনেশ্বৰ ঘূৰিম। প্ৰথমতে লিংগৰাজ মন্দিৰ।

ৰেলওৱে ক্ৰছিং পাৰ হৈ অলপ দূৰ যোৱাৰ পিছতে গাড়ীয়ে সোঁফাললৈ গতি সলালে। অনুৰাধাৰ বাদামী চুলিৰ বেণীয়ে বতাহত উৰি আহি অৰুণাভৰ শৰীৰ প্ৰায় স্পৰ্শ কৰিছে। নাৰীৰ চুলিত শৰীৰৰ গোন্ধ মিহলি হৈ থাকে। গাড়ীৰ গ্লাছখন ওপৰলৈ উঠাই উঠাই অনুৰাধাই কলে,—তোমাক এটা কথা ক'বলৈয়ে পাহৰিছোঁ। সিদিনা কোনাৰকলৈ গৈ থকাৰ সময়ত আমি তোমালোকৰ হেলিকপ্টাৰখন দেখিছিলো। হিংসা লাগি গৈছিল। ইমান চালো তোমাক দেখাই নাপালো।

তলৰপৰা তেনেকৈ দেখা পায় নেকি?

তুমি যে কৈছিলা, সাগৰৰ তলৰপৰা তেল উলিয়াবা; এতিয়া দেখোন হেলিকপ্টাৰেৰে আকাশতহে উৰিবলৈ আৰম্ভ কৰিছা। আকাশত তেল থাকে নেকি? মন্ত্ৰীবিলাকে যে পৃথিৱীত হোৱা বানপানী চাবলৈ আকাশলৈ উৰি যায়, তেনেকুৱা। ডাঙৰ মানুহৰ কথাই বেলেগ।

বুকুৰ ওপৰত পৰি থকা বেণী পিঠিৰ ফালে দলিয়াই দি অনুৰাধাই অৰুণাভৰ চকুলৈ চাই হাঁহিলে।

অৰুণাভ আগতে এইটো বাটেদি অহা নাই। হয়তো তুলনামূলকভাৱে এই অঞ্চলটো পুৰণি, বাওঁফালে যোৱা ৰাস্তা এটাৰ কাষতে পুৰণি, চিনেমা হল এটা, চিনেমা হলৰ গাত নৃত্যৰতা নাৰীৰ মূৰ্তি খোদাই কৰা আছে। অৰুণাভে সুধিলে, তোমাৰ শাস্ত্ৰীয় নাচৰ কি হ'ল?

এতিয়া ওড়িচি নাচত লাগিছোঁ। চাবা, উৰিষ্যাৰ ওড়িচি নাচ এদিন ভাৰতৰ সৰ্বশ্ৰেষ্ঠ নাচ হ'ব। কেলুচৰণ মহাপাত্ৰৰ নাম শুনিছা?

কোন কেলুচৰণ?

তোমাকনো নাচৰ কথা কৈ কি হ'ব? এদিন তোমাক ৰবীন্দ্ৰ মণ্ডপত প্ৰগ্ৰেম দেখুৱাবলৈ লৈ যাম। ওলাবা।

তুমি নাচিবা নকি?

গ'লে দেখিবা নহয়। এশ টকা টিকেট। এডভান্স লাগিব। বাহিৰত প'ষ্টাৰ দেখিবা,—

আজিৰ মুখ্য শিল্পী শ্ৰীমতী অনুৰাধা সাহা।

সোঁফালে ওচৰতে ৰেলৰ লাইন আছে, ছন্দময় ধ্বনিৰে ৰেলগাড়ী এখন পাৰ হৈ গ'ল। সম্মুখত পুলিচ পইণ্ট এটা। এজন সঁচা সঁচি গাইডৰ নিচিনাকৈ অনুৰাধাই কৈ গ'ল—

ভুবনেশ্বৰক চিটি অব টেম্‌পলছ বুলি কয়। মন্দিৰৰ চহৰ। য'তেই বেছি মন্দিৰ থাকে, তাতেই মানুহবোৰ সাংঘাতিক ভয়াতুৰ হয়। সেয়েহে অইন চহৰৰ দৰে ভুবনেশ্বৰত বেছি মাৰপিট নহয়। ......এই চহৰৰ পৰিকল্পনা কৰিছিল এজন ইউৰোপীয় তৰুণ আৰ্কিটেক্টে। .....ভাৰতত সকলো ভাল বস্তু বাহিৰৰ মানুহে আহি কৰিব লগীয়া হয়। তোমলোকৰ কথাই চোৱা, হেলিকপ্টাৰ, ৰিগ নে কি —সকলো বাহিৰৰপৰা আনিবলৈ লৈছা। নামতহে সকলো বিৰাট বিৰাট মাতিব নোৱাৰা ইঞ্জিনিয়াৰ। ঠিক কৈছোঁ নে নাই?

তুমি আজিলৈকে বেঠিক কোৱা মই শুনাই নাই।

১৯৪৭ চনত, যেতিয়া ভাৰত স্বাধীন হ'ল প্ৰথমতে সিদ্ধান্ত লোৱা হ'ল কটক উৰিষ্যাৰ ৰাজধানী হ'ব। কটক উৰিষ্যাৰ পুৰণি চহৰ। ঠেক, সৰু সৰু গলি, ভাঙি যে নতুনকৈ বনাব তাৰো কোনো উপায় নাই। তেতিয়াই ঠিক কৰা হ'ল ভুৱনেশ্বৰৰ ওচৰত নতুনকৈ উৰিষ্যাৰ ৰাজধানী পতা হ'ব।

এইখিনি ঠাই অৰুণাভৰ চিনাকি লাগিছে। বাওঁফালে সেয়া ফায়াৰব্ৰিগেডৰ অফিচ, সোঁফালে ৰাজমহল চ'কলৈ যোৱা সৰু দলংখন, তলেৰে ৰেলৰ লাইন পাৰ হৈ গৈছে, ৰাস্তাৰ কাষত আকাশচুম্বী অট্টালিকাৰ দৰে থিয় হৈ আছে হোটেল কোনাৰ্ক।

থাৰ্ড ফ্ল'ৰৰ ৩১০ নম্বৰ কোঠাত হয়তো মেহৰা চাহাবে এতিয়া সম্মুখত বিয়েৰৰ গ্লাছ লৈ বহি আছে। এনেকুৱা নিসংগ মানুহবোৰে ছুটিৰ দিনত যেতিয়া কাম-বন নাথাকে, তেতিয়া কোঠাৰ ভিতৰতে অকলশৰে বহি বহি বা কি ভাবি থাকে। নিঃসংগতাৰপৰা পলাই যাবলৈও মানুহক নিজস্ব কিবা এটা লাগে।

মেহৰা চাহাবে কালি অফিচত কৈছিল অৰুণাভ, দুদিনমানৰ বাবে পাৰাদ্বীপলৈ যাবলৈ সাজু হৈ থাকিবা। নীৰেন দত্তই অকলে চম্ভালিব নোৱাৰিব। ছাপ্লাই জাহাজ দুখন দুই এদিনতে পাৰাদ্বীপ পাবহি। বস্তুবাহানি নমাই যিমান সোনকালে পৰা যায় আন্দামানলৈ পঠিয়াই দিব লাগিব। পেলিকান ৰিগ আন্দামানৰপৰা



টানি আনিবৰ বাবে তাত যি কৰিব লগীয়া হয়, সেয়া ডেনিছ ছিলভিয়াই কৰিব। তাৰ পিছতে, ৰিগ আহি পোৱাৰ লগে লগে আৰম্ভ হ'ব সমুদ্ৰগৰ্ভৰ ৰহস্যৰ বিৰুদ্ধে আমাৰ প্ৰকৃত অভিযান। সেই দিনটোলৈ মই উৎকণ্ঠাৰে বাট চাই আছোঁ।

উৎকণ্ঠাৰে অৰুণাভেও বাট চাই আছে সেইটোলৈ। মাজ সমুদ্ৰৰ মাজত বিদেশী নাগৰিকৰ লগত একেলগে এদিন সুবিশাল জাহাজত ওপঙি অসমৰ কোন অচিনাকি ঠাইৰ অৰুণাভে এদিন সমুদ্ৰৰ বুকুত তেলৰ সন্ধান চলাব, সেই কথা অৰুণাভে ভবা নাছিল কেতিয়াও। ৰায়হান ছাৰৰ সেই কথাষাৰ —অৰুণাভ, নিষ্ঠা, ঐকান্তিকতা আৰু সাহসে তোমালোকক বহুত দূৰলৈ লৈ যাব— বুকুৰ গভীৰত এতিয়াও প্ৰায়ে ৰিণি ৰিণি বাজে।

অসমৰ গভীৰ অৰণ্যৰ মাজত, এদিন হাতীৰ খোজৰ পম খেদি খেদি কোন সুদূৰৰপৰা অহা বিদেশী চাহাবে পনীয়া সোণ আৱিষ্কাৰ কৰিছিল! অৰুণাভতো আহিছে সেই ওচৰৰ অসমৰপৰা। এতিয়া আৰু তেল সন্ধানৰ বাবে হাতীৰ খোজৰ পম খেদি খেদি, কাঁইটৰ আঁচোৰ খাই গভীৰ জংঘলত দিশহাৰা হৈ ঘূৰি ফুৰিব নালাগে। বিজ্ঞানে আনি দিছে বিভিন্ন সঁজুলি। কিন্তু কোনো আৱিষ্কাৰেইতো বিজ্ঞানে নকৰে, পৃথিৱীৰ প্ৰতিটো আৱিষ্কাৰৰ পিছতেই লুকাই আছে মানুহৰ চিৰন্তন কৌতুহল, অধ্যৱসায় আৰু সাধনা।

ব্যস্ত মেইন ৰোড এৰি এটা সৰু গলিৰ মাজেৰে গাড়ীয়ে গতি কৰিলে। ওচৰৰ চিনেমা হল এটাত দেওবাৰৰ মৰ্নিং শ্ব' চলিছে। বাহিৰত ইংৰাজী চিনেমাৰ উত্তেজক প'ষ্টাৰ, কলেজীয়া ডেকা-গাভৰুৰ ভয়ংকৰ ভীৰ। ওচৰতে ক'ৰবাৰ মন্দিৰৰপৰা ঘণ্টা-ধ্বনি ভাহি আহিছে।

অনুৰাধাই ক'লে,—মেইন ৰোড যে, কটক-পুৰী ৰোড, —পোনে পোনে গ'লে পুৰী পোৱা যায়। এদিন ওলাবা। পুৰীৰ সমুদ্ৰত সাঁতুৰিলৈ বৰ মজা। বহুত দুৰলৈ সাঁতুৰি গ'লেও সাগৰৰ ঢৌৱে আনি পাৰ তুলি থৈ যায়। .....চিনেমা হলৰ সম্মুখত আমাৰ ডেকা-গাভৰুৱে কেনেকৈ ভাৰতৰ ঐতিহ্য ৰক্ষা কৰে দেখিছা। চাই বৰ মজা লাগে।

চিনেমা হল অতিক্ৰম কৰাৰ পিছতে, দূৰৈৰপৰাই অৰুণাভে দেখা পালে প্ৰাচীন কাৰুকাৰ্য-শোভিত মন্দিৰৰ গৰ্বিত চূড়াই চহৰৰ ঘৰ-দুৱাৰৰ ওপৰেদি ভুমুকি মাৰিছে।

নীলকণ্ঠই গাড়ী ৰখালে।

বেনাবছৰ বিশ্বনাথ মন্দিৰৰ দৰে ইয়াতো পাণ্ডাৰ সমাবেশ। সম্মুখত পূজাৰ বাবে বিভিন্ন সামগ্ৰীৰ বিপনি, শাৰী শাৰী মনিহাৰী দোকান।

মন্দিৰৰ দেৱতাৰ প্ৰতি অৰুণাভৰ কোনো আকৰ্ষণ নাই।

তুমি ভগৱানক খুব বিশ্বাস কৰা নেকি?

অৰুণাভে এনেয়ে সুধিলে।

স্থিৰ দৃষ্টিৰে এক পলকৰ বাবে অৰুণাভৰ চকুলৈ চাই অনুৰাধাই ক'লে, —উৰিষ্যাৰ মন্দিৰত মানুহেতো দেৱতা চাবলৈ নাহে, চাবলৈ আহে শিলৰ ওপৰত মানুহে সৃষ্টি কৰা অপৰূপ শিল্পকীৰ্তি।

চৌদিশ পকী দেৱালেৰে পৰিবেষ্টিত মন্দিৰ প্ৰাংগণত প্ৰবেশ কৰি অৰুণাভ অভিভূত হৈ গ'ল। মন্দিৰ যে ইমান বিশাল হব পাৰে, কল্পনাই কৰিব নোৱাৰি। মূল মন্দিৰৰ চাৰিওফালে অসংখ্য সৰু সৰু মন্দিৰেৰে প্ৰাংগণ ভৰ্তি হৈ আছে।

ওপৰলৈ অৰুণাভে মূৰ তুলি চালে। ভাব হ'ল যেন মন্দিৰৰ চূড়াত থকা কলচীৰ ওপৰত স্থাপিত ত্ৰিশূল এডালে আকাশ স্পৰ্শ কৰিছে। কিয় জানো মুহূৰ্তৰ বাবে অৰুণাভৰ অনুভৱ হ'ল —মন্দিৰত দেৱতা নাথাকিব পাৰে, কিন্তু পবিত্ৰতা থাকে।

ফিৰফিৰিয়া বতাহত অনুৰাধাৰ শাৰীয়ে ঢৌ খেলি আছে। আকাশলৈ মুখ কৰি থকা অৰুণাভৰ দৃষ্টি অনুসৰণ কৰি অনুৰাধাই ক'লে, —লিংগৰাজ মন্দিৰ আটাইতকৈ ওখ মন্দিৰ। কুতুব মিনাৰতকৈও ওখ।

উচ্চতা কিমান?

১৬৫ ফুট।

ধুনীয়া। কিমান যুগৰ পিছতো কিমান মজবুত হৈ আছে।

থাকিবই। আগৰ দিনত তোমালোকৰ দৰে ইঞ্জিনিয়াৰ নাছিলতো। তোমালোকেতো দলং এখন বনালেই দুমাহতে ধুপকৈ ভাগি থাকে। নিজৰ ঘৰটোৰ বাহিৰে আজিৰ ইঞ্জিনিয়াৰে আৰু একো বনাবই নাজানে।

অনুৰাধাই ক'লে।

অৰুণাভে হাঁহি হাঁহি সুধিলে, —মন্দিৰটো কিমান পুৰণি?

অষ্টম শতাব্দীৰ শেষৰ ফালে, যযাতি যেতিয়া ৰজা আছিল, তেতিয়া এই লিংগৰাজ মন্দিৰ প্ৰতিষ্ঠা কৰা হৈছিল।



বাঃ তোমাক দেখিলেতো এইবোৰ কথা জনা যেন নালাগে?

অনুৰাধাৰ মুখৰ ফালে এক মুহূৰ্তৰ বাবে কৌতুহলী দৃষ্টি নিক্ষেপ কৰি অৰুণাভে ক'লে।

উৰিষ্যাৰ ছোৱালী, উৰিষ্যাৰ কথা নাজানিম নেকি?

কেইটামান মুহূৰ্তৰ বাবে ৰ'দ পৰি পাতল ৰঙচুৱা হৈ পৰা অনুৰাধাৰ মুখলৈ অৰুণাভে স্থিৰভাৱে চাই ৰ'ল। অনুৰাধাৰ দুচকুত সদায় হৃদয়ৰ গভীৰৰ পৰা বিচ্ছুৰিত নিষ্কলুষতাৰ জ্যোতি মিহলি হৈ থাকে। তাইৰ ডিঙিত মিহি ৰূপৰ চেইন এডাল জিলিকি আছে।

অৰুণাভে ভাবিলে: দেশ-বিভাজনৰ সময়ত পূৰ্ব বংগৰপৰা আহি ভাৰতবৰ্ষত থিতাপি লোৱা এটা পৰিয়ালৰ ছোৱালী অনুৰাধা ভাষাৰ ফালৰপৰা এজনী বঙালী ছোৱালী; সেইজনী ছোৱালীয়ে কিমান আন্তৰিকতাৰে উৰিষ্যাৰ কথা মুখলৈ আনিব পাৰে, অনুভৱ কৰিব পাৰে উৰিষ্যাৰ মঠ-মন্দিৰ, প্ৰকৃতি, বতাহৰ লগত মিহলি হৈ থকা সংস্কৃতি আৰু ঐতিহ্যৰ লগত নিজৰ হৃদয়ৰ বান্ধোন!

বতাহত উৰি থকা শাৰীৰ আঁচল কঁকালত খুচি লৈ অনুৰাধাই ক'লে—ভুবনেশ্বৰৰ গল্প শুনিবা? আগতে ইয়াৰ নাম আছিল একাম্ৰকানন। এদিন শিৱই পাৰ্বতীক ক'লে—আজি কালি আৰু কাশীত থাকি ভাল নালাগে, কাশীতকৈ একাম্ৰকাননেই বেছি মনোৰম। পাৰ্বতীয়ে তেতিয়ালৈকে একাম্ৰকানন দেখায়েই নাছিল। একাম্ৰকানন চাই আহিবলৈ পাৰ্বতীৰ বৰ মন গ'ল। আগতে দেৱ-দেৱীবিলাকৰ বিৰাট মজা আছিল, মন গ'লেই ভেশছন কৰি, হেলিকপ্টাৰ নোহোৱাকৈয়ে য'লৈ ত'লৈ গুচি যাব পাৰে!

লিহিৰি আঙুলিৰে বেণী এডালৰ লগত খেলি খেলি অনুৰাধাই অৰুণাভৰ মুখলৈ চালে।

তুমিও সেইবোৰ বিশ্বাস কৰা নেকি!—

অৰুণাভে সুধিলে।

বিশ্বাস নকৰিলেও ভাবি বৰ মজা লাগে। আগতে শুনা, পাছত তৰ্ক কৰিবা। পাৰ্বতীয়ে এদিন গোপিনীৰ ৰূপ লৈ একাম্ৰকানন পালেহি। ইয়াত তেতিয়া দুজন দৈত্যই বসবাস কৰিছিল। দৈত্যবোৰতো সাংঘাতিক ধূৰন্ধৰ! ছোৱালী দেখিলেই পগলা। তোমাৰ দৰে নহয়।

মুহূৰ্তৰ বাবে অনুৰাধাই মূৰ ঘূৰাই অৰুণাভৰ মুখলৈ চালে। ৰ'দ পৰা

পাতল ওঁঠত কৌতুক মিহলি হৈ আছে।

অনুৰাধাই কৈ গ'ল—দুয়োজন দৈত্যই আহি পাৰ্বতীক বিয়াৰ প্ৰস্তাৱ দিলে। পাৰ্বতীৰ অলপমান ধেমালি কৰিবৰ মন গ'ল। আজি কালিৰ ছোৱালীবোৰে যেনেকৈ কৰে। তেওঁ হাঁহি হাঁহি ক'লে, ঠিক আছে তোমালোকে প্ৰথমতে মোক কান্ধত তুলি লোৱাচোন। দৈত্য দুজনে ভাবিলে সেয়ানো কি ডাঙৰ কথা। আনন্দত দুজাপ মাৰি সিহঁতে পাৰ্বতীক কান্ধত তুলি ললে। কিছু সময়ৰ পাছত দুই দৈত্যৰ অৱস্থা নাই। পাৰ্বতীৰ ভৰত একেবাৰে চেপেটা।

পাৰ্বতী ইমান গধুৰ আছিল নে?

দেৱ-দেৱীয়ে ইচ্ছা কৰিলে নিজৰ ওজন বঢ়াই দিব পাৰে। ডিষ্টাৰ্ব কৰি নাথাকিবা। শুনা। এটা সময়ত পাৰ্বতীৰ বৰ পিয়াহ লাগিল। ওচৰত পুখুৰী এটাও নাই। তৎক্ষণাৎ শিৱ আহি হাজিৰ। টেলিপেথিৰ জোৰত তেওঁ পাৰ্বতীৰ তৃষ্ণাৰ কথা গম পাই গ'ল। পৃথিৱীৰ সকলো নদ-নদী, সৰোবৰকে শিৱই অনুৰোধ কৰিলে— এক এক বিন্দু পানী দিয়া। মুহূৰ্ততে সৃষ্টি হ'ল এক বিশাল সৰোবৰৰ। সেই সৰোবৰ এতিয়াও আছে। নাম বিন্দু সৰোবৰ। বিশ্বাস হোৱা নাই? ইয়াৰপৰা অলপ আঁতৰত, তোমাক দেখুৱাই দিম। আৰু কোৱা, কিবা জানিবৰ মন আছে?

সোঁফালৰ বেণীডাল বুকুৰ ওপৰত পেলাই অনুৰাধাই সুধিলে। অৰুণাভৰ হাঁহি উঠি গ'ল।

বহুত জ্ঞান দিলা। আজিলৈ হ'ব। বুঢ়ী হ'লে নাতি-পুতিক সাধু শুনাব পাৰিবা। নহ'লে মন্দিৰৰ বাহিৰত গাইড হৈ চিঞৰি থাকা, বহুত পইচা পাবা। ছোৱালী গাইড চবেই পছন্দ কৰিব। খালী বেছি বকবক কৰি থাকিলে মানুহ পাছলৈ পলাই যাব পাৰে।

মোৰতো সেয়া প্ৰফেছনেই। টুৰিজিমত কাম কৰোঁ। তুমি কি ভ..বিছা? অনুৰাধা সাহা এতিয়া সেই কলেজৰ ছোৱালী নহয়। দস্তৰমত দায়িত্বসম্পনা চৰকাৰী চাকৰিয়াল।

অনুৰাধাই কথা ক'লে ওঁঠৰ ওপৰেৰে এটা হাঁহিৰ তৰংগ পাৰ হৈ যায়। এনে হাঁহি অৰুণাভৰ ভাল লাগে। অৰুণাভে হাঁহি হাঁহি ক'লে, —আজিহে গম পালো আজিকালি উৰিষ্যাত কিয় ইমান টুৰিষ্টৰ ভিৰ।

তুমি ধেমালি কৰিছা। ছিৰিয়াছলি কৈছোঁ, উৰিষ্যাত চাব লগা ঠাই বহুত আছে। কিন্তু থাকিলেই নহয়, সেইখিনি সজাই পৰাই, সুন্দৰভাৱে মানুহৰ



আগত দাঙি ধৰিব লগিব। তোমাৰ বিজ্ঞানে নিশ্চয়কৈ দেশৰ উন্নতি সাধন কৰিব, কিন্তু দেশ এখনৰ পৰিচয় দিবলৈ সংস্কৃতি আৰু ঐতিহ্যৰ প্ৰয়োজন। টকা এসোপা থাকিলেই মানুহ এজন সন্মানীয় নহয়, তাৰ বাবে এটা কালচাৰৰ প্ৰয়োজন। দেশ এখনৰ ক্ষেত্ৰতো একে কথাই প্ৰযোজ্য।

দুপৰৰ ৰ'দত উজ্জ্বলি উঠা অনুৰাধাৰ বহল দুটা চকুলৈ চাই অৰুণাভে এজনী নতুন অনুৰাধা আৱিষ্কাৰ কৰিলে। কোনোদিনে কেতিয়াও ছিৰিয়াছলি কথা নোকোৱা এই ছটফটীয়া, ক্ষীণাংগী ছোৱালীজনীৰ মনৰ গভীৰত অইন এজনী নতুন ছোৱালীৰ আৱিষ্কাৰে অৰুণাভক মুহূৰ্তৰ বাবে, মধুৰভাৱে আশ্চৰ্যান্বিত কৰিলে।

ইতিমধ্যে মন্দিৰ-প্ৰাংগণ ভৰি পৰিছে টুৰিষ্ট বাছ আৰু টেক্সিৰে অহা বিভিন্ন দৰ্শন প্ৰাৰ্থীৰে। কোনোবাই মন্দিৰৰ ভিতৰত দেৱতা বিচাৰি গৈছে আৰু কোনোবাই বা দিনৰ পোহৰত চিকমিকাই থকা মন্দিৰৰ মসৃণ গাত খোদিত অপৰূপ সৌন্দৰ্যৰে ভৰপূৰ পাষাণ মূৰ্তি নিৰীক্ষণ কৰিছে।

অৰুণাভে নাজানে সঁচাকৈ ভিতৰত দেৱতা আছে নে নাই, কিন্তু দুপৰৰ ৰ'দৰ উদ্ভাসিত হৈ উঠা পাষাণী সুঠাম তনুৰ সুস্মিত লাৱণ্যৰ জোৱাৰে অৰুণাভক অভিভূত কৰি তুলিলে।

বেছিভাগেই নাৰীৰ মূৰ্তি, প্ৰায় বিবসনা, শৰীৰৰ প্ৰতিটো অংগ নিখুঁত হাতেৰে খোদিত যৌৱন-সৌন্দৰ্যৰ অনন্ত সম্ভাৰ। সেই লাৱণ্যময়ী নাৰীৰ কমনীয় মুখত ফুটি উঠা যৌৱনশ্ৰীয়ে যুগে যুগে যেন পাষাণীৰ ৰূপত বহন কৰি আহিছে প্ৰেম-পিপাসী মানুহৰ চিৰন্তন আকাংক্ষা।

মন্দিৰৰ পাছফালে খোদিত বিভিন্ন ভংগীমাৰ অপ্সৰাৰ মূৰ্তিৰ সন্মুখত অৰুণাভ-অনুৰাধা থিয় হৈ ৰ'ল নিঃশব্দে। মন্দিৰৰ ভিতৰৰপৰা বাৰে বাৰে ভাহি আহিছে পবিত্ৰ ঘণ্টাৰ ধ্বনি। অনুৰাধাৰ পাতল বাদামী চুলি বতাহত কঁপিছে, বতাহত উৰি অহা শাৰীৰ আঁচলে হঠাতে একোবাৰ অৰুণাভক স্পৰ্শ কৰিছে।

গছৰ ডালত ধৰি প্ৰিয়জনৰ কাৰণে আকুল আগ্ৰহেৰে অপেক্ষাৰতা অপ্সৰাৰ মূৰ্তি এটাৰ সন্মুখত অৰুণাভ ৰ'ল। মূৰ্তিৰ সমগ্ৰ শৰীৰত নিখুঁত যৌৱনশ্ৰী, খোলা চুলি পৰি আছে অনাবৃত কান্ধত; স্ফুৰিত ওঁঠত যেন নিঃশব্দ আহ্বান। স্বচ্ছ উত্তৰীয়ৰ আৱৰণ ভেদি উদ্ভাসিত হৈ উঠিছে সেই দেৱলোকৰ নাৰীৰ পীনোন্নত বক্ষ।

অনুৰাধাৰ মুখলৈ নোচোৱাকৈয়ে অৰুণাভে ক'লে—তোমাৰ দৰে লাগিছে!

চকু ঘূৰাই অৰুণাভে দেখিলে—মুহূৰ্তৰ বাবে অনুৰাধাৰ কাণৰ লতি ৰক্তাভ হৈ গৈছে। চকু ঘোপা কৰি অনুৰাধাই ক'লে, —অসভ্য ক'ৰবাৰ।

অনুৰাধা পীনোন্নত নহয়। কোনো কোনো নাৰীৰ বুকুত ঔদ্ধত্য থাকে আৰু কোনো কোনোৰ নম্ৰতা। বতাহত কঁপি থকা শাৰীৰ আঁচলে অংগত যেতিয়া তৰংগ তোলে, তাৰপৰাই অৰুণাভে অনুমান কৰিব পাৰে—অনুৰাধাৰ বুকুত নম্ৰতা আছে।

সেই নম্ৰতা অৰুণাভৰ ভাল লাগে।

লাৱণ্যময়ী সেই মূৰ্তিৰ ওচৰৰপৰা আঁতৰি আহিবৰ সময়তে অৰুণাভৰ চকুত পৰিল মন্দিৰৰ চৌদিশ আবৰি থকা পকী দেৱাল-সংলগ্ন শিলৰ খটখটিয়েদি কান্ধত বাইন'কুলাৰ আৰু হাতত কেমেৰা লৈ ধীৰে ধীৰে মঞ্চ এখনৰ ওপৰলৈ উঠি আহিছে এজন দীৰ্ঘকায় বিদেশী তৰুণ। তেওঁৰ চুটিচুটি সোণালী চুলি দুপৰৰ ৰ'দত চিকমিকাই আছে। দূৰৈৰ পৰাই অৰুণাভে চিনি পালে—সেয়া ডেনিছ ছিলভিয়া।□

## তেৰ
## কিছুমান হাঁহিত কলিজাৰ ৰং সনা থাকে

কোনোবা অজ্ঞাত শিল্পীৰ কল্পনাৰ পৰশত সজীৱ হৈ উঠা অনুপমা সুৰসুন্দৰীৰ বিভিন্ন ভংগীমাৰ ৰমণীয় মূৰ্তিয়ে লিংগৰাজ মন্দিৰক প্ৰদান কৰিছে এক মোহময় আবেদন। নিজৰ অপৰূপ ৰূপৰ প্ৰতি অসচেতনতাই সেই পাষাণী অলসকন্যাৰ মুখত ফুটাই তুলিছে দেৱলোকৰ স্নিগ্ধতা আৰু আদিম সৰলতা।

মুহূৰ্তৰ বাবে আৰক্তিম হৈ উঠা অনুৰাধাৰ মুখলৈ চাই অৰুণাভৰ ভাব হ'ল—যৌৱনস্পৃষ্ট হ'লেও অনুৰাধাৰ মুখত শৈশৱৰ সৰলতাৰ ছাঁ আছে।

দাপোণত অভংগ ভংগীমাৰে নিজৰ ৰূপ চাই আপোনবিভোৰ হৈ থকা মূৰ্তি এটাৰ ফালে চাই অনুৰাধাই ক'লে,— পুৰুষবোৰক এই চব মন্দিৰত একদম সোমাবলৈ দিব নালাগে। মন্দিৰলৈ আহি ক'ত ভাল কথা চিন্তা কৰিব, —নাই; বগলীৰ নিচিনাকৈ ছোৱালীৰ মূৰ্তিবোৰ খুটি খুটি চাব,



যেন পৃথিৱীৰপৰা নাৰী জাতি লুপ্তই হৈ গৈছে, মন্দিৰতহে কোনোবাই ছেম্পল ৰাখি থৈছে।

অনুৰাধাৰ কথা কোৱাৰ ঢং দেখি অৰুণাভৰ হাঁহি উঠি গ'ল।

মোক দেখোন গাইড হৈ তুমিয়েই লৈ আহিছা! মন্দিৰত ভগৱান দেখুৱাবলৈ আনিছা নে সুন্দৰীৰ মূৰ্তি দেখুৱাবলৈ আনিছা মই কি জানো? যি দেখুৱাইছা, তাকে চাই আছো।

বাঃ বাঃ! কি সাধু পুৰুষ! আৰু সুন্দৰীৰ মূৰ্তি চাব নালাগে। বহুত হৈছে। এতিয়া বলা।

শাৰী শাৰী ৰমণীয় মূৰ্তিৰপৰা আঁতৰি অহাৰ সময়ত অৰুণাভে ক'লে—অসমত এটা কীৰ্তন-ঘৰ আছে। বহুত দূৰৈৰপৰা মানুহে চাবলৈ যায়। কীৰ্তন-ঘৰৰ পকী বেৰত কি লিখা আছে জানা?

কি?

মহিলা ভিতৰলৈ যোৱা নিষেধ। No Admittance for female. মহিলা অন্দৰমে মত যাইয়ে।

আচৰিত হৈ অনুৰাধাই সুধিলে,—সঁচাকে সোমাবলৈ নিদিয়ে।

ইন্দিৰা গান্ধীকে সোমাবলৈ নিদিলে, তোমাক কি দিব!

আচৰিত! অসমীয়া ছোৱালীবোৰে আন্দোলন কৰা নাই কিয়?

তোমাৰ দৰে ছোৱালী অসমত নাই বাবে। তুমি ইয়াতে এটা আন্দোলন আৰম্ভ কৰা— মন্দিৰত পুৰুষৰ প্ৰৱেশ বন্ধ কৰিবলৈ।

তোমাৰ সকলো কথাতে ঠাট্টা। তোমাৰ আচৰিত নালাগে নে আজিৰ যুগতো মানুহে কথাবোৰ তেনেকৈ ভাবিব পাৰে! এই মন্দিৰতো কিছুমান ইণ্টাৰেষ্টিং নিয়ম আছে। সেয়া দেখিছা, বাহিৰৰ মঞ্চখনৰপৰা বাইন'কুলাৰেৰে মন্দিৰৰ ফালে চাই আছে যে মানুহজন—

মন্দিৰৰ চৌদিশ আৱৰি থকা পকী দেৱাল-সংলগ্ন খটখটিয়েদি উঠি আহি ডেনিছ ছিলভিয়া নামৰ অফিচত লগ পোৱা সেই বিদেশী লোকজনে ওখ মঞ্চ এখনৰপৰা বাইন'কুলাৰেৰে অকলে নিৰীক্ষণ কৰি আছে মন্দিৰৰ চূড়াটো। কান্ধত কেমেৰা ওলমি আছে। দুপৰৰ ৰ'দত ডেনিছৰ ঘৰ্মাক্ত মুখ জিলিকি আছে।

অৰুণাভে ক'লে,—মই চিনি পাওঁ। ডেনিছ ছিলভিয়া। আমাৰ বিগত কেপ্টেইনৰ কাম কৰিব। আন্দামানলৈ গৈছিল। সম্ভৱ আজি আহি পালে।

মানুহজনে বিদেশলৈ ঘূৰি যোৱাৰ সময়ত বা কি ধাৰণা লৈ যাব। সেই যে দেৱালৰ বাহিৰত মঞ্চখন নিৰ্মাণ কৰি দিছে, কিয় দিছে কোৱাচোন?

কিয়?

অহিন্দু আৰু বিদেশী টুৰিষ্টক মন্দিৰত সোমাবলৈ নিদিয়ে। কাৰোবাৰ চাবলৈ মন গ'লে তাতে উঠি চাব পাৰে।

অৰুণাভে যেন এক মুহূৰ্তৰ বাবে একবিংশ শতাব্দীত পদাৰ্পণ কৰিবলৈ প্ৰস্তুত হোৱা এই পৃথিৱীখনৰ কথা ভাবিলে।

তেওঁ কলে,—অসমৰ ছোৱালীক দোষ দি কি লাভ? তোমাৰ উৰিষ্যাতো দেখোন একেই অৱস্থা!

সমগ্ৰ ভাৰতখনেই তেনেকুৱা। বাহিৰত কমপিউটাৰৰ চেমিনাৰ পাতিব আৰু ঘৰলৈ আহি নিজৰ ছোৱালীৰ দৰা চাবৰ সময়ত প্ৰথমতে খবৰ লব ল'ৰাৰ জাত কি? তোমাৰ দৰে বিজ্ঞানৰ লেকচাৰ মাৰি হেলিকপ্টৰত উঠি ঘূৰি ফুৰা মানুহবোৰেই এই চব কাণ্ড বেছিকৈ কৰে। চবকে আফ্ৰিকাৰ কোনোবা জংঘললৈ পঠাই দিব লাগে। চিভিলাইজড নহয় মানে তাতেই থাকক।

সকলোকে একে বুলি নাভাবিবা। ব্যতিক্ৰম আছে। —অৰুণাভে ক'লে।

এনে এক ব্যতিক্ৰম মানৱ-দৰদী ব্যক্তিত্বৰ কথাকে অৰুণাভৰ মনত পৰি গ'ল।

ৰঞ্জিত দা।

ৰঞ্জিত দাৰ কথা মনলৈ আহিলেই অৰুণাভে প্ৰথমতে শুনা পায় হৃদয়ৰ পৰা স্বতঃস্ফুৰ্তভাৱে নিগৰি ওলোৱা এটা মনখোলা হাঁহিৰ শব্দ। তাৰ পিছতে মনলৈ আহে অৰুণাচলৰ টিৰাপ অঞ্চলৰ খাৰচাং, মানভূমৰ কথা।

অসমৰ তেল কোম্পানিৰ পৃথিৱীখন এক বিচিত্ৰ জগত। বায়ুহীন এক নিশ্চিদ্ৰ বিশাল বন্ধ কোঠালিৰ ভিতৰৰ বন্ধ বাকচত যেন শুই থাকে হৃদয়হীন যন্ত্ৰিক মানৱ। কোম্পানিৰ চাকৰিত প্ৰথম জইন কৰাৰ সময়ত অৰুণাভ আচৰিত হৈ গৈছিল—কি আবেগ-অনুভূতিহীন নিঃসংগ লোকৰ সমাজ। হঠাতে সমগ্ৰ মনুষ্যজাতি কিবা এক প্ৰচণ্ড দুৰ্ঘটনাত নিশ্চিহ্ন হৈ গ'লেও যেন সেই মানুহখিনিয়ে একেই নিৰ্লিপ্ততাৰে ঢাপলি মেলিব অফিচলৈ ছাইৰেনৰ শব্দত; দিনন্তত প্ৰায়ান্ধাকাৰ ক্লাবত পানীয়ৰ স্পৰ্শেৰে প্ৰাত্যহিকতাৰ ক্লান্তি মচি মিছা আনন্দোল্লাসেৰে ঢাকি ৰখাৰ চেষ্টা কৰিব নিৰ্লিপ্ততসৃষ্ট মানৱীয়



অপৰাধবোধ!

অৰুণিমা বাইদেৱে এবাৰ ঠিকেই কৈছিল,—এইখন যে কি অদ্ভুত ঠাই! সন্ধিয়া ৰাস্তাৰে ফুৰিবলৈ গ'লে ভাব হয় যেন দুৱাৰ-খিৰিকী বন্ধ কৰি ৰখা বাকচৰ ভিতৰত ভুত সোমাই আছে, কাৰো ঘৰলৈতো যাবই নোৱাৰি, খালী অফিচ আৰু কলিগৰ কথা।

তাৰ মাজত ৰঞ্জিত দাৰ হাঁহি আছিল হৃদয়-পৰশা। খাৰচাঙৰ কেম্পত ৰঞ্জিত দা থকাৰ সময়ত অৰুণাভ মাত্ৰ এবাৰ তালৈ গৈছিল।

ঘন জংঘলৰ পাহাৰীয়া পথেৰে লক্ষ্যবিহীনভাৱে ঘূৰি ফুৰাৰ মাজত যে কি অনাবিল আনন্দ থাকিব পাৰে, সেই কথা অৰুণাভে আৱিষ্কাৰ কৰিছিল ৰঞ্জিত দাৰ লগত,— অৰুণাচলৰ সেই মনোহাৰী অৰণ্যৰ মাজত। সেই গভীৰ জংঘলৰ মাজত অৰুণাভে জীৱনত প্ৰথমবাৰৰ বাবে ৰুদ্ৰাক্ষৰ গছ দেখিছিল, ধোঁৱা বৰণীয়া মিহি বাকলিৰে আবৃত গছত গাঢ় নীলা ৰঙৰ ফল।

ৰঞ্জিত দাই কৈছিল, —বিজ্ঞানে আনি দিয়া আধুনিকতা, অৰ্থৰ চিন্তা আৰু জাগতিক লালসাৰ মাজত হেৰাই গৈছে ধীৰে ধীৰে মানুহৰ আদিম সৰল মন; মানুহে পাহৰি গৈছে কেনেকৈ এই বনপথত বসন্তৰ ৰাতিপুৱা অচিনাকি চৰাইৰ কলৰৱে শৰীৰত জগাই তোলে অচিন পুলক। কিছুদিন ইয়াত থাকা; দেখিবা—সুখ যদি আছে, ইয়াতেই আছে, —এই প্ৰকৃতি আৰু সৰল মানুহৰ মাজত।

মাটিৰ মানুহ হ'লেও কোনো-কোনো মানুহৰ ভৰি পৃথিৱীৰ কলুষতাই স্পৰ্শ নকৰে; ভগৱান মন্দিৰত নাথাকে, থাকে এনে একোজন মানুহৰ মনৰ গভীৰত। তৈল-সন্ধানৰ সৈতে জড়িত প্ৰতিভাবান, কাৰিকৰী জ্ঞানেৰে দীপ্ত লোক বহুত আছে, কিন্তু তেল-কোম্পানিৰ সেই যান্ত্ৰিক জীৱনৰ মাজতেই সৌন্দৰ্য আৰু মানুহৰ স্বপ্নত আপোনবিভোৰ ৰঞ্জিত দা আছিল সঁচাকৈ ব্যতিক্ৰম; —যেন এটা অপ্ৰত্যাশিত সুখবৰ!

অনুৰাধাৰ ফালে চাই অৰুণাভে ক'লে, —অৰুণাচলৰ নাম শুনিছা নহয়?

তোমাতকৈ ভূগোলৰ জ্ঞান মোৰ ভাল দিয়া।

একো সুধিবই নোৱাৰি। একেবাৰে বাৰুদৰ নিচিনা!

শুনা! আমাৰ তেল কোম্পানিৰ এজন লোকৰ কথা কৈছোঁ। এবাৰ অৰুণাচল পাহাৰৰ জংঘলৰ মাজত কেম্পৰ দায়িত্বত আছিল তেখেত। নাম

বঞ্জিত কুমাৰ বৰুৱা। আমি সকলোৱে আৰ. কে. দা বুলি মাতিছিলো। জংঘলৰ মাজত, সেই কেম্পৰ ওচৰত তেখেতে নির্মাণ কৰিছিল এক অভিনৱ মন্দিৰ। সাৰ্বজনীন ধৰ্মৰ সকলো মানুহে গৈ তাত নিজৰ নিয়মত পূজা কৰিব পাৰে, মুছলমানে গৈ কোৰাণ পাঠ কৰিব পাৰে, খৃষ্টিয়ানে যীশুৰ ওচৰত মূৰ দোঁৱাব পাৰে—।

বাঃ বঢ়িয়া আইডিয়া। ধৰ্মতো তুমি সহজে উঠাই দিব নোৱাৰা। অন্ততঃ পৃথিৱীৰ সকলো মন্দিৰ এনেকুৱা কৰিবলৈ এটা মুভমেণ্ট কৰা উচিত। তোমাৰ আৰ. কে দাক নোকোৱা কিয় ?

আৰ. কে. দা ঢুকাল, অলপতে।

ইছ, ভাল মানুহবোৰ সদায় সোনকালে ঢুকায়। যি হওক তেল কম্পেনিত যে অন্ততঃ এজন ভাল মানুহ আছিল, জানিয়েই ভাল লাগিছে।

আৰু এজন আছে।

অৰুণাভে ক'লে!

প্রশ্নবোধক চাৱনিৰে মূৰ ঘূৰাই অনুৰাধাই অৰুণাভৰ মুখলৈ চালে।

চিনি পাবা কিজানি। এতিয়াও আছে। অৰুণাভ চৌধুৰী।

বাঃ বাঃ বাঃ! দেখাতেই তোমাক একদম যীশুখৃষ্ট যেন লাগে। সাৱধানে থাকিবা। কোনোবাই ক্ৰুছত দিব।

বাহিৰত জুলাই মাহৰ প্ৰখৰ ৰ'দ। অৰুণাভে এই কেইদিনতে মন কৰিছে দিনৰ সময়ছোৱাত প্ৰচণ্ড গৰম পৰিলেও সান্ধ্যবতাহে ভুবনেশ্বৰক শীতল কৰে।

মন্দিৰৰ ভিতৰত নোসোমোৱা নেকি!

অনুৰাধাই সুধিলে।

একেদিনতে মন্দিৰৰ সকলোখিনি চালে, পিছলৈ দেখোন চাবলৈ একোৱেই নাথাকিব। ৰাতিপুৱাই গা নোধোৱাকৈ দুবাৰ ব্ৰেকফাষ্ট কৰি আহিছোঁ। তোমাৰ ভগৱানৰ সৈতে মুখামুখি হ'লে পোনে পোনে নৰকলৈ চালান দিব।

টুৰিষ্ট বাছৰপৰা নামি খিচিৰ-মিচিৰ শব্দ কৰি অনেক দৰ্শনপ্ৰাৰ্থী মন্দিৰলৈ সোমাই আহিছে। কপালত সকলোৰে চন্দনৰ ফোঁটা, হাতত মন্দিৰৰ সন্মুখৰ সৰু সৰু দোকানৰপৰা কিনি অনা মৰহা ফুলৰ মালা, ভক্তিত গদ-গদ হৈ এজনৰ পাছত এজনকৈ, প্ৰতিটো মন্দিৰৰ সন্মুখত সকলোৱে সাষ্টাংগে প্ৰণাম কৰিছে। মন্দিৰৰ দেৱতাই বোলে মানুহৰ মনক পবিত্ৰতা প্ৰদান



কৰে। দৰ্শনপ্ৰাৰ্থী সকলোলৈ চাই চাই অৰুণাভে ভাবিলে- মন্দিৰৰ য'তে ত'তে প্ৰণাম কৰি, ভক্তিত আপ্লুত হৈ থকা এই মানুহবোৰৰ মনত যে কি আছে চাগৈ!

মন্দিৰৰপৰা ওলাই অৰুণাভহঁতে ডেনিছক লগ পালে। মঞ্চত চকুত পৰা নাছিল, এতিয়াহে অৰুণাভৰ চকুত পৰিল ডেনিছৰ লগত অফিচৰ ছেক্ৰেটেৰি মিছেছ ডালভিও আহিছে। ডালভিৰ শৰীৰত সেউজীয়া ৰঙৰ স্কাৰ্ট, ডিঙিত ওলমি থকা ক্ৰছ ৰ'দত জিলিকি আছে।

ডালভিয়েই প্ৰথমতে মাত লগালে,— হেল্লো, ইয়ং মেন, বন্ধৰ দিনত মন্দিৰত পূজা কৰিছা নেকি?

অৰুণাভে ডেনিছ আৰু মিছেছ ডালভিৰ লগত অনুৰাধাক চিনাকি কৰি দিলে। মিছেছ ডালভিয়ে কৌতুক মিহলি চাৱনিৰে অনুৰাধাৰ মুখলৈ চালে। প্ৰয়োজনতকৈ অধিক উৎসাহেৰে, অনুৰাধাৰ মুখলৈ চাই ডেনিছে ভাৰতীয় স্থাপত্য বিদ্যাৰ প্ৰশংসা কৰিলে।

ডেনিছপৰাই অৰুণাভে ভাৰত মহাসাগৰৰ বুকুৰে বংগোপসাগৰ অভিমুখে যাত্ৰা কৰা পেলিকান ৰিগৰ শেহতীয়া খবৰ পালে। ডেনিছ আজি ৰাতিপুৱা কলিকতা হৈ আন্দামানৰপৰা আহি পাইছে। ৰিগ আহি আন্দামান পোৱাৰ লগে লগে ডেনিছ আকৌ যাব— ছাপ্লাই জাহাজেৰে ধীৰে ধীৰে প্ৰকাণ্ড পেলিকান ৰিগ পাৰাদ্বীপ বন্দৰলৈ টানি আনিবলৈ।

ডেনিছহঁতৰপৰা বিদায় লৈ অহাৰ পিছত ৰাস্তাত অনুৰাধাই ক'লে— সেই যে ডেনিছ নামৰ মানুহজন, কেনেকৈ চকুলৈ চাই থাকে!

বিদেশৰপৰা আহি ভাৰতীয় ছোৱালী দেখিছে, চাইছে, কিনো হ'ল?

—অৰুণাভে ক'লে।

মতা মানুহৰ এনেকুৱা চাৱনি ভাল নালাগে।

কেনেকুৱা চাৱনি ভাল লাগে?

মূৰটো ঈষৎ বেঁকা কৰি অৰুণাভৰ চকুৰে চকুৰে চাই অনুৰাধাই ক'লে— তোমাৰ চাৱনিও ভাল নালাগে। একো এক্সপ্ৰেশ্যন নাই।

মাজতে মুক্তেশ্বৰ, কেদাৰ, গৌৰী আৰু কি কি মন্দিৰ জানো অৰুণাভহঁতে চালে। বেনাৰছৰ কোনোবা এটা মন্দিৰত পাণ্ডাই এবাৰ অৰুণাভক সুধিছিল— দেৱতাৰ সন্মুখত কেইটকাৰ পূজা দিব, পাঁচ নে পঞ্চাছ? মন্দিৰৰ ভিতৰলৈ যাব বুলি ভাবিও অৰুণাভ সেইদিনা উভতি আহিছিল।

অৰুণাভৰ সেইবোৰ মন্দিৰ ভাল লাগে, য'ত পাণ্ডাৰ কোলাহল আৰু দেৱতাৰ মূৰ্তি নাথাকে।

চহৰৰ একোণত, মেইন ৰোডৰপৰা আঁতৰত নিঃসংগ একাকীভাৱে এক ৰমণীয় পৰিবেশত প্ৰতিষ্ঠিত ৰাজা-ৰাণী মন্দিৰ সেয়েহে অৰুণাভৰ ভাল লাগিল। এই মন্দিৰো সুশোভিত হৈ আছে কোনো অজ্ঞাত শিল্পীৰ পৰশত প্ৰাণ পোৱা লাৱণ্যময়ী নাৰীৰ মূৰ্তিৰে। মন্দিৰ প্ৰাংগণৰ পৰিষ্কাৰ-পৰিছন্নতাই যেন চৌপাশে পাৰি দিছে এক পবিত্ৰ আভৰণ।

কোন ৰাজা-ৰাণীয়ে এই মন্দিৰ সজাইছিল?

অৰুণাভে সুধিলে।

নামটো ৰজা-ৰাণী কাৰণে সুধিছা নেকি? মন্দিৰৰ ৰং দেখিছা? আচলতে ৰাজা-ৰাণীয়া নামৰ এবিধ ৰঙচুৱা শিলেৰে এই মন্দিৰ নিৰ্মিত, সেয়েহে নাম ৰাজা-ৰাণী।

ৰাজা-ৰাণী মন্দিৰৰপৰা ওলাই আহি গাড়ীত বহিবৰ সময়ত হাতৰ ঘড়ীলৈ চাই অনুৰাধাই চিঞৰি উঠিল,— মাই গড, কিমান বাজিল কোৱা? তিনি বাজিবৰ হ'ল এতিয়া। তোমাৰ ভোক লগা নাই? বলা উদয়গিৰি খণ্ডগিৰিৰ ওচৰত সৰু সৰু হোটেল আছে, কিবা খাই লওঁগৈ। হ'ব?

চহৰৰপৰা আঁতৰত, পাহাৰৰ দুই উপত্যকাৰ মাজত এফালে উদয়গিৰি, এফালে খণ্ডগিৰি। প্ৰকৃতিৰ মনোৰম পৰিবেশত নিৰ্মাণ কৰা শিলৰ গুহা আৰু মন্দিৰ। মাজৰ সমতলত কেইবাখনো টুৰিষ্ট বাছ, শিলৰ ওপৰত ৰং-বিৰঙৰ পোছাক পিন্ধি দৰ্শন প্ৰাৰ্থী, কাৰোবাৰ হাতত বাইনকুলাৰ, কাৰোবাৰ হাতত কেমেৰা। ছোৱালীৰ জাক এটাই দূৰলৈ কিবা এটা আঙুলিয়াই হঠাতে খিলখিলাই হাঁহি উঠিছে, পাহাৰৰ গাত খুন্দা খাই সেই হাঁহিৰ প্ৰতিধ্বনি তললৈ নামি আহিছে।

সৰু হোটেল এখনত বিদেশী পৰিয়াল এটাই ৰ'দত ঘামি-জামি ক'ল্ডড্ৰিংক খাই আছে; লগত পুতলাৰ দৰে এটি ফুটফুটীয়া, গোলাপী ৰঙৰ কেঁচুৱা!

কি সাংঘাতিক মৰম লগা!— অনুৰাধাই ক'লে।

উত্তৰত কিবা এটা কব খুজিছিল অৰুণাভে, নক'লে।

হোটেলত অৰুণাভহঁতে কিবাকিবি খাই ল'লে। নীলকণ্ঠই ভাত খালে। হোটেলৰপৰাই অনুৰাধাই দেখুৱালে— এই যে চিৰি ওপৰলৈ উঠি গৈছে,— ওপৰত পৰেশনাথৰ মন্দিৰ আছে। আৰু সেইফালে চোৱা ওপৰত শিলৰ



গুহা আছে। আমি ইয়াৰ ডকুমেণ্টেৰি এখন কৰিছোঁ; কেতিয়াবা দেখুৱাম তোমাক।

পাহাৰৰ ওপৰৰ সৰু সৰু শিলৰ গুহাৰ সন্মুখত থিয় হৈ অনুৰাধাই ক'লে— এই গুহাৰ সন্মুখত থিয় হ'লে সন্ন্যাসিনী হৈ যাবলৈ মন যায়। আগতে এই গুহাত বৌদ্ধ সন্ন্যাসীসকল আছিল।

নোহোৱা কিয় সন্ন্যাসিনী? গুহাৰ ভিতৰত ধ্যান কৰি থাকিব পাৰিবা!

বাঃ ভয় নালাগিব নেকি? এই পাহাৰৰ ওপৰত অকলে-অকলে ৰাতি থাকিলে হাৰ্টফেইল কৰিব লাগিব। মই মৰি গ'লেই চাগে' তুমি ভাল পোৱা?

এটা শিলৰপৰা দেও দি এটা শিললৈ যাবৰ সময়ত অনুৰাধাই পাছলৈ মূৰ ঘূৰাই অৰুণাভলৈ চাই হাঁহিলে।

ময়ো থাকিম দিয়া। গেৰুৱা কাপোৰ অলপ এমপ'ৰিয়ামৰপৰা কিনি দিবা।

তুমি থাকিলে হ'ল আৰু! সন্ন্যাস গুচি শেষত সংসাৰ হ'ব।

হাঁহি হাঁহি অনুৰাধাই ক'লে। প্ৰকৃতিৰ কোলাত, এই পাহাৰৰ মাজত এজনী কিশোৰীৰ দৰে দেও দি ঘূৰি ফুৰা এইজনী ছোৱালীয়ে কিমান সৰলতাৰে যিকোনো কথাকে নিঃসংকোচে কৈ দিব পাৰে, ভাবিলে অবাক হ'ব লাগে। মনত পবিত্ৰতাৰ পৰশ থাকিলেহে মানুহে এইদৰে কথা ক'ব পাৰে।

উদয়গিৰি-খণ্ডগিৰিৰপৰা ওভোতাৰ পথত অনুৰাধাই ক'লে— তুমি চাগে ব'ৰ হৈ গৈছা, দিনটো এইদৰে ঘূৰি ঘূৰি। আৰু মাত্ৰ এখন ঠাই আছে, সৌ যে দেখিছা পাহাৰৰ সৰু টিলাটোৰ ওপৰত—

অনুৰাধাই চহৰৰ একাষৰ অস্পষ্ট পাহাৰ এখনৰ ফালে আঙুলিয়াই দেখুৱালে।

গাড়ী যেতিয়া একাবেঁকা পাহাৰীয়া ৰাস্তাৰে সৰু টিলা এটাৰ ওপৰলৈ উঠিল, পৃথিৱীলৈ তেতিয়া ধীৰে ধীৰে সন্ধিয়া ন্যমিছে। সন্ধিয়াৰ ভুবনেশ্বৰত এক প্ৰশান্তি আছে, যেন দিনটোৰ সকলো ক্লান্তি, মলিনতা বতাহৰ কোমল স্পৰ্শই নিমিষতে ধুই নিয়ে।

ওপৰত যে দেখিছা, সেয়া ধৱলগিৰি। সন্ধিয়া কি সাংঘাতিক সুন্দৰ লাগে ভাবিব নোৱাৰি। সেয়া দেখিছা নহয়, বৌদ্ধসকলৰ মন্দিৰ, ধকধকীয়া বগা পাথৰেৰে সজা। পূৰ্ণিমাৰ ৰাতি আহিলে মনচন কিবা লাগি যায়।

পাহাৰীয়া ৰাস্তাত সঘনাই গাড়ীয়ে টাৰ্নিং লৈছে, সন্ধিয়াৰ বতাহে গাড়ীৰ ভিতৰতো অনুৰাধাৰ খয়েৰী ৰঙৰ শাৰী কঁপাই দিছে, খিৰিকিৰ গ্লাছ নমাই

এজনী কিশোৰীৰ দৰে অনুৰাধাই পৃথিৱী চাইছে ;— সন্ধিয়াৰ আন্ধাৰে সাৱটি লোৱা কোমল, শান্ত স্নিগ্ধ মায়াময় পৃথিৱী।

নীলকণ্ঠই টিলাৰ ওপৰত মন্দিৰৰ সন্মুখৰ খোলা সমতলত গাড়ী ৰখালে। গাড়ীৰপৰা নামি অৰুণাভে দেখিলে অদূৰত সান্ধ্য চহৰ, চলমান গাড়ীৰ হে'ড লাইটে হঠাতে দিশ সলাইছে। অনুৰাধাৰ বাদামী চুলিৰ বেণী কঁপাইছে কৃষ্ণপক্ষৰ সন্ধ্যাৰ নক্ষত্ৰজ্যোৎস্নাত বিভোৰ বতাহে।

নীলকণ্ঠ গাড়ীতেই বহি থাকিল।

সৰু সৰু খটখটিৰ ওপৰেৰে অনুৰাধাহঁত ওপৰলৈ উঠি গ'ল। দূৰৈৰপৰা ক'ৰবাৰ প্ৰাৰ্থনা-সংগীতৰ সুৰ ভাঁহি আহিছে।

ওপৰলৈ মূৰ তুলি চাই অৰুণাভে দেখিলে সন্ধিয়াৰ ম্লান আলোকত শুভ্ৰ পাথৰেৰে নিৰ্মিত বিশাল ধৱলগিৰি মন্দিৰ নিঃসংগ, একাকী ৰূপত থিয় হৈ আছে। চৌপাশে পবিত্ৰ আৰণ্যক নিৰ্জনতা।

দূৰৈৰপৰাই অৰুণাভহঁতৰ চকুত পৰিল মন্দিৰৰ বিশাল চিৰিৰ এটা কোণত নিঃশব্দ, নিসংগ ছায়ামূৰ্তি এটা বহি আছে ;— খন্তেকৰ বাবে অশৰীৰী প্ৰস্তৰ মূৰ্তি যেন লাগি যাব খোজে। কি জানো ভাবি, হঠাতে অনুৰাধাই ক'লে— এক মিনিট ৰ'বা।

অৰুণাভক এৰি অনুৰাধা ওপৰলৈ গুচি গ'ল— সেই নিঃশব্দ ছায়ামূৰ্তিৰ কাষলৈ।

অতনুদা, তুমি ? ইয়াত অকলে অকলে কি কৰিছা ? মইতো প্ৰথমতে ভূত বুলি ভাবিছিলো !

মূৰ্তিৰ সন্মুখত বৈ অনুৰাধাই কলে। মাতত সুস্পষ্ট বিস্ময়ৰ সুৰ।

আৰে অনু, তই আকৌ ক'ৰপৰা ওলালিহি ? অকলে নে লগত কোনোবা আছে ?

তুমি চিনি নাপাবা। কলেজৰ বন্ধু ভূবনেশ্বৰলৈ আহিছে।— তোমাৰ কি হৈছে কোৱাচোন। অলীৰ বিয়াৰ পাছত তুমি যেন হঠাতে নিৰুদ্দেশ হৈ গ'লা। আমাৰ ঘৰলৈও অহা নাই, নাটকো কৰা নাই, একো লিখাও নাই। তুমি সদায় ইয়াত অকলে অকলে বহি থাকাহি নেকি ?

অন্ধকাৰৰ মাজেৰেও অনুৰাধাই দেখা পালে এটা নিঃশব্দ হাঁহি অতনুৰ ওঁঠত খেলি গ'ল। কিছুমান হাঁহিত কলিজাৰ ৰং সনা থাকে।

অনুৰাধাৰ ফালে নোচোৱাকৈয়ে অতনুৱে ক'লে,— বহুচোন, তোক



বহুত দিন লগ পোৱা নাই। ..........আগতে অলীৰ লগত কেতিয়াবা ইয়ালৈ আহিছিলো। এতিয়া অকলে আহো। .........কিবা এটা মোহ সোমাই গ'ল ঠাইখিনিৰ প্ৰতি। কেতিয়াবা ইয়াত বহি থাকিবিচোনঃ ভাব হ'ব মনৰ ভিতৰৰ সকলো ক্ষোভ, অভিমান, অভিযোগ বতাহৰ লগত মিহলি হৈ গৈছে। সেই মুহূৰ্তত সকলোকে ক্ষমা কৰি দিবৰ মন যাব। অলীকো। .......মানুহে যেতিয়া জীৱনৰ মোহ হেৰুৱাই পেলায়, ইয়ালৈ আহিব লাগে। .........হঠাতে তুচ্ছ জীৱনৰ প্ৰতিও মায়া হৈ যায়। মই সেই কাৰণে আহো মাজে মাজে। .......জীৱনৰ প্ৰতি এটা মায়াৰ প্ৰয়োজন। .......তয়ো আহিবি কেতিয়াবা। ........আহিবি ?

আন্ধাৰৰ মাজতে মূৰটো ঘূৰাই অতনুৱে অনুৰাধাৰ মুখলৈ চালে।

'দৰকাৰ পৰিছে মোৰ আহিবলৈ'— জাতীয় কিবা এটা কব খুজিছিল অনুৰাধাই ; কিন্তু অতনুৰ মাতত এনেকুৱা কিবা এটা আছিল— তাই কব নোৱাৰিলে।

মুখ ঘূৰাই অনুৰাধাই উঠি অহা চিৰিৰ ফালে চালে, অৰুণাভ তেওঁলোকৰ ফালেই আহিছে। □

চৈধ্য

## মানুহক মানুহৰ স্পৰ্শৰ প্ৰয়োজন

কিছুমান মানুহে বুকুত সাঁফৰ লগাই সকলোৰে অগোচৰত মনৰ নিভৃত কোণত সযতনে সাঁচি ৰাখে এৰি অহা অতীতৰ একান্ত ব্যক্তিগত কিবা এক অসামান্য আনন্দ আৰু বেদনাৰ উৎস। যেতিয়াই অৰুণাভে মেহৰা চাহাবৰ ভাবলেশহীন মুখাৱয়বৰ অভ্যন্তৰত ভূমুকি মৰাৰ প্ৰয়াস কৰিছে, তেতিয়াই তেওঁৰ অনুভৱ হৈছে যেন এই নিসংগ, মানুহজনৰ কিবা এক ৰহস্য সাগৰ সমান গভীৰতাত ডুবি আছে। এনেকুৱা মানুহ সদায় সহজাত কৌতূহলৰ উৎস।

অনুৰাধাক ঘৰত নমাই দি অৰুণাভে যেতিয়া হোটেল কোনাৰ্কত প্ৰৱেশ কৰিলে, কাউণ্টাৰত তেতিয়া সেই বগা ছাৰ্ট আৰু ক'লা টাই পৰিহিত'

ৰাজন বহি আছে। রুমৰ চাবিটো অৰুণাভলৈ আগবঢ়াই দি ল'ৰাজনে ক'লে, গুড ইভিনিং ছাৰ। আপোনাৰ মেছেজ এটা আছে। দুবাৰো ফোন কৰিছিল অপোনাক বিচাৰি।

সৰু কাগজৰ টুকুৰাটো খুলি চাই অৰুণাভে পঢ়িলে.......অৰুণাভ, হোটেলৰ মোৰ ৰুমত আঠ বজাত দেখা কৰিবা। এছ. পি. মেহৰা।

অৰুণাভে হাতৰ ঘড়ীটোলৈ চালে। এতিয়াও প্ৰায় এক ঘণ্টা বাকী। অলপ ফ্ৰেজ হৈ লোৱা ভাল হ'ব। ছাৰ্টটোও সলাব লাগিব। ৰাতিপুৱাৰ পৰাই বাহিৰত ঘূৰি ফুৰা হৈছে। মেহৰা চাহাবে বা কিয় মাতিছে? ভাগ্য ভাল, অৰুণাভে সোনকালে হোটেললৈ ঘূৰি আহিছে। ঘৰত নমাই দিবৰ সময়ত অনুৰাধাই কৈছিল,— আজি ৰাতি ইয়াতে ভাত খাই যোৱা মায়ে সাংঘাটিক বঢ়িয়া ৰান্ধে।

আজি নালাগে দিয়া।

কিয়? অৱশ্যে তোমাৰ ষ্টাৰ হোটেলৰ ডিনাৰ আমাৰ ঘৰত নাপাবা।

ষ্টাৰ হোটেলৰ ডিনাৰ নালাগে। বহুত দিন থাকিম উৰিষ্যাত। লাহে লাহে খাম।

নোখোৱা নাই। মোৰ কি? কব লাগে কৈছোঁ।

অনুৰাধাৰ ঘৰত ভাতৰ বাবে বৈ যোৱা হলে হয়তো মেহৰা চাহাবৰ মেছেজটো অৰুণাভে সময়মতে নাপালেহেঁতেন।

হোটেল প্ৰাচীৰ নিজৰ কোঠাতে সোমাই অৰুণাভে যেতিয়া গা ধুবলৈ লৈছে, ঠিক সেই সময়তে হোটেল কোনাৰ্কৰ তিনি নম্বৰ ফ্ল'ৰৰ ৩১০ নম্বৰ কোঠাৰ বাথটাবৰপৰা ওলাই আহি মেহবা চাহাবে প্ৰতিটো নিঃসংগ সন্ধিয়াৰ দৰে আজেও খুলি লৈছে পানীয়ৰ বটল। অফিচৰ ক্লান্তিৰ শেষত সন্ধিয়া এইদৰে মেহৰা চাহাবে সদায় গিলাচৰ ৰঙীন তৰলত চাই বয় নিবিষ্ট মনে হৃদয়ৰ আৱৰণ খুলি ওলাই আহিব খোজা গোপন স্মৃতিৰ মুখ। এজন নিঃসংগ মানুহে কিহৰ তাগিদাত জীয়াই থাকিব পাৰে। মেহবা চাহাবে হয়তো সেই প্ৰশ্নৰ সঠিক সমিধান আজিও পোৱা নাই; কিন্তু অনুভৱ কৰে জীৱনৰ দৰে মহৎ এই অমূল্য সম্পদ অবাবতে নষ্ট কৰিবৰ বাবে নহয়; হৃদয়ৰ স্পৰ্শৰ দুৱাৰ যেতিয়ালৈকে খোলা ৰ'ব, তেতিয়ালৈকে মেহৰা চাহাবে জানে, তেওঁ নিঃসংগ নহয়; পৃথিৱীৰ সকলো তেওঁৰ নিচেই আপোন।



তথাপি কিয় তেওঁ সন্ধিয়াৰ বন্ধ কোঠাত অকলে অকলে অতীতৰ নিবিড় বেদনাৰ উৎস পানীয়ত ডুবাই দিয়াৰ বৃথা চেষ্টা চলাই আহিছে। হয়তো মেহৰা চাহাবৰ মৃত্যুৰ পিছতো চিৰকালৰ বাবে গোপন হৈ ৰ'ব বন্ধ ছুটকেছত সযতনে সাঁচি ৰখা তেওঁৰ সেই বেদনা কোমল ৰহস্য। দ্বিতীয় পেগটো নিঃশেষ কৰি কোঠাৰ একোণত ৰখা ছুটকেছটোৰ ওচৰলৈ আগবাঢ়ি যাওঁতেই বন্ধ দুৱাৰত মৃদু টকটক শব্দ। দুৱাৰ খুলি দিলে মেহৰা চাহাবে। সম্মুখত অৰুণাভ।

বহা অৰুণাভ।

দুটা খালী গিলাচ মেহৰা চাহাবে পূৰাই দিলে পানীয়ৰে।

— মই দুবাৰ ফোন কৰিছিলো। আজি দেখিছোঁ তুমি দিনটো ভুবনেশ্বৰ ঘূৰিছা। ক'লৈ গ'লা?

লিংগৰাজ, উদয়গিৰি, খণ্ডগিৰি, ৰাজা-ৰাণী, ধৱলগিৰি—

ভুবনেশ্বৰ দেখিছোঁ এদিনতে কভাৰ কৰিছা! অকলে নে?

মেহৰা চাহাবে চিগাৰেট এটা জ্বলাই অৰুণাভৰ মুখলৈ চালে। অৰুণাভে ক'লে,— আগৰ কলেজৰ ফ্ৰেণ্ড এজনী আছিল লগত।

সুন্দৰ। তুমি দেখিছোঁ ভুবনেশ্বৰত কেতিয়াও ব'ৰ নহবা। তোমাৰ বয়সত পৃথিৱীৰ সকলো সুন্দৰ বস্তু উপভোগ কৰিবলৈ লগত সংগীৰ প্ৰয়োজন, নহ'লে সকলো সুন্দৰেই অসুন্দৰ লাগি যায়। .........মই মাতিছিলো তোমাক অন্য এটা কথাৰ বাবে। দুপৰীয়া পাৰাদ্বীপৰ নীৰেন দত্তৰপৰা ৰেডিঅ' মেছেজ পাইছোঁ। ইতিমধ্যে ভিক্টৰ আৰু ছি-গল নামৰ জাহাজ দুখন পাৰাদ্বীপ পাইছেহি। ৰিগ আহি আন্দামান পাওঁ পাওঁ অৱস্থা। যিমান সোনকালে পৰা যায়, দুইখন জাহাজকে খালী কৰি পঠাই নিব লাগে আন্দামানলৈ। তুমি কেইদিনমানৰ বাবে পাৰাদ্বীপলৈ যাব লাগিব। বোম্বেৰপৰা ডুবুৰীৰ দল আহি পাইছে। হৰিশ খান্না পাৰাদ্বীপৰ ক্যেম্পত আছে। সমুদ্ৰৰ তেল সন্ধানৰ প্ৰথম দিনকেইটা যুদ্ধৰ নিচিনা। তোমাৰ বাবে সেয়া হ'ব এক বিচিত্ৰ পৃথিৱী। বিভিন্ন দেশৰ বিভিন্ন মানুহৰ সৈতে তুমি কাম কৰিব লাগিব। বিদেশৰপৰা আহিছেই বাবে তেওঁলোকৰ জ্ঞান বুদ্ধি আমাতকৈ বেছি বুলি নাভাবিবা। প্ৰথমৰপৰাই তেওঁলোকক জানিবলৈ দিব লাগিব ৰিগত যি কাম হ'ব, সকলো আমাৰ নিৰ্দেশত হ'ব।

আৰু কিছু সময়ৰ বাবে মেহৰা চাহাবে বিদেশৰ বিভিন্ন ৰিগত তেওঁৰ

বিচিত্ৰ অভিজ্ঞতাৰ কথা ক'লে। কেনেকৈ কিছুমান বিদেশীয়ে ভাৰতীয় আৰু পাকিস্তানীসকলক তুচ্ছ জ্ঞান কৰিব খোজে, আৰবৰ বহুতো কম্পেনিত যে এতিয়াও একেটা কামৰ বাবেই ভাৰতীয় আৰু পাকিস্তানীসকলতকৈ আমেৰিকানসকলৰ দৰমহা বেছি,— সেইবোৰ কথাও ক'লে।

মেহৰা চাহাবক শুভৰাত্ৰি জনাই আহিবৰ সময়ত অৰুণাভৰ ঘড়ীত দহ বাজি গৈছে।

ৰাতিৰ ভুবনেশ্বৰ জনশূন্যপ্ৰায়। হালধীয়া আলোকেৰে প্লাবিত পথত গৃহহীন কুকুৰ শুই আছে। ছেকেণ্ড শ্ব' হয়তো আৰম্ভ হৈ গ'ল। চিনেমা হলৰ সম্মুখত মানুহৰ ভিৰ নাই, হোটেলৰ সম্মুখৰ বিশাল মন্দিৰৰ দুৱাৰতো বন্ধ তলা। ভগৱানো যেন এতিয়া নিদ্ৰামগ্ন। পোনে পোনে গ'লে অনুৰাধাৰ ঘৰ। অনুৰাধাও হয়তে টোপনিত মগ্ন। কাপোৰৰ লাগ-বান্ধ নোহাৱা সেইজনী ছোৱালীয়ে বা বিছনাত কেনেকৈ শেৱে অৰুণাভৰ হঠাতে চাবৰ মন গ'ল। এনেকৈ শুই থকা ছোৱালীৰ মুখ অৰুণাভে বহুত দিন দেখা নাই।

পিছ মুহূৰ্ততে ক্ষণিকৰ এই অদ্ভুত ইচ্ছা পৰিহাৰ কৰি অৰুণাভে প্ৰৱেশ কৰিলে হোটেল প্ৰাচীৰ বাতানুকূল বন্ধ কোঠাত। নিঃসংগ কোঠা!

ৰাতিপুৱা ঠিক ন বজাত অৰুণাভ শ্বহীদ নগৰৰ অফিচ পালেগৈ। মেহৰা চাহাব কেতিয়াবাই অফিচ পাইছেহি।

লাহে লাহে সমগ্ৰ অফিচৰ ভিতৰতো যেন উত্তেজনা বাঢ়ি আহিছে; বিদেশৰপৰা অহা কেইবজানো বিশেষজ্ঞই অফিচত ঘূৰা-পকা কৰিছে, দিল্লীৰপৰা আৰু সঘনাই টেলিফোন আহিছে। টেলেক্সৰ শব্দ দ্ৰুততৰ হৈছে।

মিছেছ ডালভিক হঠাতে আৰু বেছি তৰুণী যেন দেখা গৈছে। অৰুণাভে এনেয়ে সুধিলে,— মন্দিৰৰপৰা কালি আপোনালোক ক'লৈ গ'ল?

নাই, ঘূৰি আহিলো। ডেনিছ কলিকতালৈ গ'ল। তাৰপৰা আজি পৰ্টব্লেয়াৰলৈ যোৱাৰ কথা।

ডেনিছৰ কথা কোৱাৰ লগে লগে কিয় জানো হঠাতে অৰুণাভৰ অনুমান হ'ল যেন ক্ষণিকৰ বাবে মিছেছ ডালভিৰ ওঁঠৰ ওপৰেৰে খেলি গৈছে এক পাতল আনন্দৰ তৰংগই। মিছেছ ডালভিৰ পুৰঠ মুখত এতিয়াও শেষ যৌৱনৰ কমনীয়তা আছে। নাৰীৰ বাবে এই সময় দ্বিতীয় বাৰৰ বাবে পিছল খোৱাৰ বয়স। মুহূৰ্তৰ বাবে অৰুণাভৰ মনলৈ আহিব খুজিছিল অসমৰ তেল কল'নিৰ চল্লিছত ভৰি দিয়া, গ'ছিপ কেন্দ্ৰৰ নায়িকা মিছেছ সুব্ৰমনিয়ামৰ



কথা।

মিছেছ ডালভিক এৰি অৰুণাভে প্ৰৱেশ কৰিলে মেহৰা চাহাবৰ সুবিশাল অফিচ ৰুমত। চিন্তামগ্ন মেহৰা চাহাবৰ হাতত জ্বলন্ত চিগাৰেট। সম্মুখত মহানদী বেছিনৰ মেপ। শেষ হোৱা চিগাৰেটটো এছট্ৰেত গুজি দি মেহৰা চাহেবে ক'লে,— হেলিকপ্টাৰৰ ফ্লাইট এঘাৰ বজাত এৰেঞ্জ কৰা হৈছে। পাৰাদ্বীপত থকা ঠাইৰ অসুবিধা। হোটেল সুবিধাজনক নহয়। মই নীৰেন দত্তৰ লগত কথা পাতিছো। কেইদিনমানৰ বাবে নীৰেনৰ ঘৰতে মেনেজ কৰিব লাগিব। অসুবিধা হ'ব নেকি?

নাই, কিহৰ অসুবিধা—। অৰুণাভে ক'লে।

কিয় জানো হঠাতে অৰুণাভৰ মনৰ ভিতৰেৰে খন্তেকৰ বাবে খেলাই গ'ল এক অদ্ভুত অস্বস্তিৰ অনুভূতি: আৰু মাত্ৰ কেইদিনমান পিছতে পাৰাদ্বীপৰ সেই চাৰি নম্বৰ ফ্লেটত নীৰেনৰ লগত একেলগে থাকিব শৰীৰত অৰণাভৰ স্পৰ্শ সানি ৰখা অৰূপ চলিহাৰ ছোৱালী ৰূপালী দত্ত।

ৰূপালী অহাৰ পিছত যদিহে অৰুণাভে কেতিয়াবা পাৰাদ্বীপৰ সমুদ্ৰ-তীৰবৰ্তী সেই ফ্লেটত থাকিব লগীয়া হয়! দুটা কোঠালিৰ এটাত নীৰেন দত্ত আৰু ৰূপালী থাকিব, আৰু আনটো কোঠালিত হয়তো স্মৃতিৰ সৈতে যুদ্ধ কৰি অৰুণাভে পাৰ কৰি দিব লগীয়া হ'ব নিদ্ৰাবিহীন ৰাতি।

তেনেকুৱা নিদ্ৰবিহীন ৰাতি অৰুণাভে এবাৰ পাৰ কৰি দিছিল প্ৰতুল দা আৰু অৰুণিমা বাইদেউৰ সৈতে অসমৰ কাজিৰঙাৰ টুৰিষ্ট লজত। আৰণ্যক নিৰ্জনতাই মানুহক টানি লৈ যায় মনৰ নিভৃত কোণৰ অননুভূত এক আদিম আৰু বিচিত্ৰ পৃথিৱীলৈ।

দিনৰ বেলা হাতীৰ পিঠিত উঠি প্ৰতুল দা, অৰুণিমা বাইদেউ আৰু অৰুণাভ ছমছেৰ নামৰ বন্দুকধাৰী গাইড এজনক লৈ প্ৰৱেশ কৰিছিল প্ৰভাতৰ আলোকত সাৰ পাই উঠা অৰণ্যৰ ভিতৰত। কাজিৰঙাত সোমালে ভাব হয় যেন সমগ্ৰ পৃথিৱী অৰণ্যময়। যিমানেই জংঘলৰ ভিতৰলৈ যোৱা যায়, সিমানেই তীব্ৰ হয় শৰীৰত অকৃত্ৰিম, আদিমতাৰ শিহৰণ।

হঠাতে সম্মুখত দুটা হৰিণ পোৱালি দেখি সকলো পাহৰি স্বতঃস্ফূৰ্ত আনন্দত অৰুণিমা বাইদেৱে চিঞৰি উঠিছিল। অৰুণিমা বাইদেউৰ মুখলৈ চাই অৰুণাভে দেখিছিল— কোমল গভীৰতা সনা দুটা চকুৰে, মায়া-মমতাময় মুগ্ধতাৰে অৰুণিমাই হৰিণ পোৱালি দুটা চাই আছে। গভীৰ সেই অৰণ্যৰ

মাজত, ৰাতিপুৱাৰ পবিত্ৰ মুহূৰ্তত কিয় জানো অৰুণাভৰ সেইদিনা ভাব হৈছিল: য'লৈকে নাযাওক কিয়, সেই মায়াময় দুচকুৰ চুম্বকে অৰুণাভক হঠাতে কেতিয়াবা কেতিয়াবা দুৰ্বল কৰিব। এনেকুৱা নাৰীয়েই নিঃসংগ মুহূৰ্তত মনত পেলাই দিয়ে আলিংগনৰ শুন্যতাৰ কথা।

সেইদিনা শুক্লপক্ষৰ ৰাতি। বাহিৰত পাতল জ্যোৎস্না। প্ৰতুল দা দহবজাত শুই পৰিছিল। টুৰিষ্ট লজৰ মৃদু-আলোকিত বাৰাণ্ডাত অৰুণাভ আৰু অৰুণিমা বাইদেৱে কথা পাতি আছিল। অৰণ্যত ৰাতিৰ গভীৰ নৈশব্দ; লজৰ কাষৰ গছৰ পাতৰ ধীৰ নিঃশব্দ কম্পন; অৰুণিমা বাইদেউৰ কঁপি থকা খোলা চুলিৰপৰা ধীৰে ধীৰে সৰি পৰিছে নীৰৱ মাধুৰ্য।

কেই বাজিল? নোশোৱা?

মুখ ঘূৰাই অৰুণাভৰ ফালে চোৱাৰ লগে লগে বাৰাণ্ডাৰ মৃদু আলোকতো অৰুণাভে স্পষ্ট দেখা পাইছিল অৰুণিমা বাইদেউৰ দুচকুৰ চুম্বক।

অৰুণাভৰ কবৰ মন গৈছিল— আজি শুব নালাগে; গোটেই ৰাতি জ্যোৎস্নাময় বাৰাণ্ডাত বহি আমি অৰণ্য চাম।

তাৰ পৰিবৰ্তে অৰুণাভে কৈছিল— বহুত ৰাতি হ'ল। কাইলৈ ৰাতিপুৱা সোনকালে উঠিব লাগিব। শুভ-ৰাত্ৰি।

প্ৰতুল দাৰ আঠ নম্বৰ কোঠাত অৰুণিমা বাইদেউ সোমাইছিল, আৰু ধীৰ পদক্ষেপেৰে কাষৰ কোঠাত সোমাইছিল অৰুণাভ।

সেইদিনা গোটেই ৰাতি সেই দুচকুৰ চুম্বকত আৱিষ্ট হৈ অৰুণাভে এটা নিদ্ৰাবিহীন ৰাতি পাৰ কৰি দিছিল।

অফিচৰপৰা ওলাই আহি পাৰাদ্বীপলৈ যোৱাৰ আগে আগে অৰুণাভ হোটেলত সোমাল। ফোনত এবাৰ অনুৰাধাক বিচাৰিলে; তাই অফিচত নাই।

নিজৰ কোঠাৰপৰা প্ৰায় আধা-ঘণ্টাৰ মূৰত হাতত ব্ৰিফকেছ লৈ অৰুণাভে যেতিয়া হোটেলৰ কাউণ্টাৰত চাবি জমা দিবলৈ আহিল, সেই মুহূৰ্ততে স্কাৰ্ট পৰিহিতা এংলো ইণ্ডিয়ান মহিলা গৰাকীয়ে বাজি উঠা টেলিফোনটো অৰুণাভলৈ আগবঢ়াই দিলে— ইয়'ৰ ফোন প্লিজ।

টেলিফোনত ভাঁহি আহিল সদা উচ্ছসিত অনুৰাধাৰ মাত।

বাঃ আচৰিত! হঠতে অফিচলৈ টেলিফোন! মই আহি সোমাইছোঁহে।



কলিগ এজনে ক'লে। কি হ'ল?

ফোন কৰিবলৈ কিবা হ'ব লাগে নেকি? এনেয়ে। শুনা, মই কেইদিনমান নাথাকিম।

ক'লৈ যাবা? অসমলৈ?

পাৰাদ্বীপলৈ।

বিৰাট ব'ৰ হবা। একদম হ'পলেছ ঠাই। সগৰৰ পানী চাই চাই কবিতা লিখিব পাৰিবা। কেতিয়া আহিবা?

জানো, কেইদিনমান থাকিব লাগিব চাগে। যাবা যদি ওলোৱা।

বাঃ কি মজা! ক'ৰ ল'ৰা এটাৰ লগত এনেকৈ গুচি গ'লে মাই মোক টুকুৰা-টুকুৰ কৰি কাটি মহানদীত পেলাই দিব। মাৰ খং তুমি এতিয়াও দেখা নাই।

হোটেলৰপৰা পোনে পোনে গৈ অৰুণাভ উপস্থিত হ'ল ভুবনেশ্বৰ বিমান বন্দৰত। অদূৰৰ হেলিকপ্টাৰৰ কাষত পাইলটে ইফালসিফাল কৰি আছে।

জীৱন-ৰক্ষী আৱৰণ পিন্ধি অৰুণাভ হেলিকপ্টাৰত উঠিল; কাণত লগাই ললে হে'ড ফোন। একেই চিনাকি গোঁ গোঁ শব্দৰে ধীৰে ধীৰে সেই ৰূপালী যান উৰা মাৰিলে দুপৰৰ নিৰ্মেঘ আকাশৰ বুকুলৈ। খিৰিকিৰে চকুত পৰিল ক্ৰমশঃ অদৃশ্যমান লিংগৰাজ মন্দিৰৰ চূড়া, পাহাৰৰ টিলাৰ ওপৰত উদয়গিৰি খণ্ডগিৰি; ৰেল লাইনৰ কাষৰ সেইখিনিত ক'ৰবাত অনুৰাধাৰ ঘৰ।

পাৰ হৈ গ'ল ধীৰে ধীৰে ব্যস্ত চহৰ, সৰু সৰু নদীৰ ওপৰত কাঠৰ দলং, খেৰ আৰু বাঁহেৰে সজা গাঁৱলীয়া ঘৰ।

মাত্ৰ বিছমিনিট পিছতে নিম্নমুখী হেলিকপ্টৰৰপৰা অৰুণাভৰ দৃষ্টিগোচৰ হ'ল অদূৰৰ নীলা মুকুতাৰে জলমল দুপৰৰ সাগৰ; বন্দৰত জাহাজৰ মাস্তুল। সমুদ্ৰ উপকূলৰ অস্থায়ী হেলিপেডত, ছিগনেল অফিচৰ কাষত হেলিকপ্টৰখন নামিল। হেলিপেডৰ কাষত নীৰেন দত্তৰ গাড়ী।

অৰুণাভক নমাই থৈ হেলিকপ্টাৰে পুনৰ উৰা মাৰিলে আকাশৰ বুকুলৈ।

নীৰেন দত্তৰ অবিন্যস্ত চুলি সমুদ্ৰৰ বতাহে কঁপাই আছে, সমগ্ৰ মুখাবয়ৱত ক্লান্তিৰ ছাপ।

দত্ত, এই কেইদিন চাগে আপোনাৰ ভীষণ কষ্ট হৈছে।

এনেকুৱা বন্দৰ মই দেখা নাই।

মোৰ কলিকতা বন্দৰৰ অভিজ্ঞতা আছে। কিন্তু পাৰাদ্বীপত দেখিছোঁ সকলো অদ্ভুত, যুক্তিৰ বাহিৰত।

কি হ'ল?

পেট্ৰ'ল ডিপোত তেল নাই, বন্দৰ কৰ্তৃপক্ষৰ জাহাজত দিবলৈ পানীৰ অভাৱ, কাষ্টমছৰ মানুহ নিৰুদ্দেশ, সময়ত বনুৱাৰ দেখাদেখি নাই। আপুনি আহিল ভালেই হ'ল। জাহাজৰ ওচৰলৈ যাব নহয়? দুইখন বন্দৰৰ ভিতৰতে আছে। কাইলৈৰ ভিতৰতে খালী কৰি আন্দামানলৈ পঠাব লাগিব।

ছিগনেল অফিচৰ ওপৰত অনাতাঁৰ যন্ত্ৰৰ এণ্টেনা, বতাহত উৰি আছে অচিন পতাকা। অফিচৰ সন্মুখত টাৰ্নিং লোৱাৰ পিছতেই অৰুণাভৰ চকুত পৰিল বন্দৰৰ ভিতৰত স্থিৰ হৈ ৰৈ আছে এখন সুবিশাল জাহাজ; আৰু লেগুনৰ সেইপাৰে তুলনামূলকভাৱে অকণমানি দুখন মৰমলগা জাহাজ। নীৰেন দত্তই ক'লে,— সেই যে দেখিছে, ভিক্টৰ, ছি-গল, জাহাজৰপৰা মাল নমোৱা কাম এতিয়াও চলি আছে। ৰাতিৰ ভিতৰতে শেষ হ'ব লাগে।

জাহাজৰ মানুহবোৰ কোন দেশীয়? অৰুণাভে সুধিলে।

কেপ্টেইন দুয়োজনে জাৰ্মান; সহকাৰী নাবিকবোৰ কোৰিয়ান, এখনত বাংলাদেশৰ ৰান্ধনি এজন আছে, অৱশ্যে তেওঁৰ নাগৰিকত্ব ছিংগাপুৰৰ।

সুন্দৰ, সুঠাম শৰীৰৰ চুটি-চাপৰ কোৰিয়ান নাবিক কেইজনে দুপৰত ঘৰ্মাক্ত হৈ জাহাজৰ ডেকত কাম কৰি আছে, পিন্ধনত খালী পাতল জাঙিয়া অনাবৃত উৰ্ধাংগ ৰ'দত চিকমিকাই আছে।

মুহূৰ্তৰ বাবে অৰুণাভে ভাবিলে— কোন সুদূৰৰ স্বদেশত, বন্ধু-বান্ধৱ, পত্নী প্ৰেমিকা এৰি কেনেকৈ সাগৰৰ বুকুৰ ওপৰেৰে দিনৰ পাছত দিন ক'ৰ নাবিকবোৰে ক'ত ঘূৰি ফুৰে— ঠিকনাবিহীন যাত্ৰীৰ দৰে—!

অৰুণাভৰ মনত পৰি গ'ল স্কুলত থাকোঁতে পঢ়া সেই অসামান্য নাবিক কলম্বাছৰ কথা। পাৰাপাৰহীন সুনীল সমুদ্ৰৰ উপকূলত বহি কিশোৰ কলম্বাছে ঢৌৰ গৰ্জনত শুনিবলৈ পাইছিল দিগন্তৰপৰা ভাহি অহা ৰহস্যময় সুদূৰৰ আহ্বান।

ক'ৰবাৰ কিতাপত অৰুণাভে পঢ়িছিল স্পেইনৰ ভাৰ্ছিলোনা বন্দৰত টুৰিষ্টৰ বাবে আজিও সযতনে ৰাখি থোৱা আছে নাবিক কলম্বাছৰ সেই ঐতিহাসিক জাহাজ। চামৰাৰ ওপৰত অংকিত কলম্বাছৰ নিজস্ব মানচিত্ৰ, খোৱাপানী



ৰখাৰ বাবে কাঠৰ ড্ৰাম, আনকি জাহাজৰ শোৱনি কোঠাত কলম্বাছ শোৱা সেই বিছনাৰ চাদৰো আজিও আছে ভাৰ্ছিলোনা বন্দৰত— মহান নাবিকজনৰ স্মৃতি বুকুত লৈ।

বহুতদিনৰ মূৰত আকৌ এবাৰৰ বাবে সেই ৰোমাঞ্চকৰ সমুদ্ৰ অভিযানৰ স্বপ্নময় কাহিনীৰ স্মৃতিয়ে অৰুণাভক শিহৰিত কৰি তুলিলে। এনেকুৱা সময়তে অৰুণাভৰ মন যায় সমুদ্ৰত পাল তৰি দি নিৰুদ্দেশ হৈ যাবলৈ।

সমুদ্ৰত জোৱাৰ উঠিছে; গৰ্ভৱতী নাৰীৰ দৰে স্ফীত সমুদ্ৰবক্ষত, অবিৰাম তৰংগত দুয়োখন জাহাজ কঁপি আছে। প্ৰকাণ্ড প্ৰকাণ্ড কাঠৰ বাকচ কেইটামান জাহাজৰপৰা নমাবলৈ ক্ৰেনৰ প্ৰস্তুতি চলোৱা হৈছে! জাহাজৰ ৰেলিঙত ধৰি কোৰিয়ান নাবিক এজনে কি জানো অদ্ভুত ভাষাত কাক চিঞঁৰি মাতিছে।

গেংৱেৰে অৰুণাভহঁত লাহে লাহে জাহাজৰ ভিতৰত সোমাল। প্ৰথম দুৱাৰখন খুলি দিয়াৰ লগে লগেই দুপৰৰ তপ্ত শৰীৰত বাতানুকুল অভ্যন্তৰৰ শীতল বতাহৰ স্পৰ্শ।

কেপ্টেইনৰ কোঠাত নীৰেন দত্তই নক কৰিলে। ভঁাহি আহিল ভিতৰৰ পৰা গম্ভীৰ কণ্ঠস্বৰ— গেট ইন, সোমাই আহক।

দুৱাৰ খুলি সৰু কেবিনটোত সোমোৱাৰ লগে লগে অৰুণাভহঁত সন্মুখীন হ'ল বন্দৰে বন্দৰে ঘূৰি ফুৰা নাবিকৰ এক বিচিত্ৰ চৰিত্ৰৰ লগত: তেজে ফুটো ফুটো কৰা, ৰৌদ্ৰদগ্ধ এক প্ৰকাণ্ড চেহেৰাৰ লোক; বয়স হয়তো চল্লিছৰ ওচৰা-উচৰি সুবিশাল কান্ধ আৰু প্ৰশস্ত বক্ষ, হাতৰ পেশীয়ে বুজাই দিয়ে তেওঁৰ শক্তিৰ পৰিমাণ।

অৰুণাভহঁত সোমোৱাৰ সময়ত সেই ৰহস্যময় চৰিত্ৰৰ সম্পূৰ্ণ শৰীৰ বস্ত্ৰ বিহীন, মুখত পানীয়ৰ গোন্ধ।

কিঞ্চিতো অপ্ৰস্তুত নোহোৱাকৈ কঁকালত টাৱেল এখন মেৰিয়াই একেই গম্ভীৰ স্বৰেৰে, ভঙা ভঙা ইংৰাজীৰে মানুহজনে ক'লে— ৱেলকাম; ইয়াং ইণ্ডিয়ান ফ্ৰেণ্ডছ।

অৰুণাভহঁত বেছি সময় নবহিল। ওলাই আহিবৰ সময়ত অৰুণাভে এনেয়ে প্ৰশ্ন কৰিলে,—কেনেকুৱা লাগিছে পাৰাদ্বীপ বন্দৰ? কিবা অসুবিধাৰ সন্মুখীন হৈছে নেকি?

অৰুণাভৰ মুখৰ ওচৰলৈ মুখ আনি ৰহস্যময় হাঁহিৰে একেই গম্ভীৰতাৰে কেপ্টেইনে ক'লে— কোনোবা নাবিক ইয়াত এমাহ থাকিলেতো তেওঁৰ

মুখৰ বিকৃতি ঘটিব। গোটেই বন্দৰ ঘুৰিলো আজি, ক'তো একো নাই। আমিতো নাবিক, বন্দৰে বন্দৰে নাৰীৰ প্ৰয়োজন, নাবিকৰ বাবে নাৰী এক পৰম দুৰ্লভ ৰত্ন। বুজিছা ডেকা বন্ধু, মানুহক মানুহৰ স্পৰ্শৰ প্ৰয়োজন, দীৰ্ঘদিন ধৰি কাকো আলিংগন নকৰাকৈ থাকিলে ধীৰে ধীৰে মানুহৰ মনৰপৰা হেৰাই যায় সকলো শক্তি আৰু উদ্যম।

সেইদিনা ৰাতি বহু পৰলৈ অৰুণাভৰ টোপনি নাহিল।

সমুদ্ৰ উপকুলৰ সেই ছমহলীয়া বিল্ডিঙৰ চতুৰ্থ ফ্ল'ৰৰ ফ্লেটৰ এটা কোঠালিত নীৰেন দত্ত নিদ্ৰামগ্ন। সপোনতে হয়তো নীৰেন দত্তই ভাবিছে আৰু মাত্ৰ কেইদিনমান পিছত পাৰাদ্বীপলৈ আহিব লগীয়া ৰূপালীৰ কথা।

বাহিৰত সমুদ্ৰৰ শীতল বতাহ, খোলা খিৰিকিত অশৰীৰী শব্দ, ছাঁয়াভৰা গছৰ পাতৰ দৰে বতাহত কঁপি আছে ডাঠ সেউজীয়া পৰ্দা, বিছনাৰপৰাই দৃষ্টিগোচৰ হয় ৰূপালী জ্যোৎস্নাত জলমলাই থকা অনন্ত-বিস্তৃত সমুদ্ৰপৃষ্ঠ আৰু তাৰ অফুৰন্ত ঐশ্বৰ্যৰে ভৰা নীৰৱ স্পন্দন।

কাৰোবাক পাহৰিবৰ বাবে কাৰোবাৰ প্ৰয়োজন।

ৰূপালীক স্মৃতিৰ বন্ধ কোঠালিৰপৰা আঁতৰাই পঠাবৰ বাবেই অৰুণাভে ভাবিলে কাজিৰঙাৰ গভীৰ অৰণ্যৰ মাজত দেখা সেই মায়া-মমতাময় চকুহালিৰ কথা। স্নেহময় মুগ্ধতাৰে ভৰা দুচকুৰ চুম্বকে ধীৰে ধীৰে সাগৰ, নদী, অৰণ্য পাৰ কৰি অৰুণাভক লৈ গ'ল অন্য এক পৃথিৱীলৈ, য'ত অৰুণাভে প্ৰশান্তি অনুভৱ কৰে।

শেষ ৰাতি অৰুণাভে সপোন দেখিলে: দুটা চকুৰ সপোন। সপোনতে অৰুণাভৰ হৃদয়ত অনুৰণিত হ'ল কেপ্টেইনৰ মুখত শুনা সেইৰাৰ কথা: মানুহক মানুহৰ স্পৰ্শৰ প্ৰয়োজন।

আৰু সেই একেই শেষ ৰাতি সাগৰৰ মাজৰ প'ৰ্টব্লেয়াৰ চহৰৰ সৰু টিলাৰ ক্ষৰত নিৰ্মিত সুদৃশ্য 'হোটেল বে' আইলেণ্ড'ৰ কোনো এটা কোঠালিৰ খিৰিকিৰে চকুত দূৰবীণ লৈ ডেনিচ ছিলভিয়াই দৃষ্টি নিক্ষেপ কৰিছে মৃদু আলোকিত সমুদ্ৰবক্ষলৈ— পেলিকান ৰিগৰ সন্ধানত। □





## মানুহ যিদৰে এটা শৰীৰ নহয়
## সেই দৰে অচ্চল এটা মনো নহয়

কেতিয়াবাহে হঠাতে এনেকুৱা সাদৃশ্য চকুত পৰে।

জোতাৰ খট-খট শব্দ কৰি ডেনিছ ছিলভিয়া নামৰ সেই বিদেশী কেপ্টেইনজন যিদিনা প্ৰথম শ্বহীদ নগৰৰ দুমহলীয়া অফিচৰ ভিতৰলৈ সোমাই আহিছিল, সেই দিনা বহু দিনৰ মৃতত মুহূৰ্তৰ বাবে মিছেছ ডালভি হঠাতে চমকি উঠিছিল; তেওঁৰ ভৰিৰপৰা মূৰলৈকে বৈ গৈছিল এক কৌতুহল মিশ্ৰিত শিহৰণ।

সেই একেই দীৰ্ঘকায়, পেশীবহুল বলিষ্ঠ শৰীৰ, বেপৰোৱা ভংগী; বুকুৰ ভিতৰলৈ চাই পঠোৱা তৰোৱালৰ দৰে সতীক্ষ্ণ দৃষ্টি।

ঠিক ৰবৰ দৰে।

টাইপৰাইটাৰৰ ৰিডৰ ওপৰেৰে দ্ৰুত সঞ্চালিত মিছেছ ডালভিৰ এতিয়াও কমনীয় হৈ থকা দুহাতৰ আঙুলি মুহূৰ্তৰ বাবে স্থিৰ হৈ ৰৈ গৈছিল, আৰু কৰিড'ৰেৰে আগবাঢ়ি অহা মানুহজনৰ প্ৰতিটো ভংগী তেওঁ বিস্মিত কৌতুহলেৰে নিৰীক্ষণ কৰিছিল। ৰবেও এটা অচিনাকি অফিচৰ কৰিড'ৰেৰে একেই উদ্ধত ভংগীৰে খোজ কাঢ়িলেহেঁতেন।

ক্ষমা কৰিব, মিষ্টাৰ মেহৰাৰ লগত দেখা কৰিব পাৰোঁ নে?

সুস্পষ্ট, গলগলীয়া মাতেৰে, মিছেছ ডালভিৰ অফিচৰ সৰু কোঠালিৰ ভিতৰত প্ৰবেশ নকৰাকৈয়ে ডেনিছে প্ৰশ্ন কৰিছিল। ডেনিছৰ সোঁহাতত লুফথানাৰ ষ্টিকাৰ লগোৱা এটা অকণমানি সোণালী ৰঙৰ ব্ৰিফকে'ছ।

মূৰ তুলি চাই মুহূৰ্তৰ বাবে ডালভিয়ে ডেনিছৰ মুখখন নিৰীক্ষণ কৰিছিল: ডেনিছৰ সোণালী চুলি বৰতকৈ আৰু বেছি চুটিকৈ কটা।

চকীৰপৰা উঠি মিছেছ ডালভিয়ে ডেনিছক মেহৰা চাহবৰ কোঠালৈ লৈ গৈছিল।

ঠিক একদৰেৰেই, প্ৰায় কুৰি বছৰ আগতে এদিন ডালভিৰ পৰিচয় হৈছিল ৰবৰ লগত।

ডালভিয়ে তেতিয়া কলিকতাৰ মাল্টিনেশ্যনেল ক'ম্পেনি এটাত নতুনকৈ

চাকৰিত জইন কৰিছে। এংলো ইণ্ডিয়ান ছোৱালীত বাহিৰে সেই সময়ত অইন ছোৱালীৰে ক'ম্পেনিত চাকৰি কৰাটো প্ৰায় নিয়ম বিৰুদ্ধ কথা আছিল।

সেই একেটা অফিচলৈকে বব আহিছিল চাকৰি বিচাৰি। বাহিৰৰ ৰিচেপশ্যন কাউণ্টাৰত বহি আছিল ডালভি। ডালভিৰ চকুত চকু থৈ কুৰি বছৰৰ আগৰ সেই তৰুণ ববে প্ৰশ্ন কৰিছিল— ক্ষমা কৰিব, মিষ্টাৰ চোপৰাৰ লগত দেখা কৰিব পাৰোঁ নে ?

মি.চোপৰা ক'ম্পেনিৰ ৰিজিঅ'নেল মেনেজাৰ। খন্তেক মনে মনে থাকি ডালভিয়ে সুধিছিল,— আগতে এপইনণ্টমেণ্ট লোৱা আছিল নেকি ?

নাই।

তেলেহলে সুধিব লগিব। কিহৰ বাবে লগ ধৰিবলৈ অহা বুলি কম ?

অকণো দ্বিধা নকৰাকৈ ববে উত্তৰ দিছিল,— চাকৰি বিচাৰি।

কিয় জানো প্ৰথম দেখাৰ দিনাই গভীৰ আত্ম-বিশ্বাসেৰে ভৰা, সেই বলিষ্ঠ যুৱকজনৰ অসহায়তাৰ প্ৰতি হঠাতে ডালভিৰ মায়া হৈ গৈছিল।

সেইদিনা তৰুণী ডালভিয়ে অনুভৱ কৰা নাছিল,— এজন অচিনাকি যুৱকৰ অসহায়তাৰ প্ৰতি মায়াৰ উদ্ৰেকেই ভৱিষ্যতৰ এক গভীৰ অনুভূতিৰ আৰম্ভণ।

মেহ্‌ৰা চাহাবৰ কোঠাৰপৰা প্ৰায় আধাঘণ্টা পিছত ডেনিছ ওলাই আহিছিল। যাবৰ সময়ত মিছেছ ডালভিক কোঠাৰ বাহিৰৰপৰাই ধন্যবাদ জনাই গৈছিল।

অফিচৰপৰা ঘৰলৈ গৈ মিছেছ ডালভিয়ে বহুতদিনৰ মূৰত ফ্ৰেম লগাই মেজত থোৱা ববৰ ফটোখন বুকুত চেপি ধৰিছিল। মুহূৰ্তৰ বাবে কুৰি বছৰ আগৰ মাদকতাময় বিদ্যুতৰ শিহৰণ ডালভিৰ দীৰ্ঘদিনৰ অস্পৰ্শিত শৰীৰৰ ওপৰেৰে বৈ গৈছিল।

বিমান দুৰ্ঘটনাত ববৰ মৃত্যুৰ পিছত প্ৰায় পোন্ধৰটা বছৰ ডালভিয়ে নিঃসংগভাৱে কটাই দিছে; বহু পুৰুষৰ প্ৰস্তাৱ হাঁহি হাঁহি না কৰি দিছে।

কিন্তু কিয় জানো ডেনিছক দেখাৰ পিছৰ প্ৰতিটো মুহূৰ্ততে ডালভিয়ে হঠাতে ডেনিছৰ সেই বেপৰোৱা মুখাবয়ৱৰ আঁৰত দূৰৈৰপৰাই বিচৰাৰ চেষ্টা কৰিছে অদ্ভুত সাদৃশ্যৰে ভৰা ববৰ মুখখন।

উত্তেজনাৰ এটা বয়স থাকে। সকলো বয়সতে সকলো অনুভূতিৰ প্ৰকাশ শোভনীয় নহয়।

মিছেছ ডালভিৰ হঠাতে পৰীক্ষা কৰি চাবৰ মন গ'ল — ডেনিছ নামৰ



বিদেশী এজনে অশৰীৰী ববৰ প্ৰতি কঢ়িয়াই অনা এই আকস্মিক উত্তেজনাৰ কিমান যুক্তি আছে।

ঘৰৰ গোটেই কেইখন খিৰিকি ডালভিয়ে বন্ধ কৰি দিলে। এইখিনি সময়ত নিঃসংগ ডালভিৰ ঘৰলৈ অতিথি খুব কমেই আহে।

আয়নাৰ সন্মুখত থিয় হৈ মিছেছ ডালভিয়ে আৱিষ্কাৰ কৰিলে,— এতিয়াও শৰীৰত কমনীয়তা আছে; বয়সে অ'ত-ত'ত ঈষত চৰ্বিৰ প্ৰলেপ সানি দিছে; তথাপি। ইমান নিবিড়ভাৱে নিজৰ শৰীৰ পৰীক্ষা কৰাৰ প্ৰয়োজন মিছেছ ডালভিয়ে বহু দিন অনুভৱ কৰা নাই। .........সেউজীয়া টপৰ বুটাম খুলি কেইটামান মুহূৰ্তৰ বাবে ডালভিয়ে চাই ৰ'ল নিজৰ অনাবৃত বুকুৰ ফালে। বহুদিন ধৰি অস্পৃষ্ট, অনাঘ্ৰাত, এতিয়াও নিটোল স্তন। নিজৰ শৰীৰৰ প্ৰতি হঠাতে এক অদ্ভুত মমতাৰে মিছেছ ডালভিৰ মন ভৰি পৰিল। তেওঁৰ নিজকে নিজে মৰম কৰি দিয়াৰ এক উদগ্ৰ লোভ হ'ল।

পিছদিনাও মিছেছ ডালভিয়ে প্ৰগাঢ়ভাৱে লক্ষ্য কৰিলে অফিচলৈ অহা ডেনিছৰ মুখ; উন্নত চৰ্বিহীন ঋজু শৰীৰ। বয়সে তাৰুণ্যত এক পৰিপক্কতাৰ প্ৰলেপ সানি দিছে। ডেনিছৰ দ্বিধাহীন ব্যৱহাৰে ধীৰে ধীৰে ভাঙি দিলে মিছেছ ডালভিৰ প্ৰথম দিনৰ সেই আড়ষ্টতা।

ডেনিছৰ উজ্জ্বল, তীক্ষ্ণ চকুলৈ চাই মিছেছ ডালভিৰ এই বয়সতো হঠাতে অনুৰূভ হ'ল যেন শৰীৰৰপৰা এটা এটাকৈ বয়স সৰি পৰিছে, ত্বক আৰু কমনীয় হৈছে, বুকুৰ ভিতৰৰ ইমান দিনৰ শূন্য গহ্বৰত হঠাতে ধীৰে ধীৰে মৃদু উত্তেজনাময় উষ্ণ বতাহ ব'ব লাগিছে।

মিছেছ ডালভিয়েই প্ৰথম ডেনিছক ঘৰলৈ নিমন্ত্ৰণ কৰিছে। সন্ধিয়া একেলগে বহি বিয়েৰ খাইছে, টেপ ৰেকৰ্ডাৰত কানট্ৰি ছং শুনিছে।

মিছেছ ডালভি, তুমি আকৌ এবাৰ বিয়া কৰোৱা উচিত আছিল।

চিগাৰেট এটা জ্বলাই ডেনিছে এদিন এনেয়ে কৈছিল।

কিয় ?

তোমাৰ শৰীৰৰ কোনো দাবী নাই ?

জীৱনৰ সকলো দাবীতো পূৰণ কৰাৰ প্ৰয়োজন নাই। দাবীৰ অপূৰ্ণতাক ভাৰতীয় নাৰীয়ে ত্যাগ বুলি বিশ্বাস কৰে।

আৰু আন এদিন খালী হৈ যোৱা গিলাচত বিয়েৰ ঢালি ঢালি মিছেছ ডালভিয়ে সুধিছিল,— ডেনিছ, তোমৰ ঘৰৰ কথা কোৱা।

মুখ ভৰি থকা চিগাৰেটৰ ধোঁৱা ধীৰে ধীৰে বতাহত এৰি দি ডেনিছে হো-হোৱাই হাঁহিছিল। ডালভিয়ে মুখ তুলি ডেনিছলৈ চাইছিল।

কি হ'ল ?

ভাল কথা সুধিছা। নাবিকৰ ঘৰ! বেংকক, ছিংগাপুৰ, ৰোম, হংকং, মনট্ৰিল, ভেৰাক্ৰুজ, পৃথিৱীৰ প্ৰতিটো বন্দৰতে নাবিকৰ ঘৰ।

তথাপি মানুহৰতো নিজৰ বুলিবলৈ ঘৰ এটা থাকে, সংসাৰ থাকে, পত্নী, ল'ৰা-ছোৱালী থাকে। বিয়েৰ লোৱা। চিয়েৰছ!

চিয়েৰছ।

তুমি নিশ্চয় বিয়া কৰাইছা ?

কিছু সময়ৰ বাবে মৌন হৈ বৈ ডেনিছে বিয়েৰৰ গিলাচত দীঘল শোহা এটা মাৰি ধীৰে ধীৰে ক'লে, ভাৰতীয় বিয়েৰত বেচ ঝাঁঝ এটা আছে। আজি কালি অলপ ড্ৰিংক কৰিলেই মূৰটো ঝিমঝিম কৰে। হঠাতে, কোনো দিনে মনলৈ নানো বুলি ভবা সত্বেও ডেনিছে গম পালে মনৰ ভিতৰত জেবিনৰ মুখখন ভাঁহি উঠিছে। ঠিক এনেকুৱা মুহূৰ্তত সদায় ডেনিছ নাৰীৰ প্ৰতি হিংস্ৰ হৈ উঠিব খোজে।

লণ্ডনৰ হৰ্ছফেৰি ৰোডত জেবিনৰ ঘৰ। ছঁ'হ'পল্লীৰ ৰেস্তোঁৰা এখনত এবাৰ দেখা হৈছিল ডেনিছৰ সৈতে। লাহী দেহ, উচ্ছল বুকু, আবেদনময় ব্যৱহাৰ। প্ৰথম দৃষ্টিতে ডেনিছৰ অনুভৱ হৈছিল বন্দৰে বন্দৰে ঘূৰি ফুৰা জীৱনৰ লংগৰ এইবাৰ পেলাব লাগিব স্থায়ীভাৱে।

বিয়াৰ মাত্ৰ চাৰিমাহ পাছত জেবিনক থৈ ডেনিছে পুনৰ আৰম্ভ কৰিছিল সমুদ্ৰ যাত্ৰা। এইবাৰৰ ডেনিছ আগৰ ডেনিছ নহয়। ডেনিছৰ এইবাৰ ঘূৰি যাবলৈ ঘৰ এখন আছে, ঠিকনা আছে।

আগতে জাহাজ বন্দৰ পোৱাৰ লগে লগে ডেনিছে গৈ বাৰত বহি লাইফ খ্ৰ' চাইছিল অথবা কোনোবা ক্ষণিকৰ সংগিনীৰ লগত পাৰ কৰি দিছিল সময়।

জেবিনৰ মুখে এইবাৰ ডেনিছক বাধা দিলে। প্ৰতিটো বন্দৰ বেছিভাগ সময় ডেনিছে নিজৰ কেবিনতে কটালে।

মাইকেল নামৰ বন্ধু এজনে ধেমালিতে কৈছিল— ডেনিছ, যাৰ কথা ভাবি তুমি নাবিক হৈও সন্ন্যাসীৰ দৰে আছা, তেওঁ বা তোমাৰ অনুপস্থিতিত কাৰ লগত ৰাত্ৰি যাপন কৰিছে, তাৰ কিবা হিচাপ আছে ? অকল মুখইহে



নাৰীক বিশ্বাস কৰে।

ডেনিছে মাইকেলৰ মুখত এটা ঘোচা মাৰি দিছিল।

ছমাহৰ মূৰত দেশলৈ উভতি গৈ ডেনিছে আৱিষ্কাৰ কৰিছিল— মাইকেলক মৰা ঘোচাটো সেইদিনা তেওঁ নিজৰ গালতেই মাৰিব লাগিছিল। জেবিন এতিয়া ডেনিছৰেই প্ৰতিবেশী এজনৰ লগত একেলগে থাকে।

মিছেছ ডালভিৰ মুখলৈ এক ৰহস্যময় তীক্ষ্ণ দৃষ্টিৰে মুহূৰ্তৰ বাবে ডেনিছে চাই ৰ'ল। তাৰ পিছত গিলাচৰ শেষ পদাৰ্থখিনি শেষ কৰি, আনকি 'শুভৰাত্ৰি' জনোৱাৰ সাধাৰণ সৌজন্যখিনিও প্ৰকাশ নকৰাকৈ তেওঁ ওলাই গ'ল।

দেওবাৰে ডলভিয়েই ডেনিছক জোৰকৈ লিংগৰাজ মন্দিৰলৈ লৈ গ'ল। দুপৰৰ ৰ'দত ডেনিছ ঘামি গৈছিল। ডালভিয়ে সুধিছিল,— তোমাৰ ট্ৰেইন কেতিয়া ?

ৰাতি আঠবজাত।

ব'ল ঘৰত ঠাণ্ডা বিয়েৰ আছে। অলপ বহি যাবা।

ডেনিছে আপত্তি নকৰিলে।

ডেনিছৰ ৰৌদ্ৰদগ্ধ মুখ, পেশীবহুল শৰীৰত এক আদিম বৰ্বৰতাৰ আভাস আছে। হাতৰ বলিষ্ঠ আঙুলিৰে বিয়েৰৰ কাচৰ গিলাচটো ধৰোতে এনেকুৱা লাগে যেন এতিয়াই গিলাচটো ভাগি টুকুৰা টুকুৰ হৈ যাব!

ঠিক একেই আদিম, বৰ্বৰ আছিল বব। কিন্তু সেই বৰ্বৰতাৰ আৱৰণ ভেদ কৰি ভিতৰলৈ চাব জানিলেই এনেকুৱা মানুহৰ আপাত-নিৰ্দয় মনৰ ভিতৰত দৃষ্টিগোচৰ হয় শিশুৰ দৰে অভিমানী এজন মানুহ।

অচুম্বিত ওঁঠত বলিষ্ঠ ববৰ প্ৰথম চুম্বনৰ কথা মনত পৰিলে, এতিয়াও, এই বয়সতো মিছেছ ডালভিৰ সমগ্ৰ শৰীৰৰ ওপৰেৰে বৈ যাব খোজে বিদ্যুতৰ তীব্ৰ শিহৰণ।

কোনো কোনো পুৰুষৰ চুম্বন কি প্ৰচণ্ড প্ৰগাঢ়! যেন মুহূৰ্ততে শৰীৰৰ সকলো শক্তি শুহি লৈ যায়; শৰীৰ-মন ভৰাই পেলায় এক মাদকতাময় অৱসাদেৰে।

বিয়েৰৰ স্পৰ্শত সিক্ত হৈ থকা ডেনিছৰ পুষ্ট ওঁঠলৈ চাই ডালভিয়ে এনেয়ে কিবা এটা অনুমান কৰিবৰ চেষ্টা কৰিলে। মুহূৰ্তৰ বাবে ডালভিৰ অনুভৱ হ'ল যেন বলিষ্ঠ দুবাহুৰে ধীৰে ধীৰে কুৰি বছৰ আগৰ সেই ববে শৰীৰৰ প্ৰতিটো অংগ-প্ৰত্যংগ চেপি গুড়ি কৰি দিছে।

পানীয়ৰ স্পৰ্শই ডেনিছক এতিয়াও কিঞ্চিতো দুৰ্বল কৰা নাই।

চিগাৰেটৰ ধোঁৱা ধীৰে ধীৰে এৰি দি ডেনিছে মনৰ ভিতৰতে এটা অদ্ভুত পৰিকল্পনা কৰিলে। গিৰিয়েকৰ মৃত্যুৰ পোন্ধৰ বছৰ পিছতো পবিত্ৰ হৈ থাকিব খোজা এই নাৰীৰ পবিত্ৰতা আৰু ত্যাগৰ গৰ্ব এবাৰ চূৰ্ণ কৰি দিবৰ মন গ'ল তেওঁৰ। মন গ'ল— পৃথিৱীৰ সকলো নাৰী জেৰিনৰ দৰে বুলি প্ৰমাণ কৰিবৰ। ...........বিয়াৰ চাৰি মাহ পিছত হৃদয়ৰ সকলো বিশ্বাসেৰে যেতিয়া এৰি থৈ আহিব লগীয়া হৈছিল, সেই দিনা জেৰিনেওতো কণ্ঠলগ্না হৈ সজল চকুৰে প্ৰতিশ্ৰুতি দিছিল,— ডেনিছ, মোৰ এই শৰীৰে অকল তোমাৰ স্পৰ্শৰ বাবেই অপেক্ষা কৰি ৰ'ব, লাগে সেই অপেক্ষা যিমানেই দীঘলীয়া নহওক কিয়।

চিগাৰেটটো এছট্ৰে'ত থৈ ডেনিছে এবাৰ সুতীক্ষ্ণ দৃষ্টিৰে মিছেছ ডালভিৰ সমগ্ৰ শৰীৰ নিৰীক্ষণ কৰিলে, যেন এই প্ৰথমবাৰৰ বাবে ডেনিছে আৱিষ্কাৰ কৰিলে মিছেছ ডালভিৰো এটা নাৰীৰ শৰীৰ আছে।

ছোফাৰপৰা উঠি নিজৰ দুখন বলিষ্ঠ হাত ডেনিছে ডালভিৰ কান্ধত ৰাখিলে। মুহূৰ্তৰ বাবে স্তম্ভিত হৈ মিছেছ ডালভিয়ে ডেনিছৰ মুখলৈ চালে। ডেনিছৰ মুখত সেই অদ্ভুত ৰহস্যময় হাঁহি।

ডালভি, তোমাৰ শৰীৰত এতিয়াও যাদু আছে।

মিছেছ ডালভিয়ে কিবা এটা কোৱাৰ আগতেই ডেনিছে দুয়োহাতেৰে ডালভিক সাৱটি ধৰিলে। ঠিক একেই, ববৰ দৰে আচম্বিক, আদিম, বৰ্বৰ।

ঠিক চুম্বন নহয়, ওঁঠত চুম্বনৰ এটা ভংগিমা মাথোন।

দেহৰ সমগ্ৰ শক্তিৰে মিছেছ ডালভিয়ে ডেনিছক দূৰলৈ ঠেলি দি ক'লে— ডেনিছ, যেতিয়ালৈকে বন্ধু হিচাপে আহিবা, তেতিয়ালৈকেহে এই ঘৰৰ দুৱাৰ তোমালৈ খোলা থাকিব।

অকণো অপ্ৰস্তুত নহ'ল ডেনিছ। তেওঁৰ মুখত খেলি গ'ল সেই ৰহস্যময় হাঁহি।

শুভ ৰাত্ৰি। আকৌ দেখা হ'ব।

তাৰ পিছত ডেনিছে আৰু পলম নকৰিলে।

আৰু কিছু সময়ৰ পিছত ডেনিছ ৰাতিৰ ট্ৰেইনত কলিকতালৈ যাব, তাৰপৰা ৰাতিপুৱাৰ ফ্লাইটত প'ৰ্টব্লেয়াৰলৈ! দুই-এদিনতে পেলিকান ৰিগ আন্দামান পোৱাৰ কথা। জাহাজৰপৰা ৰিগ নমাবৰ সময়ত ডেনিছৰ উপস্থিতি



প'ৰ্টব্লেয়াৰত একান্তই প্ৰয়োজন।

জোতাৰ একেই খট খট শব্দ কৰি ডেনিছ ৰাতিৰ আন্ধাৰৰ লগত মিলি গ'ল।

খোলা দুৱাৰেৰে কিছু সময় বাহিৰলৈ চাই মিছেছ ডালভিয়ে হঠাতে অনুভৱ কৰিলে,— এটা মধুৰ উত্তাপে যেন ধীৰে ধীৰে তেওঁৰ সমগ্ৰ শৰীৰ চুই যাব লাগিছে।

কাৰণ কাষত ডালভিয়ে আকৌ এবাৰৰ বাবে শুনিবলৈ পালে, বৰ্বৰ ডেনিছৰ গভীৰ কণ্ঠস্বৰ : ডালভি, তোমাৰ শৰীৰত এতিয়াও যাদু আছে।

মানুহ যিদৰে অকল এটা শৰীৰ নহয়, সেইদৰে অকল এটা মনো নহয়। শৰীৰ আৰু মনৰ বিচিত্ৰ সংমিশ্ৰণেই মানুহ।

ডেনিছে জোৰকৈ স্পৰ্শ কৰি যোৱা উত্তাপময় ওঁঠত হাত ফুৰাই মিছেছ ডালভিয়ে কথাষাৰ যেন নতুনকৈ আৱিষ্কাৰ কৰিলে।

হোটেলৰপৰা ব্ৰিফকেছটা হাতত লৈ ডেনিছ পোনে পোনে উপস্থিত হ'ল ভুবনেশ্বৰ ৰেল ষ্টেচনত। ট্ৰেভেল এজেন্সিৰ জৰিয়তে আগতেই টিকট কৰা আছিল।

কাউন্টাৰত সুধি তেওঁ জানিব পাৰিলে গাড়ী "ৰাইট টাইম"ত আহিব। তেওঁ ঘড়ীলৈ চালে। আৰু মাত্ৰ বিছ মিনিট বাকী। মিছেছ ডালভিৰ কথা মুহূৰ্তৰ বাবে মনলৈ আহিব খুজিছিল, তেওঁ পাত্তা দিয়াৰ প্ৰয়োজন বোধ নকৰিলে।

শ্বু পালিছ ছাৰ ?

ন'। থেংকছ।

ট্ৰেইন আহি ষ্টেচনত সোমোৱাৰ লগে লগে ডেনিছ প্ৰথম শ্ৰেণীৰ ডবা এটাত উঠিল। বাংকত ডেনিছৰ ৰিজাৰ্ভেশ্যন। ভালেই। কোনো আমনি নোহোৱাকৈ ৰাতিটো ডেনিছে ভালদৰে শুব খোজে। কাইলৈ ৰাতিপুৱাই প'ৰ্টব্লেয়াৰলৈ ফ্লাইট আছে। ৰিগ আহি পোৱাৰ পিছত হয়তো তেওঁ ঘণ্টাৰ পিছত ঘণ্টা ধৰি বিশ্ৰামহীনভাৱে কটাব লাগিব।

ৰেলখন চলিবলৈ আৰম্ভ কৰাৰ লগে লগে ডেনিছ ওপৰৰ বাৰ্থত উঠিল। ঠিক সেই মুহূৰ্ততে প্ৰায় আধাডজন লাগেজ লৈ এটা পৰিয়াল কুপটোৰ ভিতৰলৈ হুলস্থূল কৰি সোমাই আহিল। মানুহবোৰে চলন্ত গাড়ীৰ খিৰিকিৰে খিচিৰ-মিচিৰ শব্দ কৰি কি জানো অদ্ভুত ভাষাত কাৰ লগত কথা পতাৰ

প্ৰয়াস কৰিলে। চিৰকালৰ বাবে ক'ৰবালৈ গুচি যাব লগা হ'লেহে মানুহে এনেকৈ শেষ মুহূৰ্তলৈকে কথা পাতে।

উঠি অহা বিদেশী মেজাজ ঠাণ্ডা ৰাখি ডেনিছে শুবলৈ চেষ্টা কৰিলে।

মাজতে আকৌ এবাৰ ডেনিছৰ মনত পৰিল মিছেছ ডালভিৰ কথা।

এজনী নাৰীৰ ওচৰত জীৱনত প্ৰথমবাৰৰ বাবে পৌৰুষদীপ্ত ডেনিছৰ পৰাজয়। এতিয়াহে ডেনিছে অনুভৱ কৰিলে মনৰ গভীৰৰ কোনো সূক্ষ্ম স্থানত এতিয়াও এই সাধাৰণ ঘটনাটো ঠিক সাধাৰণ বুলি গৃহীত হোৱা নাই।

ৰাতিপুৱা ঠিক পাঁচ বজাত ৰেল হাওড়া ষ্টেচনত সোমালহি। খন্তেকো বিলম্ব নকৰাকৈ ডেনিছে টেক্সি ল'লে দমদম বিমানবন্দৰ অভিমুখে।

আন্দামান অভিমুখী বিমান যাত্ৰীৰ ছিকিউৰিটি চে'ক ইতিমধ্যে আৰম্ভ হৈ গৈছে। প্ৰায়ভাগ যাত্ৰীয়েই লাউঞ্জত প্ৰবেশ কৰিছে।

চেকিঙৰ পিছত ডেনিছ লাউঞ্জত বহিব লগা নহ'ল; পোনে পোনে গৈ তেওঁ বিমানত প্ৰবেশ কৰিলে। ডেনিছৰ ছিট পৰিছে বাঁওফালে কাষত। ওচৰতে ছুট টাই পৰিহিত এজন লোক, লগত ছয় সাত বছৰীয়া এজনী ছোৱালী। কিবা এক অদ্ভুত আনন্দত ছোৱালীজনীয়ে অনৰ্গল কথা কৈ আছে। পৃথিৱীৰ সকলো দেশৰ শিশুৰ মাততে চাগে একেই মাধুৰ্য থাকে।

ধীৰে ধীৰে ৰাতিপুৱাৰ দমদম এৰি বিমানে উৰা মাৰিলে আকাশৰ বুকুলৈ। খিৰিকিৰে ডেনিছে বাহিৰলৈ চালে তলত ক্ৰমশঃ অপসৃয়মান ঘৰ্মাক্ত কলিকতা চহৰ। এতিয়াহে হঠাতে ডেনিছে অনুভৱ কৰিলে তেওঁৰ দেহৰপৰাও অস্বস্তিকৰ ঘামৰ গোন্ধ ওলাইছে।

আংকল?

মূৰ ঘূৰাই ডেনিছে চালে। ঠিকেই, সৰু ছোৱালীজনীয়ে ডেনিছকেই সম্বোধন কৰিছে।

মই কাষৰ ছিটত বহিম?

আপত্তি কৰাৰ প্ৰশ্নই নুঠে।

ডেনিছ উঠি আহি মাজত বহিল।

ছোৱালীজনী কাষৰ ছিটত বহি খিৰিকিৰে বাহিৰলৈ চোৱাত লাগিল।

ডেনিছে লক্ষ্য কৰিলে এক বিস্ময়াভিভূত আনন্দ আৰু উত্তেজনাত সেই কণমানি ছোৱালীজনীৰ কমনীয় মুখখন উদ্ভাসিত হৈ উঠিছে।



কিয় জানো ডেনিছৰ এতিয়াও ভাব হয় বিয়াৰ পিছত এৰি আহিবৰ সময়ত জেৰিনৰ শৰীৰত ডেনিছৰ স্বাক্ষৰ আছিল।

কি নাম তোমাৰ?

ডেনিছে এনেয়ে সুধিলে।

পম্পা।

এয়া কোন?

ডেডি। আমি আন্দামানলৈ ফুৰিবলৈ যাম। তুমিও আন্দামান চাবলৈ যাবা?

ওঁ।

ডেনিছে এনেয়ে ক'লে।

অলপ সময়ৰ ভিতৰতে ভদ্ৰলোকৰ লগত ডেনিছৰ চিনাকি হ'ল। মি. হালদাৰ। কলিকতা বন্দৰত কাম কৰে। আগতে জাহাজেৰে কেইবাবাৰো আন্দামানলৈ গৈছে।

আন্দামানৰ গল্প শুনি পম্পাই সদায় কৈ থাকে এবাৰ তালৈ যোৱাৰ কথা। এইবাৰ লৈ আহিলো। হাতত চুটি নাই। সেয়েই ফ্লাইটতে আহিলো।

আহোঁতে কিন্তু আমি জাহাজত আহিম।

—পম্পাই ক'লে।

হৰ্ষবৰ্ধন নামৰ জাহাজ এখন বৰ্তমান প'ৰ্টব্লেয়াৰত আছে। ভাবিছোঁ ঘূৰি আহোঁতে জাহাজতেই আহিম।

হঠাতে পম্পাই চিঞৰি উঠিল—আংকল, সেয়া চোৱা সাগৰ।

উপকূল এৰি বিমান অগ্ৰসৰ হৈছে পাৰাপাৰহীন সমুদ্ৰৰ ওপৰেৰে। প্ৰভাতৰ আলোকত সুনীল সমুদ্ৰ জলমলাই আছে। হঠাতে স্থবিৰ মেঘৰ টুকুৰাই দৃষ্টি ভেটি ধৰে।

কিন্তু নাবিকৰ বাবে সমুদ্ৰৰ আৰু কি আকৰ্ষণ থাকিব পাৰে। তথাপি ডেনিছে চালে।

এটা সময়ত কব নোৱৰাকৈয়ে ডেনিছ শুই পৰিল। দুঘণ্টাৰো ওপৰ বিমান যাত্ৰা—একেই লাগি থকা সমুদ্ৰৰ ওপৰেৰে। তলত মাথোঁ দিগন্তব্যাপ্ত নীল, যেন সমগ্ৰ পৃথিৱী এক সুবিশাল জলাশয়ত লীন হৈ গৈছে।

কিমান সময় ডেনিছে চকু মুদি আছিল কব নোৱাৰে। হঠাতে পম্পাৰ চিঞৰত ডেনিছে চকু মেলি চালে।

আংকল, আংকল, সেয়া সাগৰৰ মাজত সৰু সৰু দ্বীপ।

আন্দামানলৈ ডেনিছৰ এয়া প্ৰথম যাত্ৰা নহয়; মাত্ৰ দুদিন আগতে তেওঁ প'টব্লেয়াৰত থাকি গৈছে। কিন্তু আগৰবাৰ ডেনিছে অনুভৱ কৰা নাছিল —বিমানৰ খিৰিকিৰে সাগৰৰ মাজৰ শাৰী শাৰী দ্বীপপুঞ্জ চাই কিবা উত্তেজনা অনুভৱ কৰিব লগীয়া আছে বুলি।

ডেনিছে পম্পাৰ অবাক বিস্ময়েৰে ভৰা চকু দুটালৈ চালে। দেউতাকৰ চকুৰ সৈতে ক'ৰবাত মিল আছে।

খিৰিকিৰ ওচৰলৈ মূৰটো নি ডেনিছেও মন্ত্ৰমুগ্ধৰ দৰে তললৈ চালে; —সমুদ্ৰৰ মাজত অসংখ্য সৰু সৰু দ্বীপ, যেন সেউজ-বৰ্ত্তী সৰু সৰু অগণন নাও সুনীল সমুদ্ৰৰ মাজত ওপঙি আছে।

দ্বীপপুঞ্জ অতিক্ৰম কৰি বিমানে পুনৰ দক্ষিণ দিশৰপৰা প'টব্লেয়াৰ বন্দৰৰ আকাশত সোমাল।

তলত গভীৰ সেউজ অথবা প্ৰগাঢ় নীল। ওপৰত মেঘহীন আকাশ।

বিমান বন্দৰৰপৰা একেখন টেক্সিতে মি. হালদাৰ, পম্পা আৰু ডেনিছে হেটেল বে' আইলেণ্ড অভিমুখে যাত্ৰা কৰিলে।

পম্পাই হঠাতে ডেনিছক সুধিলে,—আংকল, তোমাৰ লগত আৰু কোনো নাই ?

পম্পা নামৰ এই কণমানি ছোৱালীজনীয়ে কেনেকৈ বুজিব— ডেনিছৰ লগত কোনোদিনে কোনো নাথাকে!

আংকল, তুমিও আমাৰ লগত ওলাবা। আমি একেলগে ফুৰিম।

ডেনিছে পম্পাৰ মুখলৈ চালে। সকলো শিশুৰ মুখত কি সাৱল্য!

ডেনিছে হঠাতে অনুভৱ কৰিলে— প্ৰকৃত আনন্দৰ উৎস হৃদয়ৰ লগত থাকে; শৰীৰৰ লগত নাথাকে।

কিবা এক অবুজ মমতাৰে ডেনিছে পম্পাৰ মিহি চুলিত আলফুলে নিজৰ হাতখন ফুৰাই দিলে।

সেইদিনাই শেষৰাতি দূৰবীণেৰে ডেনিছে দূৰৈৰ সমুদ্ৰবক্ষত দেখা পালে টিমিক টামাক বিদ্যুৎ চাকিৰ আলোকিত পেলিকান ৰিগ।

ডেনিছ আনন্দিত ন'হল।

কৰ্তব্যৰ তাগিদাত ডেনিছে পম্পাৰ সবল নিমন্ত্ৰণ উপেক্ষা কৰি গুচি যাব লগিব সাগৰৰ মাজলৈ।

সাগৰত মানুহৰ ঠিকনা নাথাকে। □



ষোল

## কেতিয়াবা নিজৰপৰা পলায়নেই মানুহক জীয়াই থকাৰ প্ৰেৰণা দিয়ে

কুৰি শতিকাৰ এই যুগতো আন্দামান-নিকোবৰৰ এই ৰহস্যময় দ্বীপপুঞ্জ যেন পৃথিৱীৰপৰা আঁতৰৰ এক অজান, অচিন দেশ।

অনুপম সৌন্দৰ্যৰে ভৰপূৰ এই দ্বীপপুঞ্জকে আলেকজেন্দ্ৰিয়াৰ ভৌগলিকবিদ ট'লেমিয়ে অভিহিত কৰিছিল নৰখাদকৰ ৰাজ্য বুলি। দেশ বিদেশৰ অলেখ নাবিক জলদস্যুৰ হাতত পৰি এই ৰহস্যময় দ্বীপপুঞ্জৰ ওচৰতে নিঃশেষ হৈ গৈছে চিৰকালৰ বাবে।

সমুদ্ৰৰ ওপৰেৰে আহি আহি হঠাতে কোনোবা নাবিকে গভীৰ অৰণ্যৰে ভৰপূৰ এই নিঃসঙ্গ দ্বীপৰ আদিম সৌন্দৰ্যত মুগ্ধ হৈ কাষ চাপিবৰ প্ৰয়াস কৰিছে; তেনেতে হয়তো হঠাতে ঘন জংঘলৰপৰা আৱিৰ্ভূত হৈছে সম্পূৰ্ণ নিৰাভৰণ কোনোবা হিংস্ৰ, বনৰীয়া মানুহ, হাতত বিষাক্ত তীৰ—।

কলীয়াপানী নামে অভিহিত সমুদ্ৰৰ মাজৰ এসময়ৰ প্ৰায় সভ্যমানৱ বৰ্জিত এই দ্বীপপুঞ্জই আজিও মানুহৰ মনলৈ কঢ়িয়াই আনে এক ৰহস্যময় অদিমতাৰ গোন্ধ। দিনতেই আন্ধাৰ ঘন-জংঘলৰ মাজত কি জানো লুকাই আছে!

আন্দামানৰ সমুদ্ৰ যেন অনন্ত-বিস্তৃত নহয়; সমুদ্ৰৰ নিস্তৰংগ প্ৰগাঢ় নীলৰ মাজত থোপা-থুপি সেউজ-ৰঙী দ্বীপ। গাঢ় সেউজীয়া অচিনাকি গছ; উপকূলৰ কাষত মানগ্ৰোভৰ জোপোহা, আৰু গভীৰত সুবিশাল বৃক্ষ। সাগৰৰ টৌৱে চুই যোৱা বালিচৰত সাগৰীয় শামুক। —যেন প্ৰতিটো দ্বীপতেই প্ৰকৃতিয়ে অকৃপণ হাতেৰে ৰচিছে আদিম সৌন্দৰ্যৰ কুমাৰী উদ্যান।

আৰু অসূৰ্যস্পৰ্শিত সেইগভীৰ অৰণ্যৰ মাজতেই বসতি আৰু জাৰোৱা অন্যান্য আদিবাসীসকলৰ,— যাৰ ৰোমহৰ্ষক কাহিনীয়ে আজিও শিহৰিত কৰে সভ্য মানুহক।

চাকৰিৰ তাগিদাত অথবা ছুটিৰ অৱসৰত ডেনিছ ছিলভিয়াই বিশ্বৰ বিভিন্ন প্ৰান্তৰৰ বিভিন্ন দুৰ্গম দ্বীপ ভ্ৰমণ কৰিছে। গ্ৰীছৰ দ্বীপপুঞ্জ অথবা ইটালিৰ কেম্পৰিলৈও গৈছে। কিছু সময়ৰ বাবে হয়তো ঠাইবোৰ তেওঁৰ ভাল লাগিছে; কিন্তু পিছ মুহূৰ্ততে ভাব হৈছে— পৃথিৱীৰ সকলো দেশেই একে।

আন্দামান-নিকোবৰ প্ৰগাঢ় বনানীৰ মাজৰ ৰোমাঞ্চকৰ সৌন্দৰ্য উপভোগ কৰিবলৈ ডেনিছ প'টব্লেয়াৰলৈ অহা নাই; আহিছে কৰ্তব্যৰ তাগিদাত। 'ফাৰ্ন কেৰিয়াৰ' নামৰ প্ৰকাণ্ড জাহাজ এখনত আহি থকা 'পেলিকান' ৰিগ প'টব্লেয়াৰৰ নিস্তৰংগ সমুদ্ৰত জাহাজৰপৰা নিৰাপদে নমাই বংগোপসাগৰৰ পাৰাদ্বীপ বন্দৰৰ কাষৰ নিৰ্ধাৰিত স্থানত প্ৰতিষ্ঠিত কৰাৰ সম্পূৰ্ণ দায়িত্বৰ বাবে চুক্তিবদ্ধ ডেনিছ।

আংকল, তুমি বেড়িয়েই হোৱা নাই?

লাঞ্চৰ শেষত "হোটেল বে' আইলেণ্ড"ৰ নিজস্ব কোঠালিৰপৰা ডেনিছে এনেয়ে চাই আছিল দুপৰৰ ৰ'দত জলমলাই থকা সুনীল সমুদ্ৰলৈ। পৃথিৱীৰ প্ৰতিখন সাগৰ-মহাসাগৰ স্পৰ্শ কৰিছে ডেনিছে; পানীৰ ৰং চায়েই এতিয়া ডেনিছে কৈ দিব পাৰে কোন সাগৰৰ ওপৰেৰে জাহাজে গতি কৰিছে।

বংগোপসাগৰৰ পানীৰ লগত আইন সাগৰৰ পানীৰ প্ৰভেদ আছে। গাঢ় নীল এই পানী, ঘন চিয়াঁহীৰ দৰে। কলমত ভৰাই যেন কাগজত লিখিব পৰা যাব— চিঠি।

কলিকতাৰপৰা আহি পাবৰ মাত্ৰ দুঘণ্টা হৈছে। পেলিকান ৰিগ-হয়তো কাইলৈ ৰাতিপুৱা প'টব্লেয়াৰৰ সমুদ্ৰৰ ওচৰত দৃশ্যমান হ'ব। এতিয়াও ডেনিছৰ হাতত আধা দিনৰ অৱসৰ আছে। আগৰবাৰ আহোঁতেই ডেনিছে ভাৰতীয় নৌ-বাহিনী আৰু বন্দৰ কৰ্তৃপক্ষৰ লগত সকলো যা-যোগাৰ কৰি থৈ গৈছে।

মি. হালদাৰ আৰু পম্পা নামৰ সেই সপ্ৰতিভ কণমানি ছোৱালীজনীৰ লগত দমদমৰপৰা অহা বিমানৰ ভিতৰত, আকাশ মাৰ্গত চিনাকি নোহোৱা হ'লে ডেনিছে হয়তো আজি এই দুপৰ, আবেলি, সান্ধিয়া পাৰ কৰি দিলেহেঁতেন হোটেলৰ বন্ধ কোঠালিত। সম্মুখত হয়তো থাকিলহেঁতেন ভাৰতীয় বিয়েৰৰ গিলাচ অথবা খোলা খিৰিকিৰে দৃশ্যমান চিনাকি সাগৰ।

মি. হালদাৰ আৰু পম্পাৰ লগত ডেনিছ ওলাই গ'ল। ডেনিছৰ আকৰ্ষণ প'টব্লেয়াৰৰ সৌন্দৰ্য নহয়; আকৰ্ষণ পম্পা নামৰ এজনী সৰু ছোৱালীৰ বাবে আশ্বৰ্যকৰভাৱে ডেনিছে আৱিষ্কাৰ কৰা এক অপত্য স্নেহ। মানুহৰ মন বিচিত্ৰ। পৃথিৱীৰ সকলো পাহৰি কৰ্তব্যত মগ্ন থৈ থকা কোন সুদূৰৰ এই বিদেশী তৰুণজনে কেনেকৈ হঠাতে নিজৰো অগোচৰত হৃদয়ত অনুভৱ কৰে এজনী কণমানি অচিনাকি ছোৱালীৰ মাতত আপোন কাৰোবাৰ মানৱীয় স্নেহৰ স্পৰ্শ! নিজে গম নোপোৱাকৈ ডেনিছে পম্পাৰ পবিত্ৰ দুচকুত আৱিষ্কাৰ



কৰিছে নেকি লণ্ডনৰ হৰ্হফেৰি ৰোডত জেৰিনৰ শৰীৰত কিমান বছৰ আগতে এৰি অহা কাৰোবাৰ স্বাক্ষৰ?

মি. হালদাৰ, ডেনিছ আৰু পম্পা হোটেলৰ বাহিৰত টেক্সিত উঠিল।

ক'লৈ যাব? —ডেনিছে সুধিলে।

মি. হালদাৰে কিবা এটা কোৱাৰ আগে আগে পম্পাই চিঞৰি উঠিল— নাৱত উঠিম। সেইফালে বহুত নাও আছে।

তুমি কেনেকৈ জানিলা?

ৰাতিপুৱা টেক্সিত আহিছিলো যে,— তেতিয়া দেখিছিলো। সমুদ্ৰৰ মাজত হ'লেও প'টব্লেয়াৰ বসতিপূৰ্ণ চহৰ। সুন্দৰ ৰাস্তা-ঘাট, ঘৰ-দুৱাৰ বিমানবন্দৰৰ ওচৰত সৰল গছেৰে এখন সুদৃশ্য হোটেল। বহু আইলেণ্ডত বিভিন্ন দেশী-বিদেশী টুৰিষ্টৰ ভিৰ।

মি. হালদাৰে ক'লে,— মিষ্টাৰ ডেনিছ, আপোনালোক, বৃটিছৰ কিছুমান গুণ মানিবই লাগিব।

কৌতুহলেৰে ডেনিছে সুধিলে— যেনে?

পৃথিৱীৰ দুৰ্গম ঠাইবোৰ আৱিষ্কাৰ কৰাত বোধকৰোঁ বৃটিছসকলৰ সমকক্ষ নাই।

গ্ৰীকসকল আৰু বেছি এড্‌ভেনচাৰাছ। ডেনিছে হাঁহিৰে ক'লে।

হ'ব পাৰে। এটা কথা মন কৰক; —এই দ্বীপপুঞ্জৰ কথাকে ধৰক। সাগৰৰ মাজৰ ক'ৰ জংঘলেৰে আবৰা দ্বীপ। কি প্ৰয়োজন বিপদৰ সন্মুখীন হৈ ইয়ালৈ আহিবলৈ? বৃটিছসকল নহা হ'লে কিজানি মাজ-সমুদ্ৰৰ এই দ্বীপপুঞ্জ এতিয়াও নৰখাদকৰ ৰাজ্য হৈয়েই থাকিলেহেঁতেন! নঙঠা জংঘলী মানুহে আজিও কিজানি অইন জন্তুৰ দৰেই ঘূৰি ফুৰিলেহেঁতেন! আপুনি নাবিক হ'লেও তেলৰ লগত সম্পৰ্ক থকা মানুহ। অসমৰ ঘন জংঘলৰ মাজত তেল আছিল, কোনে সেই তেল আৱিষ্কাৰ কৰিলে? অসমীয়া, ভাৰতীয়ই নহয়; সাত সাগৰ তেৰ নদী পাৰ হৈ অহা বৃটিছ চাহাবে।

নো নো, আপুনি ভুল কৰিছে মিষ্টাৰ হালদাৰ। অসমৰ জংঘলত তেল আৱিষ্কাৰ কৰিছে অসমীয়াই। কিন্তু দুৰ্ভাগ্যক্ৰমে সেই আৱিষ্কাৰকজন মানুহ নাছিল, আছিল এটা হাতী, এন এলিফেণ্ট। ড'ণ্ট মাইণ্ড, এতিয়ালৈকে জন্ম হোৱা ভাৰতীয় ভূতত্ত্ববিদসকলৰ ভিতৰত কাৰোবাক যদি শ্ৰেষ্ঠ বুলি পুৰস্কৃত কৰিব লগীয়া হয়, তেনেহ'লে নিঃসন্দেহে সেই পুৰস্কাৰ যাব সেই

গতীটোলৈ।

নিজৰ ৰসিকতাত ডেনিছে নিজেই হাঁহিলে। অলপ কথা পাতিয়েই ডেনিছে অনুমান কৰিলে মিষ্টাৰ হালদাৰ বেছ অভিজ্ঞতাপুষ্ট লোক; তেওঁ পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ ঘূৰিছে; মোটামুটিভাৱে পৃথিৱীৰ খবৰ ৰাখে। এনেকুৱা মানুহৰ লগত কথা পাতি বেচ আমোদ পোৱা যায়।

মিষ্টাৰ হালদাৰে কৈ গ'ল— অ'.এন.জি. চিয়েও ইয়াৰ সমুদ্ৰত তেলৰ অনুসন্ধান কৰাৰ কথা শুনিছিলো। বেছ কিছুদিন আগতে আন্তঃৰাষ্ট্ৰীয় বিজ্ঞানীৰ দল এটাই বহুদিন ধৰি ছাৰ্ভে চলাইছিল। ক'ৰবাত পঢ়া মনত পৰে,— তেওঁলোকে কৈছিল,— ইয়াৰ সাগৰৰ তলত সুউচ্চ পৰ্বত শিখৰেৰে আবৃত প্ৰায় ছশমাইল দীঘল আৰু পঁচিছ মাইল বহল এটা উপত্যকা আছে, ভাবিলে অবাক হ'ব নালাগে নে?

সাগৰৰ তলতো পাহাৰ থাকে নেকি? আচৰিত হৈ পম্পাই সুধিলে।

থাকে। সাগৰত থকা বহুত পাহাৰ ওপৰলৈ উঠি আহিছে, আৰু মাটিতে থকা বহুত পাহাৰ পানীত ডুব গৈছে।

এনেকুৱা অদ্ভুত ঘটনা কেনেকৈ ঘটিব পাৰে পম্পাই কল্পনা কৰিবলৈ চেষ্টা কৰিলে। ডেডিয়ে কৈছে যেতিয়া কথাটো নিশ্চয় সঁচা হ'ব। ডেডিয়েতো পৃথিৱীৰ চব কথা জানে।

ডেডি, প'ৰ্টব্লেয়াৰ মানে কি? হঠাতে ৰাস্তাৰ দাঁতিত ছাইনব'ৰ্ডৰ আখৰ কেইটা পঢ়ি পম্পাই সুধিলে।

প'ৰ্টব্লেয়াৰ এই চহৰখনৰ নাম।

নাম জানো। কিন্তু তাৰ মানে কি?

প'ৰ্ট মানেতো বন্দৰ, সেয়া জানাই। ব্লেয়াৰ আছিল এজন বৃটিছ চাহাবৰ নাম। প্ৰায় দুশ বছৰ আগতে তেওঁ জাহাজেৰে ইয়ালৈ আহিছিল।

আৰু তুমি যে কৈছিলা, ইয়াত বন-মানুহ থাকে, সিহঁতে ধনুকাঁড় মাৰে, জন্তু খায়! কিন্তু ইয়াত দেখোন চব আমাৰ নিচিনা মানুহ!

লাহে লাহে মানুহবিলাক সভ্য হ'ল এতিয়াও ভিতৰত জংঘলত তেনেকুৱা মানুহ আছে।

তুমি বন মানুহ দেখিছা নেকি?

মই দেখা নাই। তোমাৰ যে ককা আছিল,— ককাহঁত যেতিয়া সৰু আছিল, তেতিয়া বৃটিছ চাহাব এজনে জাহাজত তুলি ইয়াৰপৰা আঠজন



অৰণ্যৰ ভিতৰত থকা মানুহ কলিকতালৈ লৈ গৈছিল। সেই সময়ত কলিকতাত কি হুলস্থূল! দূৰ-দূৰণিৰপৰা হাজাৰ হাজাৰ মানুহে তেওঁলোকক চাবলৈ আহিছিল। তেওঁলোকৰ মাজত এজনী মাইকী মানুহো আছিল! তেওঁৰ নাম আছিল টপ্‌ছি। কলিকতাত তাইৰ অসুখ হৈছিল। তেতিয়া তাই বোলে কৈছিল,— বগা মানুহৰ কেঁচা মাংস খাবলৈ পালে তাইৰ অসুখ আপোনা-আপুনি ভাল হৈ যাব, অইন কোনো ঔষধ নালাগে।

চোলুংগা উপকূলৰপৰা মটৰ লাঞ্চত উঠি ডেনিছহঁতে কিছু সময়ৰ বাবে সমুদ্ৰৰ মাজৰপৰাই বিভিন্ন দ্বীপপুঞ্জ চালে, —বালিচৰ, ঘন সেউজীয়া জোপোহা, অথবা দীৰ্ঘকায় অৰ্চিন বৃক্ষ। কোনো কোনো দ্বীপৰ নিঃসংগতাই যে মনৰ ভিতৰত কি অদ্ভুত অনুভূতিৰ সৃষ্টি কৰে!

সেয়া ভাইপাৰ আইলেণ্ড। গাইড এজনে ক'লে।

ইয়াতেই চেলুলাৰ জেইল অৱস্থিত। ১৮৫৮ চনত চিপাহী বিদ্ৰোহৰ সময়ত ভাৰতীয় বিদ্ৰোহীক নিৰ্বাসন দিবলৈ বৃটিছে নিৰ্বাচন কৰিছিল এই দ্বীপ। ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়তো শ শ দেশপ্ৰেমিকক নিৰ্বাসন দিয়া হৈছিল এই দ্বীপত। স্বৰাজ্য নামৰ বাতৰি কাকতৰ সম্পাদক বাবু ৰাম হৰিয়ে এটা কবিতা লিখিছিল— হে প্ৰিয় মাতৃভূমি, তুমি আজি কিয় ক্ৰন্দনৰতা! — বচ্ তেওঁকো নিৰ্বাসন দিয়া হৈছিল এই কলীয়াপানীত। আৰু আহিছিল ঋষি অৰবিন্দৰ ভ্ৰাতৃ বাৰিন্দ্ৰ ঘোষ, বিনায়ক ছাভাৰকাৰ আৰু বহুতো। —আপোনালোক কোন হোটেলত আছেহি?

মি. হালদাৰৰ মুখলৈ চাই গাইডজনে সুধিলে।

হোটেল বে' আইলেণ্ডত।

তাত দেখিছে নহয়, হোটেলৰ বিয়েৰাৰৰ পোছাক জেলৰ কয়দীৰ নিচিনা। চিপাহী বিদ্ৰোহ আৰু স্বাধীনতা আন্দোলনৰ সময়ত নিৰ্বাসিত দেশপ্ৰেমিকসকলক সুঁৱৰি সেই পোছাকৰ ডিজাইন কৰা হৈছে। তেনেকুৱা পোছাক এসময়ত ছেলুলাৰ জেলৰ কয়দীক দিয়া হৈছিল।

দুঘণ্টাৰ ভিতৰত মটৰ লাঞ্চে সৰু-অসংখ্য দ্বীপৰ ওচৰেৰে ঘূৰিলে। অদ্ভুত সেই দ্বীপবোৰৰ নাম, — পংঘট , হাড্ডো, বাম্বুফ্লাট, জংলীঘাট—!

মটৰ লাঞ্চৰ সমুদ্ৰ ভ্ৰমণ মনোৰম হ'লেও, বেছ ক্লান্তিকৰ। প'ৰ্টব্লেয়াৰত বতৰৰ ঠিক নাই, হঠাতে যদি ৰ'দ, হঠাত বৰষুণ। দুঘণ্টাৰ ভিতৰতে ডেনিছহঁত দুবাৰ বৰষুণত তিতিল।

বা কি মজা!

বৰষুণত পম্পাই জপিয়াই উঠিছিল।

হোটেললৈ ঘূৰি আহি ডেনিছে বন্দৰ কর্তৃপক্ষৰ ওচৰত খবৰ কৰিলে— পেলিকান ৰিগৰ কিবা খবৰ আছে নেকি। কাইলৈ ৰাতিপুৱা প'ৰ্টব্লেয়াৰৰ ওচৰ পাবহি।

ডিনাৰৰ শেষত নিজৰ কোঠালৈ যোৱাৰ আগতে পম্পাই ক'লে— আংকল, কাইলৈ আমি মটৰ লাঞ্চেৰে বহুত দূৰলৈ যাম। তুমিও ওলাবা।

ৰাতিপুৱা জগাই দিবা?

ঠিক আছে।

এতিয়া শুভৰাত্রি।

শুভৰাত্রি।

পম্পাই জগাব লগীয়া নহ'ল, ডেনিছ নিজেই উঠিল। কর্তব্যৰ তাগিদাত নিশাৰ নিদ্রাক বিসর্জন দিয়াৰ অভ্যাস ডেনিছৰ আছে।

শেষৰাতি টোপনিৰপৰা উঠি ডেনিছ সমুদ্রৰ ফালে মুখ কৰি থকা হোটেলৰ খিৰিকি এখন খুলি দিলে।

তেতিয়াও আকাশত নক্ষত্র-জ্যোৎস্না, আকাশ মেঘহীন। সাগৰৰ বুকু চুই অহা প্রবল বতাহে হঠাতে সমগ্র শৰীৰ কঁপাই দিব খোজে।

শক্তিশালী দূৰবীণটো ডেনিছে দুচকুৰ সন্মুখত ৰাখিলে। শেষ ৰাতিৰ পোহৰত লেন্সৰ মাজেৰে নীলৱৰ্ত্তী সমুদ্র পৃষ্ঠত ৰিণিকি ৰিণিকি দৃষ্টিগোচৰ হ'ল ৰিগ পেলিকান।

এক প্রকাণ্ড জাহাজৰ বোকোচাত উঠি আন এটা প্রকাণ্ড ৰিগ, সমুদ্রৰ মাজেৰে ধীৰে ধীৰে দিনৰ পিছত দিন ধৰি আহি আছে—উৰিষ্যাৰ উপকূলৱৰ্তী পাৰাদ্বীপ বন্দৰৰ কাষত খনিজ তেলৰ সন্ধানত।

ডেনিছৰ চকুত পৰিছে ক্রমশঃ কাষ চাপি অহা ৰিগৰ সুউচ্চ ডেৰিক, ওপৰলৈ উঠাই ৰখা তিনিটা লেগ, আলোকিত কৰি ৰখা হৈছে অসংখ্য বিজুলী চাকিৰে,— যেন প্রগাঢ় নীল সমুদ্রৰ মাজত এক ভ্ৰাম্যমান আলোকৰ মালা।

মাটিৰ স্পর্শ এৰি কর্তব্যৰ তাগিদাত এইবাৰ ডেনিছ যাবলৈ সাজু হ'ব লাগিব সাগৰৰ মাজলৈ। কর্তব্যতকৈ পৃথিৱীৰ কোনো আৰ্কষণ ডাঙৰ হ'ব নোৱাৰে। ডেনিছে তাকে বিশ্বাস কৰে।



নহ'লে, কিহৰ তাড়নাত তেওঁ ঠিকনাবিহীন যাত্রীৰ দৰে দেশে-বিদেশে এই দৰে ঘূৰি ফুৰিছে? কর্তব্যৰ সময়ত; সকলো পাহৰি তেওঁ মগ্ন হৈ আছে সমুদ্রৰ মাজত; আৰু যেতিয়াই ছুটিৰ সময়ছোৱাত-মাটিলৈ আহিছে, পাৰ কৰি দিছে নাৰী আৰু পানীয়ৰ মাজত এক উচ্ছৃংখল জীৱন। বিমানত উঠি উদ্দেশ্যবিহীন যাত্রীৰ দৰে ঘূৰি ফুৰিছে পৃথিৱীৰ ইমূৰৰপৰা সিমূৰলৈ; পানীৰ দৰে বোৱাই দিছে কষ্টোপাৰ্জিত ধন।

বহুদিন এনেকুৱা বিক্ষিপ্ত চিন্তা ডেনিছৰ মনলৈ অহা নাছিল। মনৰ চিন্তাক কবৰ দি পৃথিৱীৰ বহু মানুহ জীয়াই থাকে। ডেনিছে চিন্তালৈ ভয় নকৰে, কিন্তু চিন্তাৰপৰা আঁতৰি থাকিব খোজে। মানুহৰ মন কি যে আশ্চর্যকৰ! কেতিয়াবা নিজৰপৰা পলায়নেই মানুহক জীয়াই থকাৰ প্রেৰণা দিয়ে।

ধীৰে ধীৰে দেখা গ'ল পূবৰ আকাশত ৰঙীণ আভা; সাগৰৰ নীলিমাত প্রভাতী আলোকৰ মেলা। বিশাল জলৰাশি নিস্তৰংগ। হোটেলৰ বন্ধ কোঠাবোৰত এতিয়া ডেনিছৰ বাহিৰে হয়তো সকলো নিদ্রামগ্ন। কৰিড'ৰৰ শেষৰ কোঠাত আছে মি. হালদাৰ আৰু পম্পা। ডেনিছৰ এতিয়াহে হঠাতে মনত পৰিল— পম্পাৰ লগত পম্পাৰ মাক অহা নাই।

সৰু টিলাৰ নামনিত নির্মিত এই হোটেল বে' আইলেণ্ড চুই গৈছে গাঢ় নীল সমুদ্রৰ ঢৌৰে; লাউঞ্জৰ তলত ঢৌ খেলে সাগৰে।

দূৰবীণেৰে এইবাৰ ডেনিছে এনেয়ে দৃষ্টি নিক্ষেপ কৰিলে সমুদ্র পৃষ্ঠৰ ওপৰেৰে;— লেন্সৰ মাজেৰে দৃশ্যমান দিগন্তৰ ধূসৰ আকাশ; আকাশে সেই ফালে ক'ৰবাত সমুদ্র স্পর্শ কৰিছে।

ডেনিছৰ ওঁঠত এটা হাঁহি খেলি গ'ল, যি হাঁহিৰ অৰ্থ ডেনিছৰ বাহিৰে পৃথিৱীৰ কোনেও নাজানে।

.... লেন্সত ধীৰে ধীৰে ভাঁহি উঠিছে লণ্ডনৰ হৰ্ছফেৰি ৰোডৰ ব্যস্ত প্রভাত, দুমহলীয়া ঘৰৰ ওপৰৰ ফ্লেটত জেৰিন শুই আছে। .... পাতল নাইট গাউনৰ স্বচ্ছতা ভেদি জেৰিনৰ চিনাকি শৰীৰ; উন্মুক্ত মসৃণ মাখন-কোমল ভৰি; ওচৰত ডেনিছৰ প্রতিবেশী.... আৰু প্রকাণ্ড টেডি বিয়েৰ বুকুত সাৱটি লৈ এজনী ৰঙচুৱা ছোৱালী নিদ্রামগ্ন, অবিন্যস্ত তাইৰ পাতল সোণালী চুলি; পাঁচ নে ছবছৰ বয়স কিজানি; .... কি আশ্চর্য পবিত্র সেই মুখ; .... বিয়াৰ চাৰি মাহ পিছত কণ্ঠলগ্না সেই জেৰিনৰ শৰীৰত কিজানি ডেনিছে এৰি আহিছিল এই স্বাক্ষৰ.....

চকু দুটা মুদি দিলে ডেনিছে।

হঠাতে—

গুড মৰ্নিং আংকল।

চমকি উঠিল ডেনিছ।

পম্পা। খিৰিকিৰ বাহিৰত থিয় হৈ আছে।

একেই অবিন্যস্ত চুলি, শুই উঠা মুখত একেই পবিত্ৰতা। তাইৰ কণমানি হাতত পেষ্ট লগোৱা টুথব্ৰাছ।

গুড মৰ্নিং, মাই লিটিল লেডি।

চকুৰপৰা দূৰবীণটো নমাই ডেনিছে ক'লে।

কি চাইছা তুমি, ময়ো চাম—

মুখেৰে একো নোকোৱাকৈ, ডেনিছে তাইৰ দুচকুৰ সম্মুখত দূৰবীণটো ধৰিলে— দেখিছা?

ওহোঁ।

এইবাৰ?— লেন্স এডজাষ্ট কৰি ডেনিছে সুধিলে।

বাঃ! দেখিছোঁ! কি প্ৰকাণ্ড জাহাজ, লাইট জ্বলি আছে। মই যে ইমান ডাঙৰ জাহাজত কেতিয়াও উঠা নাই। তুমি উঠিছা?

ডেনিছৰ ওঁঠৰ ওপৰেৰে পাতল হাঁহি বাগৰি গ'ল। এইজনী ছোৱালীয়ে কেনেকৈ জানিব— ডেনিছৰ নিচিনা মানুহৰ বাবে জাহাজেই ঘৰ আৰু সাগৰেই পৃথিবী!

আৰু দেৰি কৰাৰ সময় নাই ডেনিছৰ। চুক্তিবদ্ধ এই চাকৰি! সকলো এৰি চাকৰিৰ তাগিদাত তেওঁ এইবাৰ উপকূল এৰি আকৌ গুচি যাব লাগিব মাজ সমুদ্ৰত ওপঙি থকা পেলিকান ৰিগলৈ। ৰিগ যদি আৰু অন্ততঃ এদিন দেৰীকৈ আহিলহেঁতেন!

আন্দামান-নিকোবৰৰ দ্বীপসমূহলৈ ডেনিছৰ আজি যোৱা কথা আছিল মটৰ লঞ্চেৰে। কোনোদিনে অনুভৱ নকৰা শূন্যতাই মুহূৰ্তৰ বাবে ডেনিছক চুই গ'ল। ডেনিছে সেই স্পৰ্শক পাত্তা দিব নুখজিলে।

ৰিগ পৰিবহনৰ নিচিনা এই জটিল কামত ডেনিছ বিশেষজ্ঞ। ডেনিছৰ নিচিনা লোকৰ বাবে পৃথিৱীত চাকৰিৰ অভাৱ নাই। ইচ্ছা কৰিলে এই চুক্তি ভংগ কৰি তেওঁ অইন ক'ৰবালৈ গুচি যাব পাৰে। সমুদ্ৰগৰ্ভৰ তেল-অনুসন্ধানৰ কাম কোটি কোটি ডলাৰৰ জুৱা খেল আৰু ডেনিছ এক



প্ৰমাণিত জুৱাৰী। মন গ'লে ডেনিছে সমগ্ৰ পৃথিৱীৰপৰা প্ৰায় বিচ্ছিন্ন এই দ্বীপৰ হোটেলত বহি বহিয়েই এক ডজন চাকৰি যোগাৰ কৰিব পাৰে।

ইচ্ছা কৰিলে ডেনিছে পম্পাহঁতৰ লগত মটৰ লাঞ্চত এটা দিন পাৰ কৰি দিব পাৰে অথবা এই হোটেলৰ বেলকনিত বহি সম্মুখত বিয়েৰৰ গিলাচ লৈও পাৰ কৰি দিব পাৰে অলপ সময়।

ডেনিচে জানে তেওঁ এইবোৰৰ একোৱেই নকৰে। কৰ্তব্যৰ বাবে তেওঁ চুক্তিবদ্ধ, আৰু চুক্তিক তেওঁ সন্মান কৰে।

জেৰিনতো চুক্তিবদ্ধ আছিল! ডেনিছৰ লগত, লণ্ডনৰ গীৰ্জাত যীশুক সাক্ষী কৰি জেৰিনে হাত থৈছিল ডেনিছৰ হাতত। জেৰিনেতো সেই চুক্তি নাৰাখিলে—!

ডেনিছে আৰু দেৰি নকৰিলে। হাতত সোণালী ব্ৰিফকেছ লৈ ডেনিছ কোঠাৰপৰা ওলাল। হোটেলৰ অতিথিসকল এতিয়াও নিদ্ৰামগ্ন। কয়দীৰ পোছাক পিন্ধা বেল-বয়ে হাতত বেডটিৰ ট্ৰে লৈ দুৱাৰে দুৱাৰে নক্ কৰিছে।

দ্ৰুতগতিৰে মনৰ ভিতৰতে ডেনিছে পৰিকল্পনা কৰিলে— প্ৰথমতে প'ৰ্টব্লেয়াৰ বন্দৰৰপৰা অনাতাঁৰৰ সংযোগ স্থাপন কৰিব লাগিব পেলিকান ৰিগৰ লগত। বতৰ এতিয়া মেঘমুক্ত নহয় যদিও সমুদ্ৰ নিস্তৰংগ। ভিক্টৰ আৰু ছিগল এতিয়াও পাৰাদ্বীপৰপৰা আহি পোৱা নাই, হয়তো ৰিগৰপৰা সংযোগ স্থাপন কৰিব পৰা যাব। তাৰ আগতে ভাৰতীয় নৌ-বাহিনীৰ উপকূল ৰক্ষী সৰু জাহাজেৰে ডেনিছ ৰিগলৈ যাব।

আংকল!

ছিৰিৰে নামি আহিবৰ সময়ত ডেনিছে শুনিলে সেই মাত।

পম্পা!

অভদ্ৰামি কৰিছে ডেনিছে। অন্ততঃ মি. হালদাৰ আৰু পম্পাক যোৱাৰ সময়ত এবাৰ মাত দি যোৱাৰ সাধাৰণ সৌজন্যৰ কথা ডেনিচে পাহৰা উচিত নাছিল।

তোমাৰ ডেডি ক'ত আছে? ঘূৰি আহি ডেনিছে সুধিলে।

বাথৰুমত। তুমি ক'লৈ যোৱা? আমি যে একেলগে মটৰ-লাঞ্চত যোৱাৰ কথা আছিল?

ডেনিচে হাতৰ ঘড়ীলৈ চালে; নাই, তেওঁ আৰু পলম কৰিব নোৱাৰে!

পম্পা, আকৌ কেতিয়াবা। বাই, বাই........

তুমি কেতিয়া আহিবা?’

একো নকলে ডেনিছে। পম্পাৰ অবিন্যাস্ত চুলিত গভীৰ মমতাৰে হাতফুৰাই দি ডেনিছ দ্ৰুতগতিৰে ৰৈ থকা টেক্সিৰ ওচৰ পালেহি।

কিজানি এতিয়া বৰষুণ দিব।

চলমান গাড়ীৰপৰা ডেনিছে দেখা পালে হোটেলৰ চিৰিত থিয় লৈ এজনী কণমানি ছোৱালীয়ে এতিয়াও কণমানি হাত এখন জোকাৰি আছে।

গাড়ীৰ গ্লাছখন নমাই ডেনিছেও হাত এখন বাহিৰলৈ উলিয়াই দিলে। ৰাতিপুৱাৰ আকাশৰপৰা সৰি পৰা কেইটামান বৰষুণৰ টোপালে ডেনিছৰ নিচিনা এই আপাত-নিৰ্দয় মানুহজনৰ হৃদয়ৰ গভীৰতো গোট মাৰি আছে। সেই কথা পৃথিৱীৰ কোনেও নাজানে।

ডেনিছে জানে। □

## সোঁতৰ

## মানুহৰ শৰীৰো এক নিৰ্মল আনন্দৰ উৎস

অপসৃয়মান জাহাজৰ ডেকত থিয় লৈ ৰঙীণ জাণ্ডিয়া পিন্ধা নাবিক কেইজনে এতিয়াও অৰুণাভহঁতৰ ফালে চাই এনেয়ে হাত জোকাৰি আছে। মাটিৰ স্পৰ্শ এৰি ঠিকনাবিহীন সমুদ্ৰৰ বুকুলৈ যাওঁতে নাবিকসকলৰ মনবোৰ কেনেকুৱা হয়— সেই কথা অৰুণাভে এতিয়াও অনুমান কৰিব নোৱাৰে।

কৃত্ৰিমভাৱে সৃষ্টি কৰা সৰু লেগুনেৰে ধীৰে ধীৰে ভিক্টৰ আৰু ছিগল নামৰ জাহাজ দুখন পাৰাদ্বীপ বন্দৰৰপৰা ওলাই মূল সাগৰৰ মাজেৰে ৰাওনা হ'ল আন্দামান অভিমুখে। প'ৰ্টব্লেয়াৰ বন্দৰত হয়তো ডেনিছে উৎকণ্ঠাৰে অপেক্ষা কৰি আছে এই দুই জাহাজৰ বাবে!

এই জাহাজ ঘূৰি অহাৰ পিছতেই মেহৰা চাহাবে কোৱাৰ দৰে আৰম্ভ হ'ব সমুদ্ৰগৰ্ভত লুকাই থকা ৰহস্যৰ বিৰুদ্ধে মানুহৰ সংগ্ৰাম। অৰুণাভে মনতে ভাবিলে।

চাই থাকোঁতে থাকোঁতে দিগন্তৰ ওচৰত দুটা ক'লা বিন্দুৰ দৰে দুয়োখন জাহাজ অদৃশ্যমান;— ভাব হয় যেন কেইজনমান অচিনাকি বিদেশী নাবিকক



লৈ চিৰকালৰ বাবে অজান সমুদ্ৰত নিৰুদ্দেশ হৈ গ'ল দুখন জাহাজ। আন্দামানৰ উপকূল দৃষ্টিগোচৰ নোহোৱালৈকে সেই কেইজন নাবিকে চৌদিশে দেখিব মাথোঁ উত্তাল সমুদ্ৰ, মাজে মাজে পাছে পাছে নিঃসংগ সংগীৰ দৰে দৃষ্টিগোচৰ হ'ব সাগৰীয় চৰাই। এনেকুৱা সাগৰীয় চৰাইৰ কথা অৰুণাভে ক'ৰবাত কিতাপত পঢ়িছিল। হঠাতে অৰুণাভৰ এনেকুৱা লাগিল— এই চিনাকি পৃথিৱী এৰি কোনো এক অজান দেশলৈ যেন সেই জাহাজৰ ডেকত উঠি অৰুণাভ নিজেই গৈ আছে। এক বিচিত্ৰ, নতুন অভিজ্ঞতাৰ সৈতে মুখামুখি হোৱাৰ সম্ভাৱনাই অৰুণাভক মুহূৰ্তৰ বাবে ৰোমাঞ্চিত কৰি তুলিলে।

— চৌধুৰী, বলক, যোৱা যাওক।

—ক'লৈ?

নীৰেন দত্তৰ উপস্থিতি অৰুণাভে এতিয়াহে অনুমান কৰিলে। দত্তই ক'লে?

—এতিয়াতো আৰু একো কাম নাই। অন্ততঃ ৰিগ আহি নাপায় মানে অলপ শান্তি। বলক, ঘৰলৈ গৈ ব্ৰেকফাষ্ট কৰা যাওক।

ৰাতিপুৱা একো নোখোৱাকৈয়ে অৰুণাভহঁত আজি বাৰ্থলৈ দৌৰিছে। শেষ ৰাতি চাৰি বজাত ভুবনেশ্বৰৰপৰা মেহৰা চাহাবে অনাতাঁৰত মেছেজ পঠিয়াইছে,— যিমান সোনকালে পৰা যায় দুয়োখন জাহাজ খালী কৰি পাৰাদ্বীপৰপৰা আন্দামানলৈ পঠিয়াব লাগে, ৰিগ আজি আহি প'ৰ্টব্লেয়াৰ পোৱাৰ কথা।

ৰাতিপুৱা মেছেজ পাই নীৰেন দত্ত বিৰক্ত হৈছিল— দিন নাই, ৰাতি নাই, খালী মেছেজ। চাকৰি কৰিলে মানুহে আৰু অকণমান শুবও নোৱাৰিব নেকি?

অৰুণাভ বিৰক্ত নহ'ল।

মেহৰা চাহাবে হয়তো শেষ ৰাতি টোপনিৰপৰা উঠি অফিচ পাইছেহি। আজিৰ যুগত কৰ্তব্যৰ প্ৰতি এই নিষ্ঠা অপ্ৰত্যাশিত। এনেকুৱা কৰ্তব্যনিষ্ঠাই অৰুণাভক মুগ্ধ কৰে। কিহৰ তাড়নাত যে মানুহজনে এই বয়সতো এইদৰে কৰ্তব্যত মগ্ন হৈ থাকে সেই কথা অৰুণাভে এতিয়াও অনুমান কৰিব নোৱাৰিলে। মেহৰা চাহাবৰ দৰে সুদীৰ্ঘ দিন এইদৰে চাকৰি কৰা অকলশৰীয়া মানুহে ইচ্ছা কৰিলে চাকৰি ৰিজাইন দি ৰজাৰ দৰে জীৱনৰ বাকী কেইটা দিন আৰামত কটাই দিব পাৰে। অৰুণাভৰ অনুমান হয় মেহৰা চাহাবৰ জীৱনৰ ক'ৰবাত কিবা এক ৰহস্যঘন কাহিনী লুকাই আছে।

শিলৰ প্ৰাচীৰেৰে আবৃত বন্দৰৰপৰা ওলাই অহাৰ পিছতে সোঁফালে সমুদ্ৰ; প্ৰকাণ্ড পাথৰেৰে বান্ধি দিয়া পাৰত আহি সমুদ্ৰৰ ঢৌৱে বাৰে বাৰে ঠেকা খাই সৃষ্টি কৰিছে ছন্দময় গভীৰ গৰ্জন। ৰাস্তাৰ দাঁতিৰপৰা সাগৰৰ পাৰলৈ পাতল ঝাউবন। তাতে দুই এটা সৰু সৰু অস্থায়ী জুপুৰি; হয়তো সমুদ্ৰৰ পাৰত বালি আৰু শিলেৰে স্পাৰ বন্ধা বনুৱাসকলে তাতে বাস কৰে পৰিয়াল লৈ। কালিও অৰুণাভে লক্ষ্য কৰিছে এইখিনি পথ অতিক্ৰম কৰাৰ সময়তে কিবা যেন অদ্ভুত কাৰণত নাৰায়ণৰ গাড়ীৰ বেগ গম নোপোৱাকৈয়ে মন্থৰ হ'ব খুজিছিল। আজিও অৰুণাভৰ একেই অনুমান হ'ল। অৰুণাভে নাৰায়ণৰ মুখলৈ চালে। নাৰায়ণে একো কাৰণ নোহোৱাকৈয়ে হঠাতে একোবাৰ ঝাউবনৰ মাজৰ জুপুৰিৰ ওপৰেৰে দৃষ্টি বগৰাই দিছে। দৃষ্টি অনুসৰণ কৰি অৰুণাভৰ চকুত পৰিল— মূৰত বালিৰ টুকুৰি লৈ কেইজনীমান আদিবাসী নাৰী, দুজন আদিবাসী যুৱকে কোৰেৰে টুকুৰিত বালি ভৰাই আছে।

কিয় জানো একো নোসোধাকৈয়ে নাৰায়ণে ক'লে,— এইচব উৰিষ্যাৰ আদিবাসী, দিনটো কাম কৰিব আৰু ৰাতি হ'লে মহুৱা খাব।

—তুমিও মহুৱা খোৱা নেকি? অৰুণাভে নাৰায়ণক এনেয়ে সুধিলে।

সলজ্জ হাঁহি এটা মাৰি নাৰায়ণে ক'লে নাই ছাৰ, কেতিয়াবা এনেয়ে।

—টেষ্ট ভাল নে?

—আপোনালোকে ভাল নাপাব ছাৰ। গোন্ধ এটা আছে। নাকত ধৰে। কিন্তু বেছ কাঢ়া।

নাৰায়ণৰ অত্যধিক উৎসাহ দেখি অৰুণাভে আৰু বেছি প্ৰশ্ন নকৰিলে।

দুজনী আদিবাসী ছোৱালীয়ে গাড়ী চলাই যোৱা নাৰায়ণক দেখি দূৰৈৰ পৰাই এক সন্ত্ৰম মিহলি খোলা হাঁহি মাৰিলে। নাৰায়ণৰ হয়তো ইহঁতৰ লগত বেছ পৰিচয় আছে; হয়তো ৰাতি ইয়াতেই ইহঁতৰ লগত একেলগে নাৰায়ণে মহুৱাৰ ৰস পান কৰে।

শিলত খোদাই কৰা মসৃণ মূৰ্তিৰ দৰে, সবল-সুঠাম পুৰুষ দুজনৰ কৃষ্ণকায় ঘৰ্মাক্ত শৰীৰ ৰাতিপুৱাৰ ৰ'দত জলমলাই আছে।

মূৰত মাটিভৰা টুকুৰি লৈ, ছন্দময় গতিৰে ৰাস্তাৰ ওচৰলৈ মাটি কাঢ়িয়াই অনা আদিবাসী তৰুণীৰ শৰীৰত মাথোঁ একোখন বস্ত্ৰ; মসৃণ পাথৰৰ দৰে সেই যৌৱনোদ্ধত শৰীৰ; নিঃসংকোচ, অনম্ৰ বক্ষ প্ৰতিটো পদক্ষেপত



আন্দোলিত।

অৰুণাভৰ হঠাতে অনুভৱ হ'ল মুখেৰে কোনেও স্বীকাৰ নকৰিলেও, প্ৰতিজনে এইটো মুহূৰ্তত, নীৰেন দত্ত, ড্ৰাইভাৰ নাৰায়ণ আৰু অৰুণাভে নিজে দৃষ্টি নিবদ্ধ কৰি আছে সংগোপনে সেই অৰ্ধ উন্মুক্ত, আন্দোলিত বক্ষৰ ওপৰত। অৰুণাভৰ হাঁহি উঠি গ'ল।

কৈশোৰত এইদৰে অৰুণাভহঁতে নৈ বা পুখুৰীৰ পাৰত গা-ধোৱা গাঁৱলীয়া ছোৱালীৰ সিক্ত বসন ভেদি উদ্ভাসিত বুকু ব' লাগি চাইছিল।

অৰুণাভে দত্তক ক'লে,—আপুনি উজনি অসমলৈ গৈছে নহয়? উৰিষ্যাৰ পৰা যোৱা বহুতো আদিবাসী চাহ বাগানত দেখিব। একেই অৱস্থা। জেনেৰেচনৰ পাছত জেনেৰেচন অসমত আছে পূৰা অসমীয়া হৈ গ'ল। এতিয়া উৰিয়া বুলি ধৰিব নোৱাৰি।

দত্তই ক'লে— মানুহৰ আচলতে উৰিয়া-অসমীয়া নাথাকে। পেটৰ তাগিদাই যাৰ জীৱনৰ প্ৰতিটো মুহূৰ্ত নিয়ন্ত্ৰণ কৰে, তাৰ বাবে জাতি-ফাতি এইচব মিছা কথা।

আচৰিত হৈ অৰুণাভে নীৰেন দত্তৰ মুখলৈ চালে। নীৰেন দত্তক দেখিলে অনুমান কৰিব নোৱাৰি মানুহজনে এনেকুৱা ধৰণৰ কিবা চিন্তা কৰে বুলি।

অৰুণাভৰ কিয় জানো মনলৈ এটা ভাব আহিল,— কেতিয়াবা পৃথিৱীলৈ এনেকুৱা এটা দিন আহিব নে যেতিয়া মানুহৰ পৰিচয় অকল মানুহেই হ'ব? এনেকুৱা কথা চিন্তা কৰা মানুহক আগতে দাৰ্শনিক বুলি কোৱা হৈছিল; আজিকালি পোনে পোনে বলিয়া অথবা মতলবী বুলি কোৱা হয়।

সমুদ্ৰ উপকূলবৰ্তী বিল্ডিঙৰ সম্মুখত গাড়ী ৰাখিলে নাৰায়ণে। বিল্ডিঙৰ বাকী কেইটা ফ্লেটৰ মানুহ কেইজনৰ লগত অৰুণাভৰ এতিয়াও চিনাকি হোৱা নাই। নীৰেন দত্তই হয়তো কেইজনমানক চিনি পাব পাৰে। বেলকনিত, কোনোবা কোনোবা ফ্লেটত অৰুণাভে কালি মন কৰিছে ৰ'দত শুকাবলৈ মেলি দিয়া ৰঙীণ শাৰী, তিতা ব্লাউজেৰে ঢাকি ৰখা ব্ৰেছিয়াৰ, ছাৰ্ট পেন্ট আৰু বিভিন্ন ডিজাইনৰ ফ্ৰক।

গাড়ীৰপৰা নামি ওপৰলৈ চোৱাৰ সময়ত অৰুণাভে দেখিলে,—তিনি নম্বৰ ফ্লেটৰ বেলকনিত থিয় হৈ দুজনী ছোৱালীয়ে তললৈ চাই আছে; অৰুণাভহঁতৰ চকুৰে চকু পৰাত ফিচিককৈ হাঁহি মাৰি সিহঁত ভিতৰলৈ সোমাই গ'ল।

তাত প'ৰ্টৰ অফিচাৰ এজন থাকে। মিষ্টাৰ মহাপাত্ৰ।

নীৰেন দত্তই ক'লে।

তেখেতৰ ছোৱালী নেকি?

এজনী তেখেতৰ; আৰু যে অলপ শকতকৈ বাওঁফালে থিয় হৈ আছিল, সেই জনী দাসৰ। কেপ্টেইন দাসৰ। বেলেগ ছোৱালী। দুদিন থাকক, গম পাই যাব।

কিয়, আপোনাক জ্বালাতন কৰিছে নেকি? সিহঁতৰ নো কি দোষ? সিহঁতেনো কেনেকৈ জানিব— দুদিন পিছতে আপুনি বিয়া কৰাবলৈ যাব বুলি?

চিৰিৰে ওপৰলৈ উঠি যাওঁতে তিনি নম্বৰ ফ্ল'ৰৰ ওচৰত অৰুণাভহঁতে কাৰোবাৰ খিক-খিক হাঁহিৰ শব্দ শুনিলে। অনুমান কৰিবলৈ অৰুণাভহঁতৰ কিঞ্চিতো অসুবিধা নহ'ল— এই হাঁহিৰ উৎস কোন হ'ব পাৰে! যি হওক, অৰুণাভৰ ভালেই লাগিছে। অন্ততঃ মন গ'লে ইয়াৰ কৈশোৰ এৰি যৌৱনত ভৰি দিয়া ছোৱালীয়েও সশব্দে হাঁহিব পাৰে। আজিকালিৰ গাভৰুৱে এই হাঁহি নাহাঁহে।

কালিও এই দুজনী ছোৱালী সমুদ্ৰৰ বালিচৰৰ ওচৰত অৰুণাভৰ চকুত পৰিছিল। সেই সময়ত নীৰেন দত্তই হয়তো মন কৰা নাছিল। প্ৰথম দৃষ্টিতে অৰুণাভৰ অনুভৱ হৈছিল শকত ছোৱালীজনীৰ সৰ্বাংগত কিবা এক অদ্ভুত আবেদন আছে। কোনো কোনো ছোৱালীয়ে হৃদয়ত প্ৰেমৰ উদ্ৰেক নকৰাকৈয়ে কামনাৰ উদ্ৰেক কৰে। প্ৰেমহীন কামনা পাপ নেকি অৰুণাভে নাজানে। যদিহে পাপ, তেনেহলে পৃথিৱীৰ প্ৰতিজন মানুহ হয়তো জীৱনৰ কোনো কোনো মুহূৰ্তত প্ৰকাশ্যে অথবা গোপনে, শাৰীৰিকভাৱে অথবা হৃদয়ৰ গভীৰত পাপী। যি মানৱীয়, সেয়া কেনেকৈ পাপ হব পাৰে?

দুপৰীয়া অৰুণাভহঁত অফিচলৈ নগ'ল!

ৰেডিঅ' অপাৰেটৰ মহান্তিক নীৰেন দত্তই ঘৰৰপৰাই ফোন কৰি ক'লে, —মহান্তি, আমি ঘৰতে আছোঁ, কিবা প্ৰয়োজন হ'লে বা ভুবনেশ্বৰৰপৰা বিচাৰিলে ফোন কৰি জনাব।

সুকান্ত নামৰ লাজকুৰীয়া ৰান্ধনি ল'ৰাটোক অৰুণাভে সুধিলে, এনেয়ে,— কি আছে খাবলৈ?

কথাষাৰ বুজি পাওঁতেই তাৰ কেইটামান মুহূৰ্ত লাগিল। তাৰ পিছত



সি তলমুৰকৈ ক'লে— মাছ আছে ছাৰ।

কি মাছ?

পামফ্লেট।

সাগৰৰ?

হয় ছাৰ।

সাগৰৰ মাছৰ সোৱাদ থাকে নে?

পুখুৰীৰ মাছৰ সোৱাদ বেছি।

সুকান্তই ভালেই ৰান্ধিছে। ৰন্ধাবঢ়াত উৰিয়া মানুহৰ এতিয়াও নাম আছে। ডাইনিং টেবুলত বহি অৰুণাভে মনে মনে এনেয়ে হিচাপ কৰি চালে— যোৱা কিমান বছৰ ধৰি এইদৰে ৰান্ধনি ল'ৰাৰ হাতৰ খানা খাই আছে। জীৱনৰ সৰু সৰু কথা, সৰু সৰু হিচাপে কেতিয়াবা মানুহক অবাক কৰি দিয়ে।

অভ্যাসৰ ব্যতিক্ৰম অস্বস্তিকৰ; সেইকাৰণেই কিজানি কাৰোবাৰ ঘৰত খাবলৈ হ'লে অৰুণাভে বৰ অস্বস্তি অনুভৱ কৰে;— আনকি অৰুনিমা বাইদেউৰ ঘৰত খাবলৈ হ'লেও! খোৱাৰ প্ৰতি অৰুণাভৰ লোভ নাই; কিন্তু এই জীৱনৰ প্ৰতি, এই পৃথিৱী,আকাশ, বতাহ, সকলোকে নিবিড়ভাৱে স্পৰ্শ কৰাৰ, ওচৰৰপৰা আৰু বেছি অনুভৱ কৰাৰ উদগ্ৰ লোভ অৰুণাভৰ আছে। পৃথিৱীৰ যিখিনি সুন্দৰ, তাৰ প্ৰতি কোনো কোনো নাৰীয়ে মানুহক লালায়িত কৰে। অৰুণিমা বাইদেউ অৰুণাভৰ বাবে ঠিক তেনে এক নাৰী যাৰ মৌন চাৱনিয়েও হৃদয়ৰ ভিতৰৰ এখন ৰহস্যময় দুৱাৰৰ কপাট খুলি দি অৰুণাভক ধীৰে ধীৰে লৈ যায় এক সুঘ্ৰাণেৰে ভৰা অনুভূতিৰ পৃথিৱীলৈ। অৰুণাভ লোভী, সেই উপলব্ধিৰ বাবে।

প্ৰতুল দা ৰ'টেশ্যনত ভুবনেশ্বৰলৈ অহাৰ কথা আছে। অৰুণিমা বাইদেউ আহিবও পাৰে। নাহিবও পৰে। যদি আহে! অৰুণিমা বাইদেউৰ ওচৰলৈ যাবলৈও অৰুণাভৰ ভয় লাগে। মানুহে জীৱনত তেতিয়াই ভুল কৰে, যেতিয়া পাহৰি যায় কিমানখিনি আগুৱাই গ'লে আৰু ওভতাৰ পথ নাথাকে।

অৰুণাভৰ এটা ভুলে অৰুণিমা বাইদেউৰ আবেলিৰ স্নিগ্ধতাৰে ভৰা মুখত সন্ধিয়াৰ বিষণ্ন ছায়া নমাই আনক, সেয়া অৰুণাভে জীৱনৰ দুৰ্বলতম মুহূৰ্ততো কামনা নকৰে। অৰুণাভে মনে মনে ভাবিলে, —প্ৰতুলদাহঁতলৈ আজি চিঠি এখন লিখিব; কলমৰ আগেৰে যিদৰে ওলায় ঠিক সেইদৰেই লিখিব।

অনুভূতিৰ প্ৰকাশে শৰীৰত কলংক সানিব পাৰে, পাপ নাসানে; আৰু কোনো কলংকলৈ অৰুণাভে ভয় নকৰে, য'ত হৃদয়ৰ সন্মতি থাকে।

দুপৰীয়া শোৱাৰ অভ্যাস অৰুণাভৰ নাই।

বেলকনিত বহি অৰুণাভে চিগাৰেট এটা জ্বলাই ল'লে।

সন্মুখত সমুদ্ৰৰ সশব্দ তৰংগই দুপৰৰ ৰ'দৰ সৈতে কথা পাতি আছে। কালি কোনোবাই কৈছে— উপকূলৰ কাষত কেতিয়াবা এইখিনিত ডলফিন দেখা যায়। আধাঘণ্টা বহাৰ পিছতো অৰুণাভে নেদেখিলে। বন্দৰৰপৰা কিছু দূৰৈত মাজ সমুদ্ৰত মাথোঁ দুখন জাহাজে লংগৰ পেলাই বাৰ্থৰ বাবে অপেক্ষা কৰি আছে, কোন দেশৰ নাবিক বা তাত আছে!

স্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত অৰুণাভে মেৰাইন ইঞ্জিনিয়াৰিং পঢ়াৰ কথা ভাবিছিল।

জাহাজৰ কেপ্টেইন হৈ সাগৰ-মহাসাগৰ ঘূৰি ফুৰিব; অনাৱিষ্কৃত দ্বীপ যদি এতিয়াও ক'ৰবাত আছে তেনেহলে সেইবোৰ আৱিষ্কাৰ কৰিব—কলম্বাছৰ দৰে।

মাকে পঢ়িবলৈ নিদিলে। নালাগে দেশে-দেশে ঘূৰি ফুৰিব। পঢ়িশুনি ইয়াতেই কিবা এটা কৰ।

সেই মা এতিয়া আৰু নাই। স্পৰ্শৰ বাহিৰত। পৃথিৱীৰ যিকোনো দেশৰ যিকোনো প্ৰান্তৰলৈ গ'লেও অৰুণাভে আজি আৰু মাকৰ কোনো কথা শুনিব লগীয়া নহয়। তথাপি, পৃথিৱীৰ য'লৈকে নাযাওক কিয়, অৰুণাভে জানে, মাজে মাজে অৰুণাভ হঠাতে মুহূৰ্তৰ বাবে এনেদৰে থমকি ৰ'ব আৰু সেই মহিয়সী নাৰীৰ মমতাৰ ওচৰত নীৰৱে মূৰ দোঁৱাই অনুভৱ কৰিব সেই ত্যাগ আৰু মমতাৰ স্পৰ্শ, —যাৰ ঘ্ৰাণ এতিয়াও লাগি আছে অৰুণাভৰ শৰীৰত। হৃদয়ত।

বেলকনিৰপৰা উঠি অৰুণাভ নীৰেন দত্তৰ কোঠাত সোমাল। নিৱিষ্ট মনে বিছনাত পেট পেলাই চিঠি লিখি থকা নীৰেন দত্তই অৰুণাভক দেখি, হয়তো কাগজখন ফেনৰ বতাহত উৰি নাযাবৰ বাবেই, অথবা অন্য কাৰণতো হ'ব পাৰে, ৰাইটিং পেডৰ ওপৰত গাৰুটো থলে।

অৰুণাভে সুধিলে, —কিবা কিতাপ, আলোচনী আছে নেকি?

উহু। ভুবনেশ্বৰৰপৰা লৈ অহাও নহ'ল। ইয়াত এতিয়ালৈকে কিতাপৰ দোকান এখনো আৱিষ্কাৰ কৰিব পৰা নাই। মানুহবোৰে একো নপঢ়ে নেকি!



দত্তই ক'লে।

বিছনাৰপৰা উঠিবলৈ চেষ্টা কৰা দেখি অৰুণাভে ক'লে,—মই শোওঁগে। চিঠি লিখিছে নেকি?

মুখেৰে একো শব্দ নকৰাকৈয়ে দত্তই অৰুণাভলৈ চাই হাঁহি এটা মাৰিলে। অৰুণাভে অনুমান কৰি ল'লে দত্তই ৰূপালীলৈ চিঠি লিখি আছে। মুহূৰ্তৰ বাবে বুকুৰ কোনোবাখিনিত অৰুণাভে কিবা এটা অস্বস্তি অনুভৱ কৰিলে।

যোৱা দুদিন ধৰি অৰুণাভে মাজে মাজে এনেকুৱা অস্বস্তি অনুভৱ কৰিছে।

কিয় জানো পাৰাদ্বীপৰ সমুদ্ৰ উপকূলস্থিত এই ছমহলীয়া বিল্ডিঙৰ চতুৰ্থ ফ্ল'ৰৰ এই ফ্লেটত অৰুণাভ এতিয়াও পূৰ্ণৰূপে স্বাভাৱিক হোৱা নাই; যেন মাজে মাজে কেতিয়াবা ফ্লেটৰ ভিতৰত অৰুণাভে অনুভৱ কৰিছে আৰু মাত্ৰ কেইদিনমান পিছত আহিব লগীয়া ৰূপালীৰ উপস্থিতি। অহা মাহৰপৰা হয়তো ঠিক ইমান সহজভাৱে অৰুণাভে এইটো ফ্লেটৰ এটা কোঠালিৰপৰা আনটো কোঠালিলৈ যাব নোৱাৰিব; বাহিৰত নক কৰি ফ্লেটত সোমাব লাগিব। হয়তো অৰুণাভৰ সীমা হ'ব ড্ৰইং ৰুমলৈকে মাথোন। এজনী নাৰীয়ে এখন ঘৰলৈ যিদৰে সজীৱতা কঢ়িয়াই আনে, সেইদৰে সকলোকে জনায়ো দিয়ে তেওঁৰ উপস্থিতিৰ বাবে সচেতন হ'বলৈ।

নীৰেন দত্তক অৰুণাভে এতিয়াও ভালকৈ বুজি উঠিব পৰা নাই। আৰু দুদিনৰ পৰিচয়তে সকলো কথা মুকলিভাৱে সুধিবলৈ সংকোচো হয়। অৰুণাভৰ সুধিবলৈ মন যায়— কেনেকৈ ৰূপালীৰ লগত দত্তৰ প্ৰথম পৰিচয় হ'ল? ৰূপালীৰ সৈতে কিমানদূৰ অগ্ৰসৰ হৈছে নীৰেন দত্ত? অৰুণাভে স্পৰ্শ কৰা সেই তপ্ত শৰীৰ দত্তয়ো একেদৰে স্পৰ্শ কৰিছে নেকি? কি প্ৰতিক্ৰিয়া আছিল ৰূপালীৰ? আৱেশত মুদ খাই গৈছিল নে সলজ্জ, তৃপ্তিময় চকু যিদৰে গৈছিল সেই অবিস্মৃত ৰাতি?

অৰুণাভে সেই কথা দত্তক কেতিয়াও নোসোধে। অৰুণাভে জানে দত্তয়ো সেই কথা কোনো দিনে নকব; তথাপি কিবা এক গোপন ব্যাকুলতাৰে অৰুণাভে অপেক্ষা কৰি ৰ'ব— কিজানি কেতিয়াবা ৰূপালীৰ একান্ত মুহূৰ্তবোৰৰ প্ৰতিক্ৰিয়াৰ কথা নীৰেন দত্তই ধেমালিতে প্ৰকাশ কৰি দিয়ে!

কি ঠিক, জীৱনত ঘটি যোৱা তেনেকুৱা ঘটনা ছোৱালীবোৰে মনত ৰাখে নে নাৰাখে! প্ৰতিজনী নাৰীয়ে কিজানি জীৱনত এজন পুৰুষৰ মাজতেই দুজন মানুহ বিচাৰে— এজনৰপৰা বিচাৰে আশ্ৰয় আৰু এজনৰপৰা প্ৰেম,

আৰু বেছিভাগ নাৰীৰ জীৱনত আটাইতকৈ ডাঙৰ ট্ৰেজেদী হ'ল মনেবিচৰা সেই দুজন মানুহক নাৰীয়ে একেজন পুৰুষৰ মাজত কেতিয়াও বিচাৰি নাপায়। ৰূপালীয়ে অৰুণাভৰপৰা কিবা বিচাৰিছিল নে? নে অৰুণাভে ৰূপালীৰপৰা বিচাৰিছিল কিবা? এনেবোৰ কথা ভাবি মূৰ ঘমাই লাভ নাই।

তাতকৈ অৰুণাভে টেলিফোন এটা বুক কৰিলে ভুবনেশ্বৰলৈ। অনুৰাধাৰ অফিচৰ টেলিফোন নাম্বাৰ। বিছনাৰপৰা শুই শুয়েই দত্তই সুধিলে,— কালৈ বুক কৰিছে? মেহৰা চাহাবলৈ?

—ওহোঁ। গাৰ্ল-ফ্ৰেণ্ড!

দত্তই কিঞ্চিত বিস্ময় মিহলোৱা দৃষ্টিৰে অৰুণাভলৈ চালে। এনেকুৱা এটা ভাব,— দুদিনতে এই অচিনাকি ঠাইত ক'ৰ গাৰ্লফ্ৰেণ্ডজনী ওলাল!

অৰুণাভে ক'লে,— একেখন বিশ্ববিদ্যালয়তে পঢ়া। ইন্‌চিডেণ্টেলি ছি ইজ অব দি অপ'জিত ছেক্স।

এনেকুৱা অকাৰণ কৌতুহ'ল অৰুণাভৰ ভাল নালাগে। কোনো পাপ নকৰাকৈও যে এহাল ডেকাগাভৰুৱে অকলশৰে, আনন্দৰে সময় পাৰ কৰি দিব পাৰে, সেই কথা চাগে পৃথিৱীৰ বেছিভাগ লোকেই বিশ্বাস কৰিব নোৱাৰে। মানুহৰ শৰীৰো এক নিৰ্মল আনন্দৰ উৎস;— সেই উপলব্ধিৰ বাবে এটা নিৰ্মল মনৰ প্ৰয়োজন।

খোলা খিৰিকিৰ সেউজীয়া পৰ্দা দুপৰৰ বতাহত কঁপি আছে। সমুদ্ৰৰ বুকু চুই অহা বতাহত লুণীয়া গোন্ধ থাকে, আদিন্ত বিস্তৃত নিস্তৰংগ সমুদ্ৰপৃষ্ঠলৈ একমনে, একেথৰে কিছু সময় চাই থাকিল গধুৰ লুণীয়া বতাহে চকুৰ পতা ধীৰে ধীৰে জপাই দিব খোজে ক'ব নোৱৰাকৈয়ে।

অৰুণাভে গম নাপালে কেতিয়া চকুৰ পতা জাপ খাই গ'ল। হঠাতে টেলিফোনটো ক্ৰিং ক্ৰিংকৈ বাজি উঠিল।

অৰুণাভে একেবাৰে শুনা নাছিল। সুকান্তৰ চিঞৰত তেওঁ সাৰ পালে। ভুবনেশ্বৰলৈ বুক কৰি থোৱা টেলিফোন কলটো পাব বুলি অৰুণাভে আশা কৰা নাছিল, কিন্তু পাই গ'ল।

অনুৰাধাৰ মাতত এনেকুৱা কিবা এটা আছে যেন টেলিফোনতেই ভাহি আহে অনুৰাধাৰ আনন্দোজ্জ্বল, উচ্ছ্বসিত মুখ!

বাঃ কি আচৰিত! তোমাৰ মাত শুনাই নাই। ডাঙৰকৈ কোৱা।

আৰু চিঞৰিব নোৱৰোঁ।



কি কৰিছা পাৰাদ্বীপত? কবিতা লিখিলা নে নাই? নে সাগৰৰ পানীত ডুব মাৰি তেল বিচাৰি আছা? চাবা পাৰাদ্বীপৰ সমুদ্ৰত জলকুঁৱৰী থাকে। ....ইয়ালৈ কেতিয়া আহিবা?

জানো, তুমি নাথাকিলে চবতে ব'ৰ ব'ৰ লাগে। একদম বি.বি.চি. যেন লাগিছে?

বি.বি.চি?

বিৰহ বেদনাত ক্লান্ত! সংক্ষেপত বি.বি.চি.।

তেলীয়া! আজি উৰিয়া কাগজত তোমামালোকৰ ক'ম্পেনিৰ খবৰ ওলাইছে।

কি?

একদম ফ্ৰণ্ট-পেজত। মইতো তোমাৰ কথা একদম বিশ্বাস কৰা নাছিলো। সঁচাকে পাৰাদ্বীপৰ সাগৰত তেল আছে নেকি?

তেলৰ খবৰ লব নালাগে দিয়া এতিয়া তেলীয়াৰ খবৰেই লোৱাচোন।

স্বাৰ্থপৰ। তোমাৰ খবৰত নট্ ইনটাৰেষ্টেড! মোৰ কি দৰকাৰ পৰিছে? কেতিয়া আহিবা?

জানো!

মাই আজি কি সুধিছিল জানা? অসমৰপৰা যে ল'ৰাটো আহিছিল, গ'ল নেকি? ভাল পতাইছা যেন পাইছোঁ তুমি?

ঘৰ জোঁৱাই কৰিব নেকি? ভালেই পাওঁ।

এইবাৰ আহিলে ভালকৈ সুধি লবা। একো ঠিক নাই। বাটেদি ল'ৰা এজন গলেও মাই পিটপিটকৈ চাব— জোঁৱাই হিচাপে উপযুক্ত হ'ব নে নহয়। এইফালে একমাত্ৰ পুত্ৰীয়ে যে সন্যাসিনীৰ ব্ৰত লৈ বহি আছে গমেই নাপায়।..... হেলো.... শুনিছা নে নাই....

হেলো .... হেলো.... হেলো.... কটি গ'ল।

লাইনটো পোৱা গৈছিল যে সেইখিনিয়েই বহুত। উচ্ছল অনুৰাধাৰ এইখিনি কথাই আৰু বহুত সময়লৈ অৰুণাভৰ হৃদয় ভৰাই ৰাখিব! আজি আৰু অৰুণাভক পাৰাদ্বীপৰ নিঃসংগতা অথবা ৰূপালীৰ স্মৃতিয়ে আমনি নকৰে। অনাগতা ৰূপালীৰ উপস্থিতিয়ে অস্বস্তিকৰ কৰি তোলা পাৰাদ্বীপৰ এই নীৰেন দত্তৰ ফ্লেটত অৰুণাভে প্ৰথম বাৰৰ বাবে মনৰ ভিতৰখন পাতল পাতল অনুভৱ কৰিলে।

সন্ধিয়া পৰত মহানদীৰ মোহনাৰ ফালে দত্ত আৰু অৰুণাভ এনেয়ে

ফুৰিবলৈ গ'ল। সন্ধিয়াৰ সমুদ্ৰ কজলা বৰণৰ। বহুত দূৰৈৰপৰা বাগৰি বাগৰি ঢৌবোৰ আহি থাকে বতাহত; পাৰত আচাৰ খাই পৰা তৰংগৰ বৈ বৈ উঠা শব্দই মনৰ ভিতৰৰ ক'ৰবাত ঠেকা খাই প্ৰতিধ্বনি তোলে সুদূৰৰ আহ্বানৰ।

ধীৰে ধীৰে ম্লান হোৱা সন্ধিয়াৰ পোহৰত সাগৰৰ পাৰত পেলোৱা শিলৰ ওপৰেৰে দেও দি দি যোৱা সেই ছোৱালী দুজনী অৰুণাভহঁতে দেখা পালে। সাগৰৰ বতাহে ধীৰ ধীৰে, অথচ ভয়ংকৰ ৰূপত কঁপাই আছে সিহঁতৰ স্কাৰ্ট। আকৌ এবাৰৰ বাবে অৰুণাভে অনুভৱ কৰিলে শকত ছোৱালীজনীৰ শৰীৰৰ প্ৰতিটো ভংগীত কিবা আছে যি হৃদয় স্পৰ্শ নকৰাকৈয়ে শিহৰণ তোলে।

অদূৰৰ বালিচৰত চকুত পৰিল ছৰ্টছ আৰু স্পটিং গেঞ্জি পিন্ধি কেপ্টেইন দাসে জগিং কৰি আছে।

হেলো, ইয়ং মেন, গুড ইভিনিং।

জগিং কৰি কৰিয়েই কেপ্টেইন দাসে চিঞৰিলে। দাসৰ কপালত বিন্দু বিন্দু ঘাম; ম্লান আলোকতো গম পোৱা যায় তেজে ফুটো ফুটো কৰা গালে চিকচিক কৰি আছে।

আপোনালোক দুয়োজন আজি আহক। সন্ধিয়া বহা যাব! আজি কোৰিয়ান জাহাজৰ কেপ্টেইনৰপৰা এটা স্পেচিয়েল ড্ৰিংক পাইছোঁ। খাটি কোৰিয়ান ড্ৰিংক।

কেপ্টেইন দাস মানুহজন তেনেকুৱাই।

অকলে ড্ৰিংক কৰি মজা নাই। কওক কেইবজাত আহিব? সাত বজাত আহক। এতিয়া কেইবাজিল? মই ঘৰলৈ গৈ গাটো ধুই ফ্ৰে'ছ হৈ লওঁ। একদম ঘামি গৈছোঁ। ইয়াত সন্ধিয়া বা ৰাতিপুৱা জগিং কৰক! শৰীৰ একদম টাটকা হৈ থাকিব!

কথা পাতি কেপ্টেইন দাসৰ লগত অৰুণাভহঁত ঘূৰি আহিল। তেতিয়াও ছোৱালী দুজনী শিলৰ ওপৰেৰে লাহে লাহে গৈ আছে।

মুনমুন, কাম হিয়েৰ এইজনী মোৰ ছোৱালী, আৰু এইজনী মহাপাত্ৰৰ। আপোনালোকৰ তলৰ ফ্লেটত থাকে। মুনমুন, এখেতসকল অলপ পিছত আহি আছে। .... ফ্ৰিজত আইচ, পানী.... বুজিছ? ..... গুড গাৰ্ল .... ভাল ছোৱালী। ওচৰৰপৰা অৰুণাভে ছোৱালী দুজনী চালে।



মুনমুন নামৰ কেপ্টেইন দাসৰ ছোৱালীজনীলৈ চালেই গম পোৱা যায় তাই অলপতে হঠাতে দ্ৰুতগতিত বাঢ়িছে। মুখত কৈশোৰৰ কমনীয়তা থাকিলেও সুপুষ্ট স্তনৰেখা আৰু খোজৰ লীলায়িত ছন্দই সচেতন যৌৱনৰ ইংগিত দিয়ে।

বুকুত পৰি থকা চুলিখিনি অদ্ভুত কায়দাৰে পাছলৈ দলিয়াই মুনমুনে মূৰটো ঈষৎ বেঁকা কৰি অৰুণাভ আৰু নীৰেন দত্তক ক'লে,—ঠিক সাত বজাত আহিব কিন্তু!

অৰুণাভে নিঃশব্দে হাঁহিলে। □

## ওঠৰ

## ৰমনীয় নাৰীৰ শৰীৰত নীলৰঙী আন্দোলিত চাদৰ

উৰিষ্যাৰ উপকূলত ৰিগৰ প্ৰথম দিন।

অৰুণাভে জোনাকৰ পোহৰত হাতৰ ঘড়ীলৈ চালে। বাৰ বাজি গৈছে।

পাৰাদ্বীপ বন্দৰৰ ছিগনেল অফিচৰ চাদত থিয় হৈ অৰুণাভ আৰু নীৰেন দত্তই বাৰে বাৰে লক্ষ্য কৰি আছে কজলা বৰণৰ, ৰাতিৰ সমুদ্ৰপৃষ্ঠলৈ।

বন্দৰৰ অনাতাঁৰ যন্ত্ৰৰ সৈতে ইতিমধ্যে ৰিগ পেলিকানৰ সংযোগ স্থাপন কৰা হৈ গৈছে,— যদিও যোগাযোগৰ ক্ষীণ শব্দ বোধগম্য নহয়। বহুত দূৰৰপৰা ভাহি অহা ধুমুহাৰ হু-হু শব্দৰ দৰে হঠাতে শব্দৰ তৰংগই নিচেই ওচৰতে ভীৰ কৰি আকৌ যেন ক'ৰবাত লীন হৈ গৈছে।

তেতিয়াৰপৰাই চকী এখনত বহি টোপনিয়াই থকা নীৰেন দত্তই ক'লে—

চৌধুৰী, কিমান দেৰি ৰ'ব? বলক। ৰিগ আহিছে যেতিয়া আহি পাবই। আমি ইয়াত থাকিলেও আহিব, নাথাকিলেও আহিব। কি কয়?

আন্ধাৰতে অৰুণাভে হাঁহিলে।

ইমান দেৰিলৈ পেলিকান ৰিগৰ অপেক্ষাত চাদৰ ওপৰত বহি থাকিব লগীয়া হোৱাৰ বিৰক্তিখিনি নীৰেন দত্তৰ কথাত স্পষ্টভাৱে প্ৰকাশ পাইছে। তথাপি। অলপ যেন উপভোগ কৰিবৰ বাবেই অৰুণাভে চকুৰপৰা দূৰবীণটো

নমাই ক'লে— জীৱনত আজি প্ৰথম দেখিম মাজ সমুদ্ৰত কাম কৰা ৰিগ। এটা নতুন বস্তু দেখাৰ প্ৰথম দিন যদিহে কেইঘণ্টামানৰ নিদ্ৰা বিসৰ্জন দিব লগীয়া হয়, হওক দিয়ক। —ৰ'ব, মই আপোনাৰ টোপনি নোযাৱাৰ ব্যৱস্থা কৰিছোঁ।

দূৰবীণটো দত্তৰ হাতত দি অৰুণাভ চিৰিৰে তললৈ নামি গ'ল।

স্থবিৰ কোনোবা বিদেশী জাহাজ বন্দৰত লাগি আছে। মন্থৰ গতিত উঠা-নমা কৰিছে ক্ৰেন। মাজনিশাৰ বন্দৰৰ ৰূপ অইন চহৰৰ অইন অঞ্চলৰ দৰে নহয়। বন্দৰ ৰাতিও জাগি থাকে, জাহাজৰ কাম দিনে-ৰাতিয়ে অবিৰাম চলে।

অফিচৰ গেটৰ সন্মুখতে অৰুণাভে ৰাম্মায়া নামৰ নতুনকৈ চাকৰিত মকৰল হোৱা টেলেগু নাইট চকিদাৰজনক দেখা পালে। উৰিষ্যাৰ বহৰমপুৰৰ ওচৰত অন্ধ্ৰ প্ৰদ্ৰেশৰ ব'ৰ্ডাৰৰ ওচৰত তাৰ ঘৰ। যোৱা বছৰৰ ছাইক্ল'নৰ সময়ত তাৰ ঘৰবাৰী সকলো নিশ্চিহ্ন হৈ গৈছে।

বাৰ্থৰ ওচৰত গুমটি এখন আছে, দৌৰি গৈ চাহ দুকাপ লৈ আহ। স্পেছিয়েল।

টকা এটা অৰুণাভে ৰাম্মায়াৰ হাতত গুজি দিলে। বাৰ্থৰ কাষে কাষে ৰাতিৰ ছিফ্‌টৰ মানুহখিনিক চাহৰ যোগান দিবৰ বাবে কেইখন মান গুমটি আছে। ভুবনেশ্বৰৰ গাড়ীৰ ড্ৰাইভাৰ নীলকণ্ঠই কৈছিল— এই গুমটিতে স্মাগ্‌লিঙৰ বস্তু পোৱা যায় ছাৰ। খানাতালাচ কৰিলে ঢেৰ বস্তু ওলাব। টু-ইন-ৱান, স্কচ......। ইহঁতৰ পুলিচৰ লগতো যোগাযোগ আছে।

কি ঠিক নীলকণ্ঠই কোৱা কথা সঁচাও হ'ব পাৰে।

বাহিৰৰপৰা দেখিলে কিঞ্চিতো সন্দেহ নোহোৱা এনেকুৱা সৰু সৰু গুমটিতে লাখ লাখ টকাৰ চোৰাং মালৰ লেন-দেন হোৱাৰ কথা অৰুণাভে কলিকতাতে শুনিছে।

চিৰিৰে ওপৰলৈ উঠি আহিবৰ সময়ত অৰুণাভে চাদৰপৰা ভাহি অহা নীৰেন দত্তৰ মাত শুনা পালে—চৌধুৰী, আপোনাৰ ৰিগ ৰিণি ৰিণি দেখা গৈছে, দূৰবীণত।

দূৰবীণটো চকুত লগাই ৰাতিৰ সমুদ্ৰপৃষ্ঠলৈ চোৱাৰ লগে লগে অৰুণাভৰ শৰীৰৰ ওপৰেৰে বৈ গ'ল সেই শিহৰণ। ..... ৰাতিৰ আন্ধাৰ ফালি এটা সুবিশাল আলোকিত অট্টালিকা দুখন জাহাজে সাগৰ-মহাসাগৰৰ ওপৰেৰে



টানি লৈ আহিছে।

অৰুণাভৰ ভাব হ'ল—জাহাজ যেন সদায় কিবা এক ৰহস্যৰ প্ৰতীক। অজান অচিন দেশৰ প্ৰতিখন জাহাজে কৌতুহলী মানুহক প্ৰতিটো মুহূৰ্ততে হাত বাউল দি মাতে।

অৰুণাভেও অনুভৱ কৰলে মুহূৰ্তৰ বাবে সুদূৰৰ আহ্বান।

চাহ দুকাপ হাতত লৈ ৰাম্মায়া চিৰিৰে খুপি খুপি ওপৰলৈ উঠি আহিল।

অৰুণাভে ক'লে —দত্ত, এটা কথা ভাবিলে আচৰিত নালাগে নে? ক'ৰ অসমৰপৰা আহি দুজন অসমীয়া যুৱকে, এইদৰে উৰিষ্যাৰ এচুকত অৱস্থিত পাৰাদ্বীপ নামৰ অখ্যাত বন্দৰ এটাৰ ঘৰৰ চাদত উঠি দূৰবীণেৰে মাজনিশা এটা বিদেশী ৰিগৰ বাবে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি আছে! এলিষ্টাৰ মেক্‌লিনৰ উপন্যাসৰ ছিকুৱেন্‌ছ যেন লাগে। আপুনি ছি-উইচ্‌ পঢ়িছে?

নাই।

সাগৰৰ মাজৰ ৰিগক লৈ লিখা। লেনছৰ মাজেৰে ৰিগৰ ডেৰিক স্পষ্টকৈ দেখা পোৱা গৈছে। চাব'

হ'ব। টোপনি ধৰিছে বুজিছে।

অৰুণাভে দত্তৰ মুখৰ ফালে চালে।

কিয় জানো যোৱা দুদিনতে অৰুণাভৰ অনুমান হৈছে— দত্তৰ মুখত যেন অনবৰত কিবা এক অসন্তুষ্টি লাগি আছে। কিছুমান মানুহে জীৱনত কেতিয়াও বিস্মিত হ'ব নাজানে; নাজানে অনন্ত আকশলৈ চাই সেই বিশালতাৰ ওচৰত শ্ৰদ্ধাৰে মূৰ নত কৰিবলৈ।

আন্ধাৰ-পোহৰৰ মাজৰ নীৰেন দত্তৰ মুখলৈ চাই অৰুণাভৰ কিয় জানো হঠাতে মনত পৰিল ৰূপালীৰ কথা। অহা মাহৰ দুই তাৰিখে এইজন লোকৰ সৈতেই ৰূপালীয়ে আৰম্ভ কৰিব এক নতুন জীৱন।

দত্তৰ দৰে এজন মানুহে, যি কেতিয়াও আকাশৰ ফালে চাই, কোনো কাৰণ নোহোৱাকৈ হয়তো কেতিয়াও এটা উজাগৰী ৰাতি কটাই পোৱা নাই, সেইজন মানুহে কেতিয়াবা সঁচাকৈ প্ৰেমত পৰিব পাৰিব নে ৰূপালীৰ। প্ৰেমৰ গাঢ়তাই চুই যোৱা নাৰীৰ দুচকুত চকু থৈ এনেকুৱা মানুহে কেতিয়াবা তন্ময় হৈ থাকিব পাৰিব নে অনন্ত কাল!

কিয় জানো অৰুণাভৰ পুতৌ হ'ল ৰূপালীৰ প্ৰতি।

বলক যাওঁ। —অৰুণাভে ক'লে।

বন্দৰৰ শিলৰ প্ৰচীৰৰ ছিকিউৰিটি গেটৰ মানুহ কেইজনে টোপনিয়াই

আছে। মাথোঁ হাতত বন্দুকধাৰী খাকী ইউনিফৰ্ম পিন্ধা ছিকিউৰিটিৰ মানুহ এজনে আন্ধাৰৰ লগত প্ৰায় মিলি গৈ তেতিয়াও স্থিৰ হৈ প্ৰাচীৰৰ কাষত থিয় হৈ আছে।

ৰাতিৰ উদভ্ৰান্ত বতাহে ঝাওবনৰ মাজৰ সেই জুপুৰীবোৰত দেওধ্বনী নাচিছে। কোনোবা পুৰুষ কণ্ঠই কাৰোবাক চিঞৰি মাতিছে। সুৰত আদিম অশ্লীলতাৰ গোন্ধ আছে।

তিনিওটা বিল্ডিঙৰ প্ৰায়ভাগ ফ্লেটৰে দুৱাৰ-খিৰিকি বন্ধ। হয়তো সকলো নাৰী-পুৰুষ এতিয়া নিদ্ৰামগ্ন।

দুই নম্বৰ বিল্ডিঙৰ পঞ্চম ফ্ল'ৰৰ বেলকনিত হঠাতে অৰুণাভৰ চকুত পৰিল এক ছায়ামূৰ্তি। মাজনিশা অন্ধকাৰ বেলকনিত কোন?

অনুমান কৰিবলৈ অৰুণাভৰ অসুবিধা নহ'ল— সেয়া কোন হ'ব পাৰে। কেপ্টেইন দাসৰ ছোৱালী মুনমুনক আৰু এদিন অৰুণাভে মাজনিশা এইদৰে অন্ধকাৰ বেলকনিত থিয় হৈ থকা দেখিছে।

পাছদিন ৰাতিপুৱা টোপনিৰপৰা উঠি বেলকনিৰপৰাই অৰুণাভৰ দৃষ্টিগোচৰ হ'ল প্ৰভাতী ৰ'দত জলমলাই থকা নিস্তৰংগ নীলিমাত ৰিগ পেলিকানৰ সুউচ্চ গৰ্বিত ডেৰিক; ওচৰতে ভিক্টৰ আৰু ছিগল নামৰ জাহাজ দুখন।

অফিচৰপৰা ৰেডিঅ' অপাৰেটৰ মহান্তিয়ে টেলিফোন কৰিলে—ছাৰ, ভুবনেশ্বৰ অফিচৰপৰা মেছেজ আছে। আঠ বজাত হেলিকপ্টাৰত মেহৰা চাহাব আহিব। ইয়াৰপৰা পোনে পোনে ৰিগলৈ যাব। আপোনাক ৰিগলৈ যাবলৈ ৰেডি হৈ থাকিবলৈ কৈছে।

অৰুণাভে আৰু দেৰি নকৰিলে। পাৰাদ্বীপলৈ আহিবৰ দিনাই ভুবনেশ্বৰত মেহৰা চাহাবে কৈছিল—অৰুণাভ, ৰিগ আহি পাবৰ দিনাই ৰিগলৈ যাবলৈ তুমি সাজু হৈ থাকিবা। প্ৰথম প্ৰথম কিছুদিন তুমি থাকিবলগীয়া হ'ব। পাৰদ্বীপত নীৰেন দত্ত থাকিব।

লৰালৰিকৈ ব্ৰেকফাষ্ট কৰি অৰুণাভৰ ব্ৰিককেছটো সাজু কৰিলে। আজিৰ পৰা মাটিৰ স্পৰ্শ এৰি অৰুণাভ গুচি যাব সমুদ্ৰৰ মাজলৈ।

নীৰেন দত্তৰ সৈতে চিৰিৰে তললৈ নামি আহোঁতে ঘড়ীত সাত বাজি ত্ৰিছ মিনিট। তলত পাৰ্টিক'ত নাৰায়ণৰ গাড়ী ৰৈ আছে। ৰাতিপুৱাই গাড়ী পৰিষ্কাৰ কৰি নাৰায়ণে গা ধুই আহিছে। নাৰায়ণৰ এই কৰ্তব্যনিষ্ঠা দেখি অৰুণাভৰ ভাল লাগি গ'ল।



গাড়ীত উঠিবৰ সময়তে অৰুণাভে দেখা পালে চিৰিৰে মুনমুন আৰু মহাপাত্ৰৰ ছোৱালীজনী নামি আহিছে। মুনমুনৰ শৰীৰত খয়েৰী ৰঙৰ টপ আৰু চুটি হালধীয়া স্কাৰ্ট।

—গুড মৰ্নিং।

মুনমুনেই প্ৰথম ক'লে।

—ক'ৰবালৈ যায় নেকি?

অৰুণাভে সাগৰৰ মাজত ভাসমান ৰিগলৈ আঙুলিয়াই দেখুৱালে। মুনমুনৰ ক'লা দুচকুৰ গাঢ়তাত কিবা এক আদিমতা লুকাই আছে। এনেকুৱা আদিমতাই পুৰুষৰ কোনো কোনো স্নায়ু উত্তেজিত কৰি তোলে।

আকৌ লগ পাম।

দেৰি কৰিবৰ মন নগ'ল অৰুণাভৰ। ৰাস্তাত অৰুণাভৰ দত্তক এনেয়ে কৈ চালে—সাংঘাতিক ছোৱালী দেখিছোঁ। সাৱধানে থাকিব দত্ত। বিয়াৰ আগতে নহ'লে আপোনাৰ বদনাম হৈ যাব।

অফিচলৈ গৈ মেহৰা চাহাবৰ অভিজ্ঞতাপুষ্ট মুখতো অৰুণাভে লক্ষ্য কৰিলে এক চেপি ৰখা উত্তেজনা, হয়তো ৰিগ আহি পাৰাদ্বীপ পোৱাৰ বাবেই।

দত্ত, অৰুণাভ ৰিগত থাকিব কিছুদিন। এই কেইদিন তুমি পাৰাদ্বীপ অকলে চাব লাগিব। কোনো কাৰণতেই যাতে ৰিগৰ কাম এক মিনিটিৰ বাবেও বন্ধ নহয় তাৰ বাবে সতৰ্ক দৃষ্টি ৰাখিব লাগিব। যিকোনো মুহূৰ্ততে ভিক্টৰ ছিগল পাৰাদ্বীপলৈ আহিলে সামগ্ৰী ল'ড কৰিবৰ বাবে প্ৰস্তুত থাকিব লাগিব।

বম্বেৰপৰা অহা ডুবাৰীৰ দল আৰু ইঞ্জিনিয়াৰছ ইণ্ডিয়া লিমিটেডৰ হৰিশ খন্নাক প্ৰায় এঘণ্টা ধৰি নিৰ্দেশ দিয়াৰ পাছত অৰুণাভৰ সৈতে মেহৰা চাহাব হেলিকপ্টাৰত উঠিল।

পাইলটে জীৱনৰক্ষী আৱৰণৰ বিষয়ে আকৌ এবাৰ বুজাই দিলে;— সমুদ্ৰৰ মাজত হেলিকপ্টাৰৰ যান্ত্ৰিক বিজুতি ঘটিলে এই হালধীয়া জীৱনৰক্ষী আৱৰণ ফুলাই পানীত জাপ দি পৰিব লাগিব।

নাই, অৰুণাভৰ বুকু ভয়ত নকঁপিল। মাথোঁ অধীৰ উৎকণ্ঠাৰে অৰুণাভে এতিয়া অপেক্ষা কৰি আছে— আৰু কিমান সময়ৰ মূৰত তেওঁ পেলিকান ৰিগত উপস্থিত হ'বগৈ।

ধীৰে ধীৰে হেলিকপ্টাৰ উৰা মাৰিলে আকাশৰ বুকুলৈ। জাহাজৰ মাস্তুল, ৱায়াৰলেছৰ এণ্টেনা ক্ৰমশঃ অদৃশ্যমান। লেগুনেৰে মন্থৰ গতিত ড্ৰেজাৰে

গতি কৰিছে।

প্ৰথমতে উপকূলৰ কাষে কাষে হেলিকপ্টাৰ উৰিল। পাৰাদ্বীপ চহৰ এতিয়া দৃষ্টিৰ বাহিৰত, তলত দৃষ্টিয়ে ঢুকি পোৱালৈকে এফালে মসৃন বালিচৰ আৰু আনফালে তৰংগায়িত সাগৰ। প্ৰকাণ্ড কাছ কেইটামানে বালিৰ ওপৰত পেট পেলাই ৰ'দ পুৱাই আছে।

মেহৰা চাহাবে ক'লে—এই অঞ্চলত ঢেৰ সাগৰীয় কাছ আছে। চোৰাং মাছমৰীয়াই যাতে কাছ ধৰিব নোৱাৰে, তাৰ বাবে চৰকাৰে পহৰা দিবলৈ ইয়াত উপকূলৰক্ষী জাহাজ নিয়োগ কৰিছে।

হঠাতে হেলিকপ্টাৰৰ নিচেই কাষতে মাজ সমুদ্ৰত অৰুণাভৰ চকুত পৰিল ৰ'দত জলমলাই থকা পেলিকান ৰিগ।

ডেকৰ ৰেলিঙত আউজি কেইবাজনো বিদেশী লোকে ওপৰলৈ একেলগে দৃষ্টি নিক্ষেপ কৰিছে। ভিক্টৰ আৰু ছিগল নামৰ জাহাজ দুখন তেতিয়াও ৰিগৰ কাষে কাষে গৈ আছে। প্ৰকাণ্ড ৰূপালী ঢৌত জাহাজ দুখন এবাৰ ওপৰলৈ উঠিছে আৰু এবাৰ তললৈ নামিছে।

ৰিগৰ একেবাৰে ওপৰত হেলিপেড।

ধীৰে ধীৰে হেলিকপ্টাৰে আহি স্পৰ্শ কৰিলে পেলিকান ৰিগ। কিবা এক উত্তেজনাত নামি যাব খুজিছিল অৰুণাভ, তেতিয়াও ঘূৰি থকা হেলিকপ্টৰৰ ব্লেড দুখনলৈ আঙুলিয়াই দি পাইলটে ক'লে— ব্লেড দুখন ৰৈ যোৱাৰ পিছত। নহ'লে বতাহে কোবাই সাগৰত পেলাই দিব পাৰে।

অৰুণাভে তললৈ চালে।

কিমান তলত সুবিশাল সাগৰ! ৰিগত ঠেকা খাই ভাগি পৰা প্ৰকাণ্ড ঢৌবোৰে গৰ্জন কৰি আছে। কিছু সময় একেথৰে তললৈ চাই থাকিলে মূৰ ঘূৰি যাব খোজে।

হেলিপেডৰ ওচৰত ৰেলিঙত ধৰি ডেনিছ থিয় আছে। হেলিকপ্টাৰৰ পৰা অৰুণাভ নামি অহাৰ লগে লগে হাত দাঙি উৎফুল্লতাৰে ডেনিছে চিঞৰিলে—ৰিগ পেলিকানলৈ স্বাগতম।

হেলিপেডৰপৰাই অৰুণাভে এবাৰ চৌপাশে দৃষ্টি নিক্ষেপ কৰিলে আৰু মুহূৰ্তৰ বাবে কিবা এক অনিৰ্বাচনীয় অনুভূতিত তেওঁ অভিভূত হৈ পাৰিল। যিমান দৃষ্টিতে ঢুকি পায়,সিমান দূৰলৈ মাথোঁ নীলিম উৰ্মিমালা, মূৰৰ ওপৰত আদিগন্ত বিস্তৃত আকাশ। অৰুণাভৰ অনভৱ হ'ল যেন অসীম, অনন্ত



কোনো ৰহস্যময় সুন্দৰৰ সৈতে আজি তেওঁ এক পবিত্ৰ লগ্নত মুখামুখি হৈছে। এক বুজাব নোৱাৰা অদ্ভুত আবেগত থৰথৰকৈ কঁপি উঠিল অৰুণাভৰ হৃদয়।

ডেনিছে কৈ গ'ল ৰিগৰ কথা; একদম নতুন ৰিগ। সকলো আধুনিক সুবিধা আছে। সুন্দৰ কমিউনিকেশ্যন ছিষ্টেম, কমপিউটাৰাইজড কণ্ট্ৰোল পেনেল...। আহক ভিতৰলৈ, কেবিনলৈ যাওঁ। কিবা খাব?

ডেনিছে গোটেই ৰিগটোৰ সৈতে অৰুণাভক পৰিচয় কৰাই দিলে। মাইকেল, ৰৰ্বাট, স্নাইডাৰ আৰু কেইবাজনো লোকৰ সৈতেও অৰুণাভৰ চিনাকি হ'ল। বেছিভাগেই মেক্সিকান লোক। মেহৰা চাহাবে ক'লে,—কাইলৈ ৰাতিপুৱাই ইণ্ডিয়ান ক্ৰুৰ দল আহি পাব, অসমৰপৰা আহি ইতিমধ্যে ভুবনেশ্বৰ পোৱা চৰকাৰ আৰু অজিত বৰুৱাও কাইলৈ ৰাতিপুৱা ৰিগ পাবহি।

অৰুণাভে ভাবিলে—এই বিদশীসকলৰ মাজত অন্ততঃ তেওঁ অকলশৰীয়া নহয়।

মেহৰা চাহাবে ঠিকেই কৈছিল।

প্ৰতিটো দিনেই যেন যুদ্ধ।

সমুদ্ৰৰ মাজত দিন-ৰাতি অবিৰাম কাম চলি আছে। প্ৰতিটো সপ্তাহতে পাৰাদ্বীপৰপৰা ভিক্টৰ অথবা ছিগল জাহাজত খাদ্য-সামগ্ৰী আহিছে, বিভিন্ন সঁজুলি, যন্ত্ৰ-পাতি।

নিঃসংগ ৰিগ তিনিখন লেগৰ ওপৰত সমুদ্ৰ পৃষ্ঠৰ ওপৰত থিয় হৈ আছে। তলত উৰ্মিময় সমুদ্ৰ।

ডেনিছৰ সৈতে ইতিমধ্যে অৰুণাভৰ বেচ বন্ধুত্ব গঢ়ি উঠিছে। এই বিদেশীজনৰ এক আকৰ্ষণীয় ব্যক্তিত্ব আছে।

একেৰাহে মাজ সমুদ্ৰৰ মাজত এনেদৰে থাকিবলগীয়া হ'লে হয়তো মানুহক লাহে লাহে কিবা এক অদ্ভুত নিঃসংগতাই আগুৰি ধৰে। ৰেলিঙত ধৰি কোনোবা নাবিকে হয়তো সেয়েহে হঠাতে উদাস হৈ দিগন্তলৈ একেথৰে চাই থাকে।

এদিন ৰাতি ডিনাৰৰ পাছত কেবিনৰপৰা ওলাই ধীৰে ধীৰে অৰুণাভ আগবাঢ়ি গৈছিল ৰিগৰ ওপৰলৈ—য'ত হেলিকপ্টাৰ নামিবৰ বাবে হেলিপেড আছে।

অৰুণাভৰ এনেকুৱা লাগিল যেন তেওঁ পৃথিৱীৰপৰা বহুত দূৰৈৰ কোনোবা

অচিনাকি দেশত উপস্থিত হৈছেহি।

সন্মুখত ৰাতিৰ সমুদ্ৰৰ সুগভীৰ দৃশ্য, যেন কোনোবা ৰমণীয় নাৰীৰ শৰীৰত নীল ৰঙী আন্দোলিত চাদৰ। ওপৰত নক্ষত্ৰ খচিত ৰূপালী আকাশৰ পবিত্ৰ জ্যোৎস্না। আকাশ মেঘহীন, তলৰপৰা বৈ আহিছে সাগৰৰ বুকু চুই অহা প্ৰবল বতাহ।

ডেৰিক ফ্ল'ৰৰপৰা ভাহি আহিছে ইঞ্জিনৰ শব্দ; ষ্টাইবোৰ্ড, ছাইড উইংছ আলোকেৰে উদ্ভাসিত।

হঠাতে অৰুণাভৰ চকুত পৰিল হেলিপেডৰ একোণত কোনোবা এজন মনে মনে বহি আছে। অদ্ভুত বিপজ্জনক অৱস্থান; যিকোনো মুহূৰ্ততে মানুহজনক সমুদ্ৰৰ বতাহে পেলাই দিব পাৰে উত্তাল তৰংগেৰে গৰ্জনৰত সমুদ্ৰবক্ষত। কাষলৈ গৈ অৰুণাভৰ চকুত পৰিল উদাসী, বিষণ্ণ দৃষ্টিৰে বহি আছে ডেনিছ।

ডেনিছ, তুমি?

গুড ইভনিং।

আন্ধাৰতো অৰুণাভে অনুমান কৰিলে ডেনিছৰ কণ্ঠস্বৰ অশ্ৰুময়। অৰুণাভে বিস্ময় ঢাকি ৰাখি শান্ত স্বৰেৰে সুধিলে,—অকলে অকলে ইয়াত? কি হ'ল?

অৰুণাভে শুনিছে মাজ সাগৰত বহুত সময়ত অনেকেই হঠাতে অত্যধিক আবেগ প্ৰৱণ হৈ উঠে। আৰু আবেগৰ বশবৰ্তী হৈয়েই সকলোকে অবাক কৰি দি কিছুমানে আচম্বিতে অস্বাভাৱিক আচৰণ কৰে। ডেনিছৰো..! হ'ব পাৰে।

যেন সাগৰৰ তলিৰপৰা কিবা এক গভীৰ আলৌকিক স্বৰ ভাহি আহিছে, ঠিক তেনেকুৱা ধৰণে অৰুণাভ চমকি উঠিল ডেনিছৰ কণ্ঠস্বৰ শুনি।

অৰুণাভ, মাজে মাজে তলৰ সমুদ্ৰৰ গৰ্জনে মোক চুম্বকৰ দৰে টানে। চোৱা সাগৰলৈ চোৱা, চাৰিওফালে চোৱা, চৌদিশে একো নাই, শূন্য খালী সাগৰ, নিঃসংগ সাগৰ। তোমাৰ কেতিয়াবা মন নাযায় নে এই সাগৰৰ বুকুত জপিয়াই পৰিবলৈ?...মন নাযায় নে তোমাৰ।

অৰুণাভে ডেনিছৰ মুখলৈ চালে। ডেনিছৰ দুচকুত উদভ্ৰান্ত দৃষ্টি। অৰুণাভে ডেনিছৰ কান্ধত হাত থলে।

অন্য এদিন সুস্থ অৱস্থাত ডেনিছক সুধিব লাগিব এই অস্বাভাৱিক আচৰণৰ



কাৰণ। এতিয়া ডেনিছক জিৰণিৰ প্ৰয়োজন।

ডেনিছ, বলা।

ক'লৈ?

কেবিনলৈ।

তাৰ পিছদিনাই অৰুণাভ পাৰাদ্বীপলৈ গ'ল। নীৰেন দত্ত ছুটিত ঘৰলৈ যাব; দত্ত ঘূৰি অহালৈকে অৰুণাভ থাকিব লাগিব নীৰেন দত্তৰ সেই চাৰি নম্বৰ ফ্লেটত।

ঘৰলৈ যোৱাৰ আগ মুহূৰ্তত নীৰেন দত্তই অৰুণাভলৈ বন্ধ খামত কাৰ্ড এখন অগবঢ়াই দিলে। তাৰ পিছত তেওঁ গাড়ীত উঠি বহিল। নাৰায়ণে গাড়ীৰে তেওঁক ভুবনেশ্বৰত থৈ আহিবগৈ। অৰুণাভে হেণ্ডশ্বেক কৰি ক'লে,—বিয়ালৈ শুভেচ্ছা থাকিল।

গাড়ী ষ্টাৰ্ট দিয়াৰ পিছত অৰুণাভে কাৰ্ডখন উলিয়াই চালে—Niren weds Rupali.

অহা দুই তাৰিখে।

অৰুণাভে ৰূপালীকো মনে মনে শুভেচ্ছা জনালে: তোমালৈও শুভেচ্ছা থাকিল। বিয়াৰ বাবে। □

ঊনৈশ

## অণু, তোৰ হাতখন মোক অলপ সময় চুই থাকিবলৈ দিবি

দেওবাৰে ৰাতিপুৱা টোপনিৰপৰা উঠিয়েই মন ভাল লাগি যায়। বাকী কেইদিন জীৱন যেন বন্ধা থাকে ঘড়ীৰ কাটাত। দৌৰাদৌৰিকে মুখহাত ধুই, তিতা নে নিতিতাকৈ গাটো তিয়াই উঠিলেই অফিচলৈ যাবৰ সময় হয়েই। দেওবাৰে অন্ততঃ অফিচৰ চিন্তা নাই।

তথাপি অনুৰাধাই টোপনিৰপৰা উঠিয়েই গা ধুবলৈ বুলি বাথৰুমত সোমাল। ভুবনেশ্বৰত যে মাজে মাজে কি অসহ্য গৰম। কালি গোটেই ৰাতি লাইট নাই, ৰেডিঅ'ত আগধৰি কৈ দিছে মাজ ৰাতিৰপৰা পাৰাৰ কাট, ঢেংকানল

নে ক'ত পাৰাৰ হাউছত কিবা এটা জ্বলি গৈছে।

চহৰৰ মানুহখিনিক জ্বলাবৰ কাৰণেই কিজানি সেই সময়ত প্ৰকৃতিও স্থবিৰ। সন্ধিয়া এনেয়ে ভুবনেশ্বৰত বেছ বতাহ বলে, কালি গছৰ পাতত কোনো কম্পন নাই।

ৰাতি ভাত খোৱাৰ পিছত অনুৰাধা ঘৰৰ চাঁদৰ ওপৰত বহু সময় এনেয়ে বহি আছিল। ঘৰৰ ভিতৰত সোমাব নোৱাৰি; কি অসহ্য গৰম! শুবলৈ গৈ ছাটি ফুটি কৰি থকাতকৈ খোলা আকাশৰ তলত চাঁদৰ ওপৰত বহি কিছু সময় পাৰ কৰি দিয়াই ভাল।

মাজতে তলৰপৰা মাকে মাত দিছিল—ক'তনো এই ৰাতিখন চাঁদৰ ওপৰত অকলে অকলে বহি আছ? শুই থাক হি।

তই শুই থাকচোন। শুম নহয় মন গ'লে। মাজৰ কমৰ দুৱাৰ বন্ধ নকৰিবি!

ট্ৰেইন লাইনৰ ওচৰতে অনুৰাধাহঁতৰ এই পুৰণি দুমহলীয়া বিল্ডিংটো। অনুৰাধা বহি থকাৰ সময়ছোৱাত মাত্ৰ এখন ট্ৰেইন কলিকতা অভিমুখে গৈছে; প্ৰায়বোৰ খিৰিকি বন্ধ। দ্ৰুত গতিত যোৱা ট্ৰেইনৰ বন্ধ খিৰিকিৰেও বিচ্ছুৰিত হৈ আহিছে ডবাৰ ভিতৰৰ ক্ষীণ কম্পিত আলোক।

এক, দুই, তিনি, চাৰিকৈ অনুৰাধাই হিচাপ কৰি চাইছিল মুঠতে কেইটা ডবা আছে। বাইছটা। ওঠৰ নম্বৰ ডবাৰ দুৱাৰখন খুলি কোনোবা এজন তৰুণ থিয় হৈ আছে। মুখত কিজানি তাৰ জ্বলন্ত চিগাৰেট। ক'ৰ সেই অচিনাকি তৰুণজনে মাজনিশা এইদৰে অকলে অকলে চাঁদৰ ওপৰত বহি থকা অনুৰাধাক চলন্ত গাড়ীৰপৰা দেখা পাইছে নে? পাইছে যদি কি বা ভাবিছে!

অজানলৈ গৈ থকা ৰাতিৰ ট্ৰেইনলৈ চাই থাকিলে কিজানি মানুহৰ মন লাহে লাহে কোমল হৈ যায়। অনুৰাধাই এনেয়ে ভাবিলে,—যেতিয়া সকলো মানুহ নিদ্ৰামগ্ন, তেতিয়া সেই ল'ৰাজনে চলমান ট্ৰেইনৰ দুৱাৰ খুলি কিয় তেনেকৈ সাৰে আছে? এনেকুৱা মানুহ দেখিলে অনুৰাধাৰ মায়া লাগি যায়।

অতনুদাই অকলে অকলে ধৱলগিৰিৰ মন্দিৰৰ প্ৰাংগনত সন্ধিয়াপৰত বহি থাকে। আগতেতো অতনুদা এনেকুৱা নাছিল। কিমান দিনৰপৰা অনুৰাধাহঁতে অতনুদাক দেখিছে! অনুৰাধাক অতনুৱে পাগলী বুলি মাতিছিল। কিমান



মানুহৰ ভিৰত মাজতে অতনুৱে একো পৰোৱা নকৰাকৈ অনুৰাধাক পাগলী বুলি চিঞৰি দিছিল।

অতনুদা, যেতিয়াই তেতিয়াই, কথা বেয়া হ'ব কিন্তু।

অনুৰাধাৰ কথাত একো পাত্তাই নিদিয়াকৈ অতনুৱে আকৌ চিঞৰিছিল—পাগলী শুন, অহা মহাত ৰবীন্দ্ৰ মণ্ডপত প্ৰগ্ৰেম আছে, তোৰ আইটেম ৰাখিছো, ৰেডি হৈ থাকিবি।

কি আইটেম?

ৰিহাৰ্ছেললৈ আহিবি সন্ধিয়া। অঞ্জনহঁতৰ গেৰেজত, মই যাওঁ এতিয়া। আজি ৰাতিৰ ভিতৰতে নাটক লিখিবই লাগিব।

কিবা এটা কোৱাৰ আগতেই ভিৰৰ মাজত অতনুদা ক'ৰবাত হেৰাই গৈছিল। প্ৰাণচাঞ্চল্যৰে ভৰা সেই অতনুদা এতিয়া সদায় সন্ধিয়া চহৰৰ এচুকৰ সেই টিলাৰ ওপৰত অৱস্থিত ধৱলগিৰি মন্দিৰৰ প্ৰাংগণত বহি থাকে অকলে;—কি জানো বিচাৰি পায়। অনুৰাধাক যে সিদিনা কৈছিল—কেতিয়াবা ইয়াত বহি থাকিবিচোন; ভাব হব—মনৰ ভিতৰৰ সকলো ক্ষোভ, অভিমান, অভিযোগ বতাহৰ লগত মিহলি হৈ গৈছে।.... মানুহে যেতিয়া জীৱনৰ মোহ হেৰুৱাই পেলায়, তেতিয়া ইয়ালৈ আহিব লাগে।...হঠাতে তুচ্ছ জীৱনৰ প্ৰতিও মায়া হৈ যায়। জীৱনৰ প্ৰতি এটা মায়াৰ প্ৰয়োজন। তয়ো আহিবি কেতিয়াবা।....আহিবি?

এনেকুৱা মানুহকে অনুৰাধাই একদম বুজি নাপায়। এটা কথা ঠিক—অলিয়ে তেনেকুৱা কৰিব নালাগিছিল, কোনো দিনে কোনেও মুখ খুলি নকলেও সিহঁতৰ গ্ৰুপৰ সকলোৱে জানিছিল অতনুৱে অলিক বেলেগ চকুৰে চাইছিল।

কি ঠিক অলিৰো অইন কিবা কাৰণ থাকিব পাৰে। অলিহঁত কলিকতাৰ ছোৱালী। বন্ধত কলিকতালৈ অহা-যোৱা কৰি থাকে। কাৰোবাৰ লগততো কিবা সম্বন্ধ হৈ যাব পাৰে। অলিৰ দৰে ছোৱালী এজনীৰ কথা যিকোনো ল'ৰায়েই ছিৰিয়াছলি ভাবিব পাৰে।

তথাপি অলিয়ে.....

অলি গুচি যোৱাটো অতনু দায়েতো ইমান ছিৰিয়াছলি লোৱাৰ কোনো প্ৰয়োজন নাছিল।

ধৱলগিৰিত সেইদিনা দেখা হোৱাৰ পিছত ইচ্ছা কৰিয়েই অনুৰাধাই আৰু

কেইবাদিনো অতনুদাক লগ ধৰিছে। কিয় জানো অনুৰাধাৰ ভাব হৈছে—অতনুদাক আকৌ সেই প্ৰাণচাঞ্চল্য আৰু প্ৰতিভাৰ উজ্জ্বলতাৰে দগমগাই থকা অতনুদালৈ পৰিবৰ্তিত কৰাৰ তাইৰো যেন কিবা এটা দায়িত্ব আছে।

ধীৰে ধীৰে কোনেও গম নোপোৱাকৈ অতনুদাৰ দৰে এজন ল'ৰা, যাৰ অনুপ্ৰেৰণাত ৰবীন্দ্ৰ মণ্ডপত নাটকৰ আখৰা হৈছিল, যাৰ মনখোলা হাঁহিয়ে পৃথিৱীক ভাল পাবলৈ মানুহক প্ৰেৰণা যোগাইছিল, সেইজন ল'ৰা হেৰাই যাব এজনী ছোৱালীৰ বাবে, তাঁকো অনুৰাধাৰ এসময়ৰ বান্ধৱী অলিৰ বাবে! অনুৰাধাৰ সান্নিধ্যই যদি এজন মানুহক এই পৃথিৱীক পুনৰ ভাল পাবলৈ উদগনি যোগায়, তেনেহ'লে সেই সান্নিধ্য যোগাবলৈ অনুৰাধাই কৃপণালি কৰাটো জানো উচিত হ'ব? অনুৰাধা ইমান স্বাৰ্থপৰ নহয়।

কিন্তু অতনুদা ইমান দুৰ্বল কিয়?

কিছুমান মানুহ চাগে জন্ম লোৱাৰ সময়ৰপৰাই ব্যতিক্ৰম; এনেকুৱা অদ্ভুত হৃদয়াবেগেৰে ভৰা মানুহেই সময়ৰ বিন্দুতম মুহূৰ্তৰ এটা হাঁহিৰ বাবে হাঁহিহাঁহি সোণৰ মুকুট দলিয়াই দিব পাৰে।

চহৰৰ ওপৰত এতিয়া পৰিষ্কাৰ আকাশ; পৃথিৱী নিদ্ৰামগ্ন।

অনু, ৰাতি কিমান হ'ল তোৰ খেয়াল নাই।

তলৰপৰা মাকৰ চিঞৰত অনুৰাধা এইবাৰ চমকি উঠিল। গোটেই ৰাতি মাকৰ টোপনি নাহে। প্ৰতি ঘণ্টাৰ মূৰে মূৰে এইদৰে উঠি থাকিব। বয়স হ'লে মানুহবোৰৰ জানো কি হয়!

এদিন ৰাতি চাঁদত বহি থাকিবও নোৱাৰি!—মুখেৰে ভোৰভোৰাই অনুৰাধা চিঁৰৰে নামি গ'ল। ঘৰৰ ভিতৰত যেন এতিয়াও জুই জ্বলি আছে, কি প্ৰচণ্ড গৰম!

কমত সোমাই অনুৰাধাই দুৱাৰখন বন্ধ কৰি দিলে। চহৰৰ মাজ মজিয়াত ৰাতি কেণ্ডেলেৰে ঘৰ পোহৰাই ৰাখিব লাগিলে কেনেকুৱা লাগে! ফেনৰ ছুইচটো তাই অন কৰি থলে, কিজানি ৰাতি কাৰেণ্ট আহি যায়।

বিছনাত বাগৰাৰ অলপ পিছতে অনুৰাধাই গম পালে—গৰমত সমগ্ৰ শৰীৰ তিতি গৈছে। পিঠিফালৰ ইলাষ্টিকডালৰ হুকটো অনুৰাধাই এনেয়ে খুলি থৈ দিলে।

ৰাতিপুৱা টোপনিৰপৰা উঠিয়েই অনুৰাধা বাথৰুমত সোমাল। দিনটোত তিনিবাৰ গা-ধোৱাৰ অভ্যাস।



শ্বাৱাৰটো খুলি দিলে তাই।

পানী নাথাকিব বুলি ভাবিছিল; আছে। আজি দিনটো কি কৰিব এনেয়ে ভাবিলে। অৰুণাভ থকা হ'লে পুৰী, ছিল্কা অথবা গোপালপুৰ ক'ৰবালৈ কিবা এটা পেগ্ৰেমকেই কৰিব পৰা গ'লহেঁতেন। ছুটিৰ দিনত গোটেই দিনটো ঘৰত বহি থাকিবলৈ কেনেকুৱা লাগে!

অৰুণাভে যে এদিন কৈছিল কাৰ লগত জানো বিয়া ঠিক হৈছিল, শেষত গৈ কি জানো কাৰণত নহ'ল গৈ। অৰুণাভে ধেমালিতেও ক'ব পাৰে। ল'ৰাবোৰে এনেবোৰ কথা এনেয়ে বনাই বনাই কয়। ছোৱালীবোৰ আকৌ তাৰ সম্পূৰ্ণ বিপৰীত। এনেকুৱা কিবা ঘটনা ঘটি গ'লেও নজনাকৈ গোপনে ৰাখিব খোজে।

সেই যে এদিন পাৰাদ্বীপৰপৰা অৰুণাভে ফোন কৰিলে, তাৰ পাছত আৰু খবৰেই নাই। মৰিল নে আছে জানো! ফোন এটা কৰিলেনো কি হয়? তায়ো নম্বৰটো নাজানে। ডাইৰেক্টৰিত নম্বৰটো উঠাই নাই। নতুন কানেকশ্যন কাৰণে। কি বা দৰকাৰ পৰিছে তাইৰ পাৰাদ্বীপলৈ এনেয়ে এনেয়ে ট্ৰাংক কল কৰিবলৈ। নম্বৰটো জানিলেও তাই ফোন নকৰিলে হয়।

গোলাপী টাৱেলখনেৰে তিতা গা মচি মচি অনুৰাধাই ভাবিলে।

ঠিক সেই মুহূৰ্ততে তাই বাহিৰত মাত শুনিলে—অনুৰা, তোক অতনুদাহঁতৰ মাহীদেৱে মাতিছে। কালি ৰাতি অতনুদাৰ গাড়ী একছিডেণ্ট হৈ একদম মূৰ ফাটি গৈছে। তোক মাতিছে।

অনুৰ বুকুখন ধক কৈ উঠিল। সেয়া ৰাতুলৰ মাত। অতনুদাহঁতৰ ঘৰৰ ওচৰতে থাকে। নতুনকৈ চাইকেল চলাবলৈ শিকিছে। হয়তো আজিও অতনুদাৰ চাইকেলখন লৈ আহিছে।

দৌৰাদৌৰিকৈ গাত ব্লাউজটো সুমুৱাই শাৰীখন এনেয়ে মেৰিয়াই লৈ অনুৰাধাই বাথৰুমৰ দুৱাৰ খুলিলে।

কি একছিডেণ্ট হ'ল অতনুদাৰ? সঁচাকৈ কৈছ নে?

মিছাকৈ কম কিয়? মাহীদেৱেইতো তোক খবৰ দিবলৈ ক'লে। অতনুদাই বোলে বিচাৰি আছে।

কি হৈছে ভালকৈ কচোন।

অনুৰাধাৰ মাকেও আহি সুধিলে।

ধৱলগিৰি মন্দিৰৰপৰা আহি থাকোঁতে ৰাতি বোলে গাড়ী এখনে খুন্দিয়াই পেলাই দিলে। পিছত বাবুলদাহঁতে দেখি লৈ আহিছে। এতিয়া মূৰত বেণ্ডেজ। ৰাতিপুৱা পাটনায়ক ডাক্তৰে আহি চাই গৈছে।

এতিয়া কেনে আছে?

শুই আছে; মূৰত আৰু হাতত বেণ্ডেজ। তোক যাবলৈ কৈছে। মই যাওঁ এতিয়া। মায়ে বজাৰলৈ যাবলৈ দিছে।

অনুৰাধাই দেৰি নকৰিলে। মূৰটো ওপৰে ওপৰে আঁচুৰি শাৰীখন সলনি কৰি ল'লে। —মা, মই আহোঁ।

কিবা এটা খাই যা।

এতিয়া থাওক। আহি খাম।

বাওঁফালৰ টাৰ্নিংটোতে অনুৰাধাই ৰিক্সা পাই গ'ল। ৰিক্সাত উঠি অনুৰাধাই ক'লে—মধুসূদন নগৰ।

অতনুদাৰ বা কেনেকৈ এক্‌ছিডেন্ট হবলৈ পালে! তাইকে বা এনেকৈ অতনুদাই বিচাৰিছে কিয়? অনুৰাধাই মনে মনে ভাবিলে।

এই ৰিক্সা, জলদি চলা।

কেনেকৈ কি হ'ল অতনুৱে নিজেও নাজানে।

যোৱা সন্ধিয়া বহু দেৰিলৈকে অতনু বহি আছিল ধৱলগিৰি মন্দিৰৰ প্ৰাংগণত। কিমান জানো সময় হৈছিল। হঠাতে গোটেই চহৰতে পাৱাৰ কাট। সমগ্ৰ চহৰ আগুৰি ধৰিছিল অন্ধকাৰে।

ৰাতিৰ অন্ধকাৰ চহৰ শ্মশানৰ দৰে। মন্দিৰৰ চৌপাশ নিৰ্জন, স্থবিৰ গছৰ পাত; মন্দিৰৰপৰাও ভাহি অহা নাই কোনো ঘন্টাৰ ধ্বনি।

ধীৰে ধীৰে, খুপি খুপি অন্ধকাৰৰ মাজেৰে টিলাৰ ওপৰৰপৰা অতনু নামি আহিছিল।

অলি গুচি যোৱাৰ বাবেই পৃথিৱীখন অতনুৰ আৰু বেছি অন্ধকাৰ লাগিছিল নেকি?

অতনুৱে আজিও বুজিব নোৱাৰিলে অলিয়ে বিয়াৰ আগতে কিয় এদিনো জানিবলৈ নিদিলে বিয়াৰ কথা। সঁচা কথা, অতনুৱে কোনো দিনে অলিক প্ৰস্তাৱ দিয়া নাছিল। কিছুমান কথা থাকে যিবোৰ কোনো দিনে মুখ ফুটাই কোৱাৰ প্ৰয়োজন নহয়। অতুনৰ সেই ব্যৱহাৰ, সেই দৃষ্টি, সেই আকুলতা জানো যথেষ্ট নাছিল কেনেকৈ সি অলিক বিচাৰে সেইটো বুজাবলৈ!

অলিৰ দেউতাকে উৰিষ্যাৰ চৰকাৰী চাকৰি কৰিছিল। কলিকতাত তেওঁলোকৰ স্থায়ী ঘৰ আছে। ৰিটায়াৰমেন্টৰ পিছত চৰকাৰী ঘৰ এৰি কলিকতালৈ যোৱাৰ সময়ত, পুৰী এক্সপ্ৰেছত সন্ধিয়া পৰত অলিহঁতক অতনুৱে ছি অফ কৰিছিল। কম কম বুলিও কিবা এটা কোৱাৰ সুবিধা সেইদিনা অতনুৱে কৰিব নোৱাৰিলে।

যেন একো হোৱা নাই। সেইদৰে ট্ৰেইনৰ খোলা খিৰিকিৰে হাঁহি হাঁহি অলিয়ে হাত জোকাৰি চিঞৰিছিল—অতনু দা.....পাহৰি নাযাবা আমাক, কলিকতালৈ আহিলে ছিঅ'ৰ আহিবা.....এয়াৰপ'ৰ্টৰ কাষতে ঘৰ....উলিয়াবলৈ একদম ইজি.......নাটক কৰিলে খবৰ দিবা.....আহি যাম....।

তাৰ মাত্ৰ এমাহ পিছত অলিৰ চিঠি পাইছিল অতনুৱে.....অলিৰ বিয়া চৈধ্য তাৰিখে। নিশ্চয়কৈ আহিবা। নাহিলে বুজিম তুমি আমাক পাহৰি গৈছা।

সেই চিঠিৰ কি অৰ্থ হ'ব পাৰে অতনুৱে যেন আজিও বুজি পোৱা নাই।

টিলাৰ ওপৰৰপৰা নামি আহি অতনুৱে মেইন ৰোড পালে। গৰমত গা ঘামি গৈছে। ছাৰ্ট-গেঞ্জিয়ে গাত লিপিট খাই ধৰিছে। ৰাতিৰ আন্ধাৰত চহৰীয়া পথটো শুই থকা ক'লা সাপৰ দৰে লাগিছে।

ঠিক এনেকুৱা এক আন্ধাৰ ৰাতিয়েই অতনুৱে অলিক প্ৰথম তেনেকৈ স্পৰ্শ কৰিছিল।

ৰবীন্দ্ৰ মণ্ডপত কি জানো এখন নাটক কৰিছিল অতনুহঁতে। অতনুৱে নিজে লিখা নাটক।

কিমান দিন অতনুৱে নাটক লিখা নাই! অথচ যেতিয়া অলি আছিল, কি প্ৰচণ্ড উৎসাহেৰে ভৰি আছিল অতনুৰ মন! গোটেই ৰাতি উজাগৰে থাকি সি নাটক লিখিছিল; সন্মুখত প্ৰেৰণাৰ প্ৰতিমূৰ্তি হৈ ভাহি বৈছিল অলিৰ সেই সৰল নিষ্পাপ মুখ।

প্ৰেমৰ উত্তাপ আৰু প্ৰেৰণাই যে এজন মানুহৰ সৃষ্টি-ক্ষমতাক কেনেকৈ বিকশিত কৰি তুলিব পাৰে সেইকথা তেতিয়া অতনুৱে অনুভৱ কৰা নাছিল। কিন্তু আজি অলিৰ অনুপস্থিতিত, যেতিয়া কাগজ কলম লৈ কেতিয়াবা নিশ্চলনিৰ্বাক হৈ ঘন্টাৰ পিছত ঘন্টা শব্দৰ অপেক্ষাত বহি থাকে তেতিয়া অতনুৱে অনুভৱ কৰে—ইমান দিনে সি নিজে নাটক লিখা নাছিল। লিখিছিল

অতনুৰ কলমৰ জৰিয়তে অলিৰ প্ৰেৰণাই।

অলিহঁত তেতিয়া মধুসূদন নগৰত থাকে। ৰবীন্দ্ৰ মণ্ডপৰপৰা বেছি দূৰ নহয়। খোজ কাঢ়িও যাব পাৰি। তথাপি নাটকৰ শেষত অতনুৱে ৰিক্সাই ল'লে। লগত অলি থকাৰ বাবে।

বোধহয় ডিচেম্বৰ মাহ আছিল। খৃষ্টমাছৰ এদিন নে দুদিন পিছত। জেকবহঁতৰ ঘৰৰ বাৰাণ্ডাত খৃষ্টমাছৰ ষ্টাৰ তেতিয়াও ওলমি আছিল।

নাটকৰ শেষত এইদৰে অনেক দিন অতনুৱে আগতেও অলিক ঘৰত থৈ আহিছে; কোনো দিনে কোনোৱে তাৰবাবে একো সন্দেহ কৰা নাই। অলিৰ ঘৰখনে অতনুক সন্দেহ কৰাৰ কোনো কাৰণ বিচাৰি পোৱা নাই।

ভুবনেশ্বৰত সাধাৰণতে ঠাণ্ডা কম। তথাপি ডিচেম্বৰ-জানুৱাৰীৰ একো একোটা দিনত হঠাতে কেতিয়াবা ভীষণ ঠাণ্ডা পৰে। সেই দিনা ঠাণ্ডা পৰিছিল। অতনুৰ মনত আছে—ৰঙা কাশ্মীৰী শ্বল এখন গাত লৈ অলি নাটক চাবলৈ আহিছিল। ষ্টেজৰ পৰাই ক্ষীণ লাইটৰ পোহৰত অতনুৰ হঠাতে কেতিয়াবা প্ৰথম শাৰীতে বহি থকা আলিৰ মুখত চকু পৰিছিল।

জেকবহঁতৰ ঘৰ অতিক্ৰম কৰাৰ পিছতে হঠাতে সমগ্ৰ চহৰতে পাৱাৰ কাট। ৰিক্সাৰ ক্ষীণ লাইটে আৰু কিমান দূৰ ৰাস্তা পোহৰাব পাৰে!

ৰিক্সাত কব নোৱৰাকৈয়ে অলিৰ ৰঙা শ্বলৰ আঁচলৰে অতনুৱে গাৰ একাংশ ঢাকি লৈছিল।

ঠাণ্ডা লাগিছে নেকি অতনুদা?

অলিয়ে সুধিছিল।

নাই। এনেয়ে।

শেষৰ ছিনটোত তুমি কিন্তু বেছি বেছি কৰিলা।

অলিয়ে কৈছিল। আন্ধাৰতে অতনুৱে দেখিছিল অলিৰ বহল চকু দুটাই চকচক কৰিছে।

কি?

ৰাজশ্ৰীক ইমান জোৰে নধৰিলেও হ'লহেঁতেন। তোমালোকে বিচাৰি বিচাৰি সেই জনীকে পোৱা সদায়ে। ভুবনেশ্বৰত যেন আৰু একট্ৰেছ নায়েই!

সকলো ছোৱালী একে। অতনুৰ হাঁহি উঠি গৈছিল। কিয় জানো ক'ব নোৱাৰাকৈয়ে অতনুৱে কিবা অদ্ভুত আবেগেৰে বাওঁহাতেৰে অলিক কাষলৈ চপাই লৈছিল।

প্লিজ, না....অতনুদা—

অসম্ভৱ মৃদু আৰু কাতৰ স্বৰেৰে অতনুৰ হাত চেপি ধৰি অলিয়ে কৈছিল।

অলিৰ সেই মিনতি ভৰা দুচকুলৈ চাই সেই মুহূৰ্তত অতনুৰ কেনেকুৱা লাগি গৈছিল ভাবিলে এতিয়াও অতনুৰ সমগ্ৰ শৰীৰৰ ওপৰেৰে এক শান্ত, সুন্দৰ আৰু কোমল অনুভূতিৰ শিহৰণ বৈ যায়।

ঘৰত নমাই দিবৰ সময়ত গেটৰ সন্মুখত থিয় হৈ আন্ধাৰৰ মাজেৰে অলিয়ে কেইবাটাও মুহূৰ্ত এক দৃষ্টিৰে অতনুৰ চকুলৈ চাই ৰৈছিল। সেই দিনাই অতনুৱে অনুভৱ কৰিছিল অতনুৰ বাবে অলিৰ কি প্ৰয়োজন।

সেই অলি এতিয়া নাই।

ঠিক সেই মুহূৰ্তে পুৰীৰ ফালৰপৰা তীব্ৰ বেগত আহি থকা ট্ৰাকখন অতনুৰ চকুত পৰিল। তাৰপিছত অতনুৰ আৰু একো মনত নাই।

ৰিক্সাৰপৰা নামি অনুৰাধা সোমাই গ'ল অতনুৰ ঘৰলৈ।

পুৰণি-দুমহলীয়া ঘৰ। ৰং উৰালি গৈছে। কিমান বছৰ আগতে চাগৈ অতনুৰ দেউতাকে ভাৰাত লৈছিল। এতিয়া প্ৰায় নিজৰ ঘৰৰ দৰেই হৈ গৈছে।

আগতে ৰাস্তাৰ কাষত এজোপা শেৱালি ফুল আছিল। এতিয়া নাই। বহুদিন ইয়াৰপৰা অনুৰাধাই শেৱালি ফুল এনেয়ে লৈ গৈছে।

দুৱাৰ খুলিয়েই অনুৰাধাই দেখা পালে চিন্তাক্লিষ্ট অতনুৰ মাকক।

মাহীদেউ, কি হ'ল অতনুদাৰ?

উদ্বিগ্ন কণ্ঠেৰে অনুৰাধাই সুধিলে।

কিনো কবি! হাত-মূৰ ভাঙি আনিছে। ৰাতিপুৱা দেখোন তোৰ খবৰ ললে। সেয়ে ৰাতুলক পঠিয়াইছিলো তোৰ ওচৰলৈ। এতিয়া অলপ শুইছে নেকি!

তিনিটা কোঠালিৰ সৰু ঘৰ। গ্ৰাউণ্ড ফ্ল'ৰত অতনুহঁত থাকে। ওপৰত ঘৰৰ মালিক থাকে। মালিক অকলশৰীয়া মানুহ। কটকত কাপোৰৰ দোকান আছে। ৰাতিপুৱাই ওলাই যায়; মাজৰাতি আহে। অনুৰাধা যেতিয়াই আহিছে, সদায় মালিকৰ ঘৰ বন্ধ দেখিছে। আজিও ওপৰলৈ যোৱা চিৰিৰ দুৱাৰত তলা লাগি আছে।

ছাইডৰ ৰুমৰ দুৱাৰ খুলি অনুৰাধা ভিতৰলৈ সোমাই গ'ল। ওপৰলৈ

মুখ কৰি অতনু শুই আছে। মূৰ আৰু হাতত বেণ্ডেজ। বহুদিনৰ মূৰত যেন অনুৰাধাৰ চকুত পৰিল অতনুদাৰ মুখ।

মুখত কেইবাদিনৰো নুখুৰোৱা ডাড়ি, ক্লান্ত চকু। অথচ এই অতনুদা এসময়ত কি সুন্দৰ স্বাস্থ্যৰ অধিকাৰী আছিল! ৰবীন্দ্ৰ মণ্ডপত পগলাৰ দৰে নাটক কৰিছিল, নাটক লিখিছিল, ছেটিং সজাইছিল, ডাইৰেকচন দিছিল, কি সুন্দৰ অভিনয় কৰিছিল...

অলিৰ ওপৰত কিয় জানো অনুৰাধাৰ হঠাতে খং উঠি গ'ল।

পৃথিৱীত কিজানি কোনো কোনো মানুহ ঠিক এনেকুৱাই,—যাৰ সকলো উৎসাহ, প্ৰাণচাঞ্চল্যৰ আঁৰত লুকাই থাকে কোনো এক গোপন উৎস; সেই উৎস হেৰাই গ'লেই নিৰ্বাপিত হৈ যায় সকলো উৎসাহ।

অতনুদাৰ ওপৰতো অনুৰাধাৰ খং উঠি গ'ল। নিজৰ শৰীৰৰ ওপৰতো মানুহে এনেকৈ অত্যাচাৰ কৰে নে?

অনুৰাধাক দেখিয়েই অতনুৰ ক্লান্ত দুচকু মুহূৰ্তৰ বাবে উজ্জ্বলি উঠিল।

এতিয়া কেনেকুৱা পাইছা?

বিছনাখনৰ কাষলৈ আহি অনুৰাধাই উদ্বিগ্নভাৱে সুধিলে।

বহু সময় অতনুৱে কোনো উত্তৰ নিদিলে; এক দৃষ্টিৰে চাই ৰ'ল অনুৰাধাৰ মুখৰ ফালে। কি অদ্ভুত গভীৰ সেই দৃষ্টি!

অনু, তোৰ হাতখন অলপ সময় মোক চুই থাকিবলৈ দিবি?

যেন বহুত দূৰৰ কোনো গভীৰৰপৰা ভাহি আহিছে, অতনুদাৰ সেই অপ্ৰত্যাশিত প্ৰশ্নৰ শব্দবোৰ অনুৰাধাৰ ঠিক তেনেকুৱা লাগিল।

অবাক দৃষ্টিৰে অনুৰাধাই অতনুৰ দুচকুলৈ চাই ৰ'ল। এনেকুৱা এটা কথা ইমান গভীৰতাৰে সুধিবলৈ অতনুদা যেন তাইৰ বাবে পৃথিৱীৰ একেবাৰে শেষৰ মানুহজন!

সেইদিনা ঘৰলৈ আহি জীৱনত প্ৰথম বাৰৰ বাবে অনুৰাধাই কোনেও নুশুনাকৈ গাৰুত মুখ গুজি কান্দিলে। □



বিশ

## সমগ্ৰ শৰীৰৰ ওপৰেৰে বৈ গ'ল সেই সংগোপন নিশাৰ স্মৃতিৰ স্পৰ্শ

খিৰিকিৰে বাহিৰলৈ চালে ৰূপালীয়ে।

জালুকবাৰীৰ চিনাকি পথেৰে টেক্সি ধাবমান ৰবঝাৰ বিমান বন্দৰলৈ।

নীৰেন দত্তই চিগাৰেট এটা জ্বলাই ঘড়ীলৈ চালে; হয়তো হিচাপ কৰিলে কলিকতা অভিমুখী ফ্লাইটলৈ হাতত কিমান সময় আছে। সকলো সময়তে এনেদৰে ঘড়ীৰ কাটাৰ দৰে হিচাপ কৰি চলা মানুহ ৰূপালীৰ ভাল নালাগে। সময়ক বন্দী কৰি ৰাখিবৰ বাবে কোনে যে আৱিষ্কাৰ কৰিছে ঘড়ী! তথাপি মূৰটো ঘূৰাই ৰূপালীয়ে এনেয়ে সুধিলে, ফ্লাইটলৈ কিমান সময় আছে।

আছে সময়। এঘণ্টা বিশ মিনিট।

পুনৰ খিৰিকিৰে বাহিৰলৈ চালে ৰূপালীয়ে।

কেম্পাছ এতিয়া শূন্য। বন্ধত সকলো ঘৰলৈ গৈছে। প্ৰাণ চাঞ্চল্যৰে ভৰি থকা জালুকবাৰীৰ কেম্পাছ ছুটিৰ সময়ত কেনেকুৱা লাগে!

এই কৃষ্ণচূড়া জোপাৰ তলত বাছৰ বাবে আবেলি ৰূপালীহঁতে অপেক্ষা কৰিছিল সদায়, আজি ছাতিত ভৰ দি কোনোবা বৃদ্ধ এজন থিয় হৈ আছে; হয়তো আজাৰাৰ ফালে যাব, চহৰ অভিমুখী চিটি বাছখনত নুঠিল।

বহুতৰে হোৱাৰ দৰে বিশ্ববিদ্যালয়তে পঢ়ি থকা কাৰোবাৰ সৈতে ৰূপালীৰ বিশেষ সম্বন্ধ গঢ়ি নুঠিল। আনকি বহুদিনলৈ ৰূপালীক লগৰ ক্লাছমেটবোৰেও মাতিবলৈ সাহস কৰা নাছিল। হয়তো ৰূপালীৰ শৰীৰত এক বিচ্ছিন্ন আভিজাত্যৰ স্পৰ্শ আছিল। এনেকুৱা কিছুমান মানুহ থাকে, নিচেই ওচৰত থাকিলেও যাক বহুত দূৰত থকা যেন লাগে। ৰূপালীৰ মতে সকলোৰে লগত এটা দূৰত্ব বজাই ৰাখিব লাগে।

বিশ্ববিদ্যালয়ৰ ল'ৰাবোৰ যে কেনেকুৱা। অনবৰত প্ৰেমত পৰো পৰো কৈ থাকে। কিমান ল'ৰা ৰূপালীৰ ওচৰ চাপিছিল। ফাইনেল ইয়েৰৰ অঞ্জন নামৰ ল'ৰা এজনে প্ৰয়োজনতকৈ বেছি আগবাঢ়ি আহিব খুজিছিল। হয়তো জীৱনত কোনোদিনে প্ৰেমত পৰি পোৱা নাই, অথবা নিজকে সাংঘাতিক স্মাৰ্ট বুলিও ভাবিব পাৰে। ৰূপালীয়ে কোনো দ্বিধা নোহোৱাকৈ চাফ চাফ

কৈ দিছিল নীৰেন দত্তৰ কথা। নীৰেন দত্তৰ লগত তেতিয়া ৰূপালীৰ বিয়া ঠিক হৈ আছে।

বতাহত উৰি যোৱা কপালৰ চুলিখিনি ঠিক কৰি ৰূপালীয়ে এনেয়ে ভাবিলে—কি ঠিক, অঞ্জন নামৰ সেই ল'ৰাটোতো সঁচাকৈও ৰূপালীৰ প্ৰেমত পৰিব পাৰে! তাৰ পিছত কোনোদিনে অঞ্জনে ৰূপালীৰ সৈতে কথা পতাৰ প্ৰয়াস কৰা নাছিল।

বিমান বন্দৰলৈ নীৰেন দত্তৰ মাক, দেউতাক আৰু ভনীয়েকজনী আহিব খুজিছিল, ছি-অফ কৰিবৰ বাবে। ৰূপালীয়েই ক'লে—আজিকালি ফ্লাইট কেতিয়া আহে একদম ঠিক নাই; মিছামিছি গৈ কিমান সময় বৈ থাকিব লাগে কি ঠিক।

আচলতে বিমান বন্দৰত এটা অকাৰণ হুলস্থুলীয়া পৰিবেশ ৰূপালীয়ে পছন্দ নকৰে। নীৰেনৰ ঘৰখনো ৰূপালীৰ পছন্দ নহ'ল। মাক আৰু ভনীয়েকজনীয়ে কিজানি ৰূপালীক ঠিক সহজভাৱে লোৱা নাই; ক'ৰবাত কিবা এটা কমপ্লেক্স থাকি গৈছে।

গাড়ীৰ গ্লাছখন আধামান ওপৰলৈ তুলি ৰূপালীয়ে নীৰেনক সুধিলে,—সময় হ'লে কলিকতাত অলপ মাৰ্কেটিং কৰিম বুলি ভাবিছোঁ। তোমাৰ অসুবিধা হ'ব নেকি?

কি মাৰ্কেটিং?

নাই, সৰু সৰু বস্তু কেইটামান। নিউ মাৰ্কেটতে পাম। তোমাৰ অসুবিধা হ'লে নালাগে।

কি অসুবিধা? কলিকতাত কিন্তু বেছি সময় নাপাবা। লাঞ্চৰ পিছত সোনকালে ষ্টেচনলৈ যাব লাগিব। ট্ৰেফিক জামৰ বাবে কেতিয়াবা বহুত সময় লাগি যায়।

বৰঝাৰ বিমান বন্দৰত ৰূপালীহঁতে বেছি সময় ৰ'ব লগা নহ'ল। লাগেজ বুক কৰোঁতে কিছু সময় ল'লে। বিয়াৰ পিছত প্ৰথম ওলাই আহিছে, লাগেজ কিছু বেছি হোৱা স্বাভাৱিক। তথাপি যিখিনি নহলে নহয়, সেইখিনিয়ে ৰূপালীয়ে আনিছে। বিয়াত পোৱা আচবাব-পত্ৰ আৰু অন্যান্য বস্তু-বাহানি নীৰেনে ক'ম্পেনিৰ খৰচত ট্ৰাকত বুক কৰি দিছে।

পাৰাদ্বীপত অসুবিধা নহ'বতো? ৰূপালীয়ে সুধিছিল।

নহয়। চব আছে। ক'ম্পেনিৰ।



কেনেকুৱা ঘৰ, ফ্লেট নে বাংলো-টাইপ? বাংলো-টাইপ ঘৰ ৰূপালীৰ পছন্দ, প্ৰাইভেচি থাকে।

ফ্লেট, সন্মুখতে সাগৰ। ভাল পাবা।

কোন ফ্ল'ৰ?

ফ'ৰ্থ। ছমহলীয়া বিল্ডিং।

এতিয়া তলা মাৰি থৈ আহিছা নেকি?

নাই, কলিগ এজন আছে।

শ্বেয়াৰ কৰিব নোৱাৰোঁ কিন্তু মই।

নাই, মাত্ৰ এই কেইদিনহে আছে।

ফেমিলি নে বেচেলৰ? নীৰেনৰ ফালে মুখ ঘূৰাই ৰূপালীয়ে সুধিছিল।

বেচেলৰ।

কেনেকৈ বা ৰাখিছে তোমাৰ ফ্লেট! বেচেলৰবিলাকে ঘৰচৰ একদম লেতেৰা কৰি ৰাখে। কাম কৰা মানুহ আছে নে?

ল'ৰা এটা আছে। পিছে সি একো নাজানে। তুমি শিকাই লব লাগিব।

বিমানৰ ভিতৰত মূৰ ঘূৰাই ৰূপালীয়ে চাই ল'লে কোনোবা চিনাকি মানুহ আছে নেকি। নাই। নথকাই ভাল। বেছি মানুহ ৰূপালীয়ে পছন্দ নকৰে। কিছুমান যে বন্ধু থাকে, জাৰ্নিৰ সময়ত উপযাচি অনৰ্গল কথা পাতি যায়।

এতিয়াহে ৰূপালীৰ অনুভৱ হ'ল এখন সম্পূৰ্ণ আচিনাকি ঠাইৰ এখন নতুন ঘৰৰ দায়িত্ব লবলৈ তাই ওলাই আহিছে। ৰূপালী অৱশ্যে দেউতাকৰ লগত আগতে বহুবাৰ বাহিৰলৈ গৈছে। এতিয়া আৰু কোনো ঠাই ৰূপালীৰ অচিনাকি নালাগে।

মুহূৰ্তৰ বাবে ৰূপালীৰ মনত পৰিল দেউতাকৰ কথা। বিমান বন্দৰলৈ আজি অহাৰ কথা আছিল, শেষত আহিব নোৱাৰিলে। বাগানত ব'ৰ্ডৰ মিটিং আছে।

উৰন্ত বিমানৰ খিৰিকিৰে ৰূপালীয়ে বাহিৰলৈ চালে। বিমানৰ গোঁ গোঁ শব্দ। বেছিভাগে কাগজ লুটিয়াইছে। বাহিৰত শুভ্ৰ আকাশ, হয়তো পাতল মেঘৰ আৱৰণ। অদূৰত গুৱাহাটী চহৰ জালুকবাৰীখন এতিয়াও চিনাকি লাগিছে। বিল্ডিংবোৰ ক্ৰমশঃ অদৃশ্যমান। ব্ৰহ্মপুত্ৰৰ ওপৰৰ শৰাইঘাটৰ সাঁকো লাহেলাহে এখন সৰু সাঁকোলৈ ৰূপান্তৰিত হৈছে।

এয়াৰ হ'ষ্টেছৰ মৃদু পদধ্বনি।

টফিৰ ট্ৰে লৈ দুজনী এয়াৰ হ'ষ্টেছ দুই ফালৰপৰা আগবাঢ়ি আহিছে। একেই সেই চিনাকি শাৰী, উজ্জ্বল লিপষ্টিক, শ্বেম্পু কৰা চুলি বতাহত উৰিছে।

ৰূপালীয়ে ট্ৰেৰপৰা দুটা টফি তুলি ল'লে।

আজিকালি এয়াৰ হ'ষ্টেছ কেইজনী ৰূপালীৰ একদম পছন্দ নহয়। কেনেকুৱা এক্সপ্ৰেছনলেছ মুখ। ভালদৰে মেপ আপ কৰিবও নাজানে।

অথচ স্কুলত থকাৰ সময়ত বাহিৰলৈ ফুৰিবলৈ অহাৰ সময়ত ৰূপালীয়ে বাৰে বাৰে ভাবিছিল ডাঙৰ হ'লে বিমানৰ এয়াৰ হ'ষ্টেছ হ'ব, মেক-আপ কৰি বিমানত ঘূৰি ফুৰিব গোটেই পৃথিৱী। সময়ে যে কেনেকৈ মানুহৰ পছন্দৰ পৰিবৰ্তন আনে।

নীৰেনৰ ফালে ঘূৰি চালে ৰূপালীয়ে।

দুচকু বন্ধ। টোপনি গলেই।

কিয় জানো মুহূৰ্তৰ বাবে ৰূপালীৰ উপস্থিতিৰ কথাও পাহৰি গৈছে।

ৰূপালীহঁতৰপৰা দুটা ছিট আগত এজন তৰুণে তৰুণী এজনীক খিৰিকিৰে বাহিৰত কি জানো দেখুৱাই আছে, হয়তো অপসৃয়মান লুইতৰ ৰেখা।

প্ৰচণ্ড অভিমানেৰে ভৰি পৰিল ৰূপালীৰ মন। বিয়াৰ পিছতহে চাগে প্ৰকৃত পুৰুষজনক ধীৰে ধীৰে নাৰীয়ে আৱিষ্কাৰ কৰে। একেজন চিনাকি পুৰুষকে বিয়াৰ পিছত কেনেকুৱা অচিনাকি লাগে।

ফ্লাইটৰ গোটেইখিনি সময় ৰূপালীৰ মনটো এনেয়ে কিবা 'অফ' হৈ থাকিল।

খিৰিকিৰে ধীৰে ধীৰে দেখা গৈছে কলিকতা চহৰ। দূৰত তাল গছ তিনিজোপা দেখিলেই ৰূপালীয়ে গম পায় সেয়া দমদম বিমান বন্দৰ।

কলিকতাখন ৰূপালীৰ একদম ভাল নালাগে। ছেপ্তেম্বৰ মাহতো কি অসহ্য গৰম। ৰূপালীয়ে কেজুৱেল ড্ৰেছ এটা কৰি আহিম বুলি ভাবিছিল; নীৰেনে ক'লে—তাতগৈ যি পিন্ধা পিন্ধিবা। মা সাংঘাতিক কনজাৰভেটিভ। পাটৰ মেখেলা-চাদৰ পিন্ধি নগ'লে মাহঁতে বেয়া পাব।

এনেকুৱা ড্ৰেছ হেণ্ডেল কৰিবলৈকে ৰূপালীৰ দিগদাৰ লাগে। তথাপি......

বিমানে স্পৰ্শ কৰিলে কলিকাতাৰ মাটি। বিমানবন্দৰৰ এইখিনি আৰু ভি. আই. পি. ৰ'ডটো ঠিকেই আছে; বাকী অঞ্চলবোৰত কেনেকুৱা গাঁও গাঁও পৰিবেশ। তাতকৈ দিল্লী বহুত বেছি ভাল। পৰিষ্কাৰ-পৰিচ্ছন্ন মসৃণ পথ। কলিকতাৰ মানুহবোৰেও চাগে' একো ডিচিপ্লিন নাজানে। গোটেই চহৰখন কেনেকুৱা খিচিৰ-মিচিৰ হৈ থাকে।

কলিকতাৰ আকাশ ডাৱৰীয়া। বৰষুণ নহ'লেই ৰক্ষা। বৰষুণে কলিকতাক নৰকত পৰিণত কৰে।

এই,কলিকতা পালেহি।

চকু মেলি নীৰেনে ঘড়ীলৈ চালে।

হাতত তিনি ঘণ্টা সময় আছে। লাঞ্চ, মাৰ্কেটিং তিনি ঘণ্টাতে শেষ কৰিব লাগিব।

মাৰ্কেটিং থাকক। নহ'লেও হ'ব।

ৰূপালীৰ কণ্ঠস্বৰত ফুটি উঠা প্ৰচণ্ড অভিমানৰ সুৰ নীৰেন দত্তই ধৰিব নোৱাৰিলে।

কিয়, কি হ'ল?

থাকক।

ঠিক আছে। মোৰ কি!

দমদম বিমান বন্দৰৰপৰা পাৰ্ক ষ্ট্ৰীটলৈ যোৱাৰ পথত ৰূপালীয়ে মুখেৰে এটাও শব্দ উচ্চাৰণ নকৰিলে; যেন গভীৰ মনোযোগেৰে কিবা এটা চাই আছে, সেইদৰে চাই ৰ'ল বিশৃংখল কলিকতা চহৰ।

নীৰেন দত্তই চিগাৰেট এটা জ্বলাই আপোন মনে কি জানো ভাবি গ'ল; যেন দুজন অচিনাকি যাত্ৰীয়ে পাৰ্ক ষ্ট্ৰীট অভিমুখী এখন টেক্সি একেলগে ভাৰাত লৈছে।

গেষ্ট হাউছত আৰু কোনোবা দুটা ফেমিলি আছে। ৰূপালীহঁত সোমাই যোৱাৰ লগে লগেই দুয়োটা ফেমিলি ক'ৰবালৈ হুৰাহুৰিকৈ ওলাই গ'ল। হয়তো ক'ৰবাত চিনেমাৰ প্ৰ'গ্ৰেম আছে।

ৰূপালীৰ ক'লৈকো ওলাবৰ মন নগ'ল।

লাঞ্চৰ কাৰণে বাহিৰলৈ যাবা নে? নীৰেন দত্তই সুধিলে।

ইয়াত একো নহ'ব নেকি?

অৰ্ডাৰ দিব লাগিব।

ৰূপালীক একো নোসোধাকৈয়ে নীৰেন দত্তই কি জানো অৰ্ডাৰ দি আহিল।

খিৰিকিৰে ৰূপালীয়ে বাহিৰলৈ চালে। সুন্দৰ ল'কেশ্যন। সন্মুখত পাৰ্ক

ষ্ট্ৰীটৰ ওপৰেৰে গাড়ীৰ চলমান শাৰী; কোনোবা বিদেশী চিনেমাত দেখা ব্যস্ত বিদেশী চহৰৰ দৃশ্য যেন লাগে।

পৰিষ্কাৰ পৰিচ্ছন্ন এয়াৰ কণ্ডিশ্যনড কোঠালি। বিছনাত পাৰি থোৱা বগা চাদৰে জকমক কৰিছে। খিৰিকিত ওলমি থকা ডাঠ সেউজীয়া পৰ্দা টানি দিলে ৰূপালীয়ে। মৃদু আন্ধাৰত ডুব গ'ল কোঠালিৰ পৰিবেশ।

পিন্ধি অহা পাটৰ মেখেলা-চাদৰ চেঞ্জ কৰি ৰূপালীয়ে এৰি দিলে অভিমানী শৰীৰ ডানলপৰ কোমল বিছনাত।

লাঞ্চৰ পিছত পেপাৰ এখন মেলি লৈ বিছনাত পৰিল নীৰেন দত্ত।

ৰাতি ট্ৰেইনত ভালদৰে শুবলৈ নাপাবা। এতিয়া অলপ ৰেষ্ট লৈ লোৱা কাগজৰপৰা মূৰ নোতোলাকৈ নীৰেনে ক'লে।

ৰূপালীৰ ক'বৰ মন গ'ল—মোৰতো একো ভাগৰ লগা নাই। ৰেষ্ট লোৱাৰ প্ৰয়োজন নাই। নক'লে।

বিয়াৰ আগৰ সেই নীৰেন, বিয়াৰ পিছত যেন অন্য এক মানুহ।

বিয়াৰ পাছত প্ৰতিজন মানুহ চাগে পৰিবৰ্তিত হয় দুজন ভিন্ন পুৰুষলৈ; এজনক জানে মাথোঁ বাহিৰৰ মানুহে আৰু এজনক অকল বিবাহিতা স্ত্ৰীয়ে।

নীৰেনলৈ চালে ৰূপালীয়ে।

কোনো কোনো মানুহৰ বাবে চাগে' বিয়া এক সামাজিক প্ৰয়োজন; ব্যক্তিগত নহয়। এনেকুৱা মানুহৰ বাবে 'বিয়া'ৰহে প্ৰয়োজন, নাৰীৰ নহয়।

বিয়াৰ দুসপ্তাহ পিছতো নীৰেনৰ সৈতে প্ৰকৃতাৰ্থত ৰূপালীৰ কোনো শাৰীৰিক সম্বন্ধ নহ'ল। বন্ধু-বান্ধৱ, মা-দেউতা সকলো থকাৰ সময়ত নীৰেনৰ মুখত কোনো অস্বাভাৱিকতা নাই, মুখৰ হাঁহিত যেন সদ্য-বিবাহৰ সুখৰ স্পৰ্শ।

পৃথিৱীৰ কোনেও নাজানিলেও ৰূপালীয়েতো জানে সিহঁতৰ বৈবাহিক জীৱনৰ গোপন ৰহস্য।

বিয়াৰ পিছৰ প্ৰতি নিশা শুবৰ সময়ত ৰূপালীয়ে প্ৰতিটো মুহূৰ্তত উৎসুকতাৰে অপেক্ষা কৰিছে,—এই যেন এই মুহূৰ্তত কিবা এটা উন্মত্ত সুন্দৰ ঘটনা সংঘটিত হ'ব; ছোৱালী হৈ বিয়াৰ পিছতো প্ৰথম প্ৰথম কিবা এটা ইনিছিয়েটিভ লবলৈ বেছিভাগ নাৰী দ্বিধাগ্ৰস্ত; তথাপি নিজেই ৰূপালীয়ে খুব সন্তৰ্পণে বহুখিনি আগবাঢ়ি গৈছে ইংগিতময় পথেৰে। কিবা যেন আড়ষ্টতা নীৰেনৰ সঁহাৰিত; ৰূপালীৰ বহুত আগতেই নিদ্ৰামগ্ন নীৰেন দত্ত।



তথাপি অসুখীতো নহয় নীৰেন দত্ত। তেনেকুৱা মানুহৰ বাবে নাৰীৰ ওচৰৰপৰা বিচাৰিবলৈ যেন একোৱেই নাই। অথচ বিয়াৰ মুহূৰ্তত কি অনন্ত সম্ভাৰ লৈ এজনী নাৰী কাষ চাপি আহে পুৰুষৰ।

গভীৰ অতৃপ্তিৰে ৰূপালীয়ে এই কেইদিনতে অনুভৱ কৰিলে এজন পুৰুষে এজনী নাৰীক কিমানখিনি দিব পাৰে আৰু শৰীৰৰ আনন্দ কিমান তীব্ৰ হ'ব পাৰে, সেই কথা হয়তো নীৰেনৰপৰা ৰূপালীয়ে কেতিয়াও জানিব নোৱাৰিব।

অথচ বিয়াৰ সেই আগৰ দিন কেইটা—। ৰূপালী যেতিয়া চাহবাগানৰ বাংলোত—। বাহিৰৰ চাহগছৰ পাতে পাতে যি মুহূৰ্তত ধীৰে ধীৰে বৈ গৈছিল ৰাতিৰ বতাহ—। ৰূপালীয়ে ভাবিছিল এটি সদ্য প্ৰস্ফুটিত শুভ্ৰ ফুলৰ দৰে তাইক শান্ত, সুন্দৰভাৱে গ্ৰহণ কৰিব নীৰেনে; স্বপ্নময় স্থিৰ অথচ উত্তাল তৰংগময় হ'ব নিবিড় মুহূৰ্ত।

প্ৰচণ্ড অভিমানত ৰূপালীয়ে পঢ়ি থকা কাগজখন নীৰেনৰ হাতৰপৰা দলিয়াই দিলে।

কি কৰিছা? পঢ়িবলৈ দিয়াচোন।

নালাগে পঢ়িব।

নীৰেনে কিবা এটা অনুমান কৰাৰ আগতেই ৰূপালীয়ে অভিমানী মুখ গুজি দিলে নীৰেনৰ বুকুত।

কি হ'ল তোমাৰ?

চেপি ৰখা অভিমানত ৰূপালীৰ শৰীৰ বৈ বৈ আন্দোলিত।

নীৰেনৰ সোঁহাত ৰূপালীৰ পিঠিত। কিয় জানো ৰূপালীৰ ভাব হ'ল উষ্ণতাৰ পৰিবৰ্তে কি অদ্ভুত শীতল সেই স্পৰ্শ।

নীৰেন দত্ত কিজানি জীৱনত কেতিয়াও কোনো কথাত ৰিস্ক লোৱাৰ পক্ষপাতী নহয়। সন্ধিয়াৰ ট্ৰেইনৰ বাবে হাওড়া ষ্টেচনলৈ আধা ঘন্টা আগতে ওলালেই হয়; নীৰেনে তাগিদা দিলে ডেৰ ঘন্টা আগৰপৰা।

সোনকালে ওলোৱা। ট্ৰেফিক জামত ট্ৰেইন মিছ হ'লে দিগদাৰ হৈ যাব।

হওক দিয়া মিছ। ইমান আগতে গৈ ষ্টেচনত বৈ থাকিবলৈ মোৰ অসহ্য লাগে।

ফাৰ্ষ্ট ক্লাছত ৰিজাৰ্ভেশ্যন কৰা আছিল। কোনো অসুবিধা নহ'ল।

হাওড়া ষ্টেচনৰ কোলাহল এৰি অহাৰ পিছৰপৰাই খিৰিকিৰে ৰূপালীয়ে চাই ৰ'ল পাছলৈ গুচি যোৱা পুৰণি বিল্ডিং, পাত নোহোৱা গছ আৰু কলিকতাৰ ধোঁৱাময় আকাশ।

চলমান ট্ৰেইনৰ ছন্দময় ধ্বনিত প্ৰতিটো মুহূৰ্ততে পিষ্ট ৰাতিৰ নৈশব্দ।

তুমি শোৱা, মই অলপ খিৰিকিৰ কাষতে বহিছোঁ।

ৰূপালীয়ে ক'লে নীৰেনক।

অফিচত খবৰ দিয়া আছিল। ভুবনেশ্বৰ ষ্টেচনৰ বাহিৰতে অপেক্ষাৰত ক'ম্পেনিৰ গাড়ী।

পাৰাদ্বীপ মাথোঁ দুঘণ্টাৰ পথ। পোনে পোনে পাৰাদ্বীপলৈ যাওঁ বলা। ইয়াত মিছামিছি বৈ লাভ নাই।—নীৰেনে ক'লে।

বলা।

বাহিৰত প্ৰভাতী ৰ'দ। দোকানৰ ছাটাৰ এতিয়াও খোলা নাই। নিদ্ৰালস শৰীৰ দুয়োজনে এৰি দিলে গাড়ীৰ ছিটত।

কিবা খোৱা বস্তু লৈ যাব লাগিব নেকি? ঘৰত কিবা থাকিব জানো? —ৰূপালীয়ে সুধিলে।

অৰুণাভে যোগাৰ কৰি ৰাখিছে নিশ্চয় কিবা।

বিদ্যুত চমকৰ দ'ৰে ৰূপালীয়ে নীৰেনৰ মুখৰ ফালে চালে।

কোনে!

অৰুণাভ চৌধুৰীয়ে। সেই যে কৈছিলো মোৰ কলিগ.....

মুহূৰ্তৰ বাবে ৰূপালীৰ সমগ্ৰ শৰীৰৰ ওপৰেৰে বৈ গ'ল সেই সংগোপন নিশাৰ স্মৃতিৰ স্পৰ্শ।

নৱ জীৱনৰ প্ৰাৰম্ভত কোনো কোনো স্মৃতি পাহৰাৰ প্ৰয়োজন। ৰূপালীৰ বাবে অৰুণাভ তেনে এক স্মৃতি যাক স্বইচ্ছাৰে তাই ঠেলি দিছিল পাহৰণিৰ গৰ্ভলৈ।

নীৰেন দত্তই জানে নে ৰূপালীৰ শৰীৰত অৰুণাভ নামৰ কাৰোবাৰ স্পৰ্শৰ স্মৃতি এতিয়াও লাগি আছে?

খুব সন্তৰ্পণে ৰূপালীয়ে নিৰীক্ষণ কৰিলে নিদ্ৰালস নীৰেনৰ মুখ।

নাই, অভিব্যক্তিবিহীন।

বুকুৰ ভিতৰত এক গোপন উৎকণ্ঠাৰে ৰূপালীয়ে অপেক্ষা কৰিলে পাৰাদ্বীপ



পোৱাৰ মুহূৰ্তলৈ।

গাড়ীৰ পিছৰ ছিটত নীৰেন গভীৰ টোপনিত মগ্ন। খিৰিকিৰে ৰাতিপুৱাৰ ৰ'দ আহি মুখত পৰিছে।

বহুত দূৰৈৰপৰাই ৰূপালীৰ দৃষ্টিগোচৰ হ'ল পাৰাদ্বীপৰ সাগৰ। বোম্বেৰ জুহু বিচ, মেৰিন ড্ৰাইভত এক্সকাৰছনলৈ যাওঁতে ৰূপালীয়ে প্ৰথম সাগৰ দেখিছিল। মাত্ৰ যোৱা বছৰ দেউতাকৰ লগত চাই গৈছে কন্যাকুমাৰীৰ সমুদ্ৰৰ বুকুত থকা বিবেকানন্দ ৰক মেম'ৰিয়েল।

তথাপি সমুদ্ৰৰ কিবা এক সৌন্দৰ্য আছে। আদিগন্ত বিস্তৃত উৰ্মিময় সমুদ্ৰ দেখি বহুত সময়ৰ মূৰত ৰূপালীৰ মনটো অলপ ভাল লাগি গ'ল।

সমুদ্ৰ তীৰত চকুত পৰিল ছমহলীয়া বিল্ডিং তিনিটা। সেই তিনিটাৰে কোনোবা এটা হ'ব। কোনো কোনো বেলকনিত থিয় হৈ আছে নাৰীপুৰুষ। তাৰেই কোনোবা এজন হয়তো অৰুণাভ হ'ব। অৰুণাভে এতিয়াও বিয়া কৰোৱা নাই কিয়।

পাৰাদ্বীপ পালোহি।

চকু মেলি চালে নীৰেনে।

সেই যে শেষৰ বিল্ডিংটো। ফ'ৰ্থ ফ্ল'ৰ। কেনেকুৱা লাগিছে?

ভালেই।

ৰূপালীয়ে চাবলৈ চেষ্টা কৰিলে বেলকনিত কোনোবা আছে নে নাই।

গাড়ী দেখিয়েই ওপৰৰপৰা নামি আহিল সুকান্ত। সলজ্জ হাঁহিৰে নমস্কাৰ কৰিলে।

চাহাব আছে নে নাই? নীৰেন দত্তই সুধিলে।

আছে, এই উঠিছে।

সুকান্তই লাগেজ ওপৰলৈ লৈ গ'ল।

চিৰিৰে ওপৰলৈ উঠিল নীৰেন দত্ত আৰু ৰূপালী। বাকী বিল্ডিঙৰ বেলকনিৰপৰা উৎসুকতাৰে কেইবাজনেও দৃষ্টি নিক্ষেপ কৰিছে। দুই নম্বৰ বেলকনিৰ দাস চাহাব ডিউটিলৈ যাবৰ বাবে নামি আহি গাড়ীত উঠিছে।

দুৱাৰ খুলি দিলে অৰুণাভে নিজে।

ৰূপালীৰ ফালে চাই অৰুণাভে ক'লে,—স্বাগতম পাৰাদ্বীপলৈ।

মুহূৰ্তৰ বাবে অৰুণাভে চাই ৰ'ল ৰূপালীৰ চকুলৈ। চকুত স্মৃতিৰ চিহ্ন

ৰূপালীয়েও চালে অৰুণাভলৈ।

কিয় জানো দুয়োজনে সেই মুহূৰ্তত একেটা সিদ্ধান্তকে ল'লে: দুয়ো অপৰিচিতৰ দৰে আচৰণ কৰিব।

নীৰেন দত্তই চিনাকি কৰি দিলে,—এয়া অৰুণাভ চৌধুৰী, এয়া ৰূপালী।

একেসময়তে দুয়োজনে সংলগ্ন হাত ওপৰলৈ তুলিলে।

বিগৰ খবৰ কি? নীৰেনে সুধিলে।

লাহে লাহে সেই চব হ'ব। ফ্ৰে'ছ হৈ লওকচোন। মই কিন্তু আজি ভুবনেশ্বৰলৈ যাম। আপোনালোকক অনা গাড়ীখনতে। পোন্ধৰ দিনৰ অফ্।

অৰুণাভৰ ফালে ঘূৰি চালে ৰূপালীয়ে।

জোৰ কৰা সত্বেও অৰুণাভ নৰ'ল। হাতত ব্ৰিফকেছ লৈ ব্ৰেকফাষ্টৰ পিছতে অৰুণাভ আহি গাড়ীত উঠিল।

ছি অফ কৰিবৰ বাবে চিৰিৰে তললৈ নামি আহিল নীৰেন দত্ত। চলন্ত গাড়ীয়ে টাৰ্নিং লবৰ সময়ত অৰুণাভে মাত্ৰ এবাৰৰ বাবে চাই পঠিয়ালে ওপৰলৈ: বেলকনিত তেতিয়াও ৰূপালী থিয় হৈ আছে।

গোটেই দিনটো কিয় জানো ৰূপালীয়ে বুকুৰ ভিতৰত কিবা এটা অস্থিৰতা অনুভৱ কৰিলে।

দুপৰীয়া নীৰেন দত্ত অফিচলৈ গ'ল।

সন্ধিয়া পৰত ৰূপালী ওলাই গ'ল নীৰেনৰ সৈতে বজাৰৰ ফালে।

কিবা মাৰ্কেটিং কৰিবা নেকি?

আজি থাকক।—ৰূপালীয়ে ক'লে।

সেইদিনা ৰাতি শোৱাৰ আগে আগে বহুসময় ৰূপালী বহি থাকিল বেলকনিত। নিজৰ অস্থিৰতা ঢাকিবৰ বাবেই কিজানি তাই চঞ্চল হৈ উঠিল।

বাহিৰত শান্ত সমুদ্ৰৰ বতাহ। ইমান সন্মুখতে জ্যোৎস্নাস্নাত ৰূপালী সাগৰ! অদূৰত ওপঙি আছে আলোকিত জাহাজ।

কোঠাত সোমাই ৰূপালীয়ে কাপোৰ সলাই পাতল নাইট গাউন এটা পিন্ধি ল'লে, গোলাপী ৰঙৰ। আয়নাৰ সন্মুখত বহি মুখত অলপ ক্ৰিম সানিলে।

লাইটটো নুমুৱাই দিম?



ছুইচত হাত দি বিছনাত এনেয়ে বাগৰি থকা নীৰেনক সুধিলে ৰূপালীয়ে। দিয়া।

পোন প্ৰথমবাৰৰ বাবে ৰূপালী দ্বিধাহীনতাভাৱে নীৰেনৰ ইমান কাষ চাপিল। বুকুত মূৰ থ'লে নীৰেনৰ।

অদ্ভুত কৌতূহলেৰে নীৰেনে লক্ষ্য কৰিলে ৰূপালীৰ ব্যৱহাৰ। ৰূপালীৰ কম্পিত হাতৰ স্পৰ্শ নীৰেনৰ শৰীৰত। কাষ চাপি অহা উষ্ণ ওঁঠ।

ঠিক সেই মুহূৰ্ততে—

নীৰেনৰ দ্বিধাগ্ৰস্ত হাতৰ স্পৰ্শ যেতিয়া ৰূপালীৰ অনাবৃত বুকুত, ঠিক সেই মুহূৰ্ততে ৰূপালীয়ে অনুভৱ কৰিলে এক অদ্ভুত আড়ষ্ঠতা। সেই আড়ষ্ঠতা ইমানেই সূক্ষ্ম যে নীৰেনৰ দৰে মানুহৰ সেইটো উপলব্ধি কৰাৰ সম্ভাৱনা নাই।

এনেকুৱা নিবিড় মুহূৰ্তত—যেতিয়া সময় হৈ যাব লাগিছিল স্তব্ধ, বহিৰ্বিশ্ব হৈ যাব লাগিছিল অস্তিত্ববিহীন, ঠিক সেই মুহূৰ্তত.......

ৰূপালীৰ মনত পৰিল অৰুণাভৰ কথা, আৰু মনলৈ আহিল শব্দ বৰ্ণময় সেই স্মৃতি। তাই পুনৰ মূৰ থ'লে নীৰেনৰ বুকুত।

ৰূপালীৰ চকুলৈ যেন চকুপানীৰ ঢল নামি অহাৰ উপক্ৰম হ'ল।□

## একৈশ

## এজনৰ সান্নিধ্যই আন এজনৰ স্মৃতিৰ ভিৰ পাতল কৰি দিয়ে

পাৰাদ্বীপৰপৰা ভুবনেশ্বৰৰ পথ ছোৱাত, অৰুণাভে প্ৰথমতে ভাবিছিল—অকল ৰূপালীৰ কথা মনলৈ আহিব। বিদায় লৈ অহাৰ সময়ত মুহূৰ্তৰ বাবে বেলকনিত থিয় হৈ থকা ৰপালীক তেওঁৰ চকুত পৰিছিল।

ৰূপালীৰ দুচকুত ফুটি উঠিছিল নেকি সেই পৰিচয়ৰ স্মৃতি? ৰূপালীক এটা অস্বস্তিকৰ পৰিস্থিতিৰপৰা ৰক্ষা কৰিবৰ বাবেইতো অৰুণাভে নিজৰ পূৰ্বৰ কোনো স্মৃতিৰ কথা আৰতাৰণা নকৰিলে। যি এবাৰ স্বইচ্ছাই আঁতৰি যায়, তাক দূৰৈৰপৰাই গোপনে গোপনে শুভেচ্ছা জনোৱাৰ বাহিৰে বা

আৰু কৰিব লগীয়া কি থাকে?

চলন্ত গাড়ীৰ ছিটত বহি অৰুণাভে চিগাৰেট এটা জ্বলাই ল'লে। বাহিৰত আবেলিৰ গোন্ধ, ঘোৰ খোৱা নীলবৰ্ণ আকাশ।

নীলকণ্ঠই একমনে গাড়ী চলাই আছে। কি বা ভাবি আছে। আচলতে পৃথিৱীৰ প্ৰতিজন মানুহে সকলোৰে অলক্ষিতে নিজৰ মনৰ ভিতৰতে সংগোপনে এক নিজস্ব পৃথিৱী নিৰ্মাণ কৰে; সেই পৃথিৱীত বহুত দূৰৰপৰা ভাঁহি অহা দুন্দুভিৰ শব্দৰ দৰে নিঃসংগ পৰত সুখ আৰু দুখৰ শব্দ বাজে।

বাঁওহাতখন বুকুৰ ওপৰত থৈ অৰুণাভে অনুভৱ কৰিবলৈ চেষ্টা কৰিলে এই মুহূৰ্তত হৃদয়ৰ গভীৰত কিহৰ শব্দ প্ৰতিধ্বনিত হৈছে। নামহীন কিবা এটা একাকী শব্দ নৈশব্দৰ দৰে তেওঁৰ হাতৰ তলুৱাৰে বগুৱা বাই শৰীৰৰ প্ৰতিটো অংগত বিয়পি পৰিল।

শেষ হৈ যোৱা প্ৰথম ছিগাৰেটটো দলিয়াই দি অৰুণাভে আৰু এটা চিগাৰেট জ্বলাই ল'লে।

ভুবনেশ্বৰত প্ৰবেশ কৰাৰ মুহূৰ্তত এবাৰৰ বাবে অৰুণাভে ভাবিলে—সন্ধিয়াটো আজি কেনেকৈ কটোৱা যাব। অনুৰাধাৰ কথাকে মনলৈ আহিল প্ৰথমতে। কোনো কোনো মানুহৰ কথা মনলৈ আহিলেই এক নিৰ্মল আনন্দই হৃদয় স্পৰ্শ কৰে।

হঠাতে অৰুণাভৰ অনুভৱ হ'ল ৰূপালীৰ উপস্থিতি আৰু অতীত হৈও অতীত হ'ব নোখোজা সেই স্মৃতিয়ে তেওঁক আৰু কোনো দিনে আমনি নকৰে।

পোনে পোনে প্ৰাচী হোটেললৈ বলা। অৰুণাভে নীলকণ্ঠক ক'লে।

অৰুণাভৰ কিছু লাগেজ এতিয়াও হোটেলৰ ক্ল'ক ৰুমতে আছে। কালিয়েই ৰুম বুক কৰি ৰাখিবৰ বাবে অৰুণাভে মেছেজ পঠিয়াইছিল। মেহৰা চাহাবে নিশ্চয় বুক কৰি ৰাখিছে।

গুড আফটাৰনুন।

কাউন্টাৰত এংলো ইণ্ডিয়ান মহিলা গৰাকীৰ লগত আৰু এজনী ছোৱালী থিয় হৈ আছে। ৰিচেপচনিষ্ট হ'ব। আগতে অৰুণাভৰ চকুত পৰা নাছিল, নতুন ৰিক্ৰুইটো হ'ব পাৰে। জিনছৰ পেন্ট এটাৰ ওপৰত হালধীয়া গেঞ্জি এটা, বাওঁফালে বুকুত এই উৰোঁ উৰোঁকৈ থকা কপৌ চৰাই এটা প্ৰিন্ট কৰা আছে। কি বা অৰ্থ!



অৰুণাভ সোমোৱাৰ লগে লগেই ওচৰতে থকা ইণ্টাৰক'মটো বাজি উঠিল। বাওঁহাতেৰে ছোৱালীজনীয়ে তুলি ললে।

মেহৰা চাহাবে ঠিকেই খবৰ দিছে।

এংলো ইণ্ডিয়ান মহিলা গৰাকীক আজি কিবা নিষ্প্ৰভ যেন লাগিছে, হয়তো ছোৱালীজনী ওচৰত থকাৰ বাবে। প্ৰথম দিন ইমান চকুত পৰা নাছিল, আজি অৰুণাভৰ ভালকৈ চকুত পৰিল,—সেউজীয়া স্কাৰ্ট পৰিহিতা মহিলাৰ মুখত প্ৰসাধনে ঢাকি ৰাখিব নোৱাৰা বয়সৰ ৰেখা। ওচৰতে থকা হালধীয়া গেঞ্জিৰে ছোৱালীজনীক এটা ৰঙা আপেল যেন লাগিছে; বুকুত গেঞ্জিয়ে ঢাকি ৰাখিব নোৱাৰা ঔদ্ধত্য আছে।

এইবাৰ বেলেগ কোঠালি। থাৰ্ড ফ্ল'ৰত। হোটেলখন এতিয়া চিনাকি হৈ গৈছে।

লাউঞ্জৰ ছোফাত বহি দুজন বয়সস্থ মানুহে এই আবেলিতে বিয়েৰ খাই আছে। বুজিব নোৱৰা কিবা এটা ভাষাত তেওঁলোকে অনৰ্গল কথা পাতি আছে। দাক্ষিণাত্যৰ ফালৰ হ'ব। কলেজত থাকোঁতে বিভিন্ন ৰাজ্যৰপৰা অহা ল'ৰাবোৰৰপৰা অৰুণাভে বিভিন্ন ভাষা শিকাৰ এটা প্ৰচেষ্টা চলাইছিল প্ৰথমতে। সকলোৰে প্ৰথম প্ৰথম তেনেকুৱা কৰে। দুই-এটা অশ্লীল শব্দ শিকাৰ পিছত উৎসাহ শেষ হৈ যায়। সেই সময়ত অৰুণাভে অনুভৱ কৰিছিল পৃথিৱীৰ সকলো ভাষা শিকিলেও যেন দাক্ষিণাত্যৰ ভাষা শিকাতো সম্ভৱ নহয়।

গা ধুই উঠি অৰুণাভে অফিচলৈ ফোন কৰিলে। অনাতাঁৰ-কোঠাত আজিকালি চব্বিছ ঘন্টা মানুহ থাকে; ৰিগৰ লগতো ভুবনেশ্বৰৰ সংযোগ স্থাপন কৰা হৈছে। ৰিগৰ কমিউনিকেশ্যান ছিষ্টেম দেখি অৰুণাভ অবাক হৈ গৈছিল। ছেটেলাইটৰ জৰিয়তে যেন গোটেই পৃথিৱীখন হাতৰ মুঠিলৈ অনা হৈছে। ডায়েল ঘূৰালেই লণ্ডন, পেৰিছ, ছিংগাপুৰৰ লগত সংযোগ স্থাপন হয়। অৰুণাভে মাজ সমুদ্ৰৰ মাজৰ ৰিগৰপৰাই পেৰিছৰ এক্সছেঞ্জৰ ছোৱালী অপাৰেটৰৰ মাত শুনিছে। ভাবিলে কেনেকুৱা লাগে! অথচ ভুবনেশ্বৰৰপৰা পাৰাদ্বীপৰ লাইন পাবলৈ প্ৰায় দিনটো লাগে,—যদিহে লাইন ঠিকে থাকে।

মাইকেলে সদায় সন্ধিয়া ছিংগাপুৰত থকা কাৰোবাৰ সৈতে ৰিগৰপৰাই চুপতি মাৰি থাকে। ডেনিছে এদিনো কালৈকো ফোন কৰা নাই। অৰুণাভে এদিন সুধিছিল—তুমি কেতিয়াবা ঘৰলৈ ফোন নকৰা কিয়?

ডেনিছে কেৱল এটা শান্ত হাঁহিৰে সমিধান দিছিল—যি হাঁহিৰ অৰ্থ হয়তো অকল তেওঁহে জানে।

কোনোবা অচিনাকি অপাৰেটৰ এজনে টেলিফোন তুলি ললে।

মেহৰা চাহাব এতিয়া অফিচত আছে নে? অৰুণাভে সুধিলে।

এই অলপ আগতে ওলাই গৈছে। আপুনি কোনে কৈছে?

অৰুণাভ চৌধুৰী।

গুড ইভিনিং ছাৰ। আজি ৰাতিৰ ফ্লাইটত মেহৰা চাহাব দিল্লীলৈ যোৱাৰ কথা। এতিয়া হোটেল কোনাৰ্কত পাব পাৰে।

টেলিফোনটো ক্ৰেডেলত থৈ অৰুণাভে ভাবিলে এতিয়াই মেহৰা চাহাবক ফোন কৰিব নে নকৰে। এই দুসপ্তাহ অৱশ্যে অৰুণাভৰ অফিচৰ লগত কোনো সম্বন্ধ নাই। অফ-শ্ব'ৰ ৰিগত থাকিলে এইটোৱেই সুবিধা। একেৰাহে কিছুদিন ৰিগত থকাৰ পিছত অফ পোৱা যায়। বিদেশী কম্পেনিবোৰে তিনি সপ্তাহ ৰিগত কাম কৰাৰ পিছত তিনি সপ্তাহ ছুটি দিয়ে; লগতে ঘৰলৈ যাবলৈ আপ এণ্ড ডাউন এয়াৰ ফেয়াৰ। পিছলৈ হয়তো এই ক'ম্পেনিয়েও একেই সুবিধা দিব পাৰে। বৰ্তমানে মানুহৰ অভাৱৰ বাবে পোন্ধৰ দিন কাম কৰিলে এসপ্তাহৰ ছুটিৰ ব্যৱস্থা ৰাখিছে।

মেহৰা চাহাবক তথাপি ৰিপ'ৰ্ট কৰাটো উচিত হ'ব। ফোনটো তুলি ল'লে অৰুণাভে।

হোটেল কোনাৰ্ক লাগে।

সিমূৰৰপৰা ভাহি আহিল নিয়ন্ত্ৰণকক্ষৰ অপাৰেটৰৰ কণ্ঠস্বৰ। কনভেণ্ট এডুকেটেড ছোৱালীৰ একছেন্টেড মাত।

হোটেল কোনাৰক?

মিষ্টাৰ মেহৰাৰ লগত কথা হ'ব পাৰোঁ নে?

জাষ্ট এ মিনিট।

মেহৰা চাহাব এতিয়া আকৌ ক'ৰবালৈ ওলাই যাব; সাত বজাৰ পিছত অৰুণাভক হোটেল কোনাৰ্কতে লগ ধৰিবলৈ ক'লে।

হাতৰ ঘড়ীলৈ চালে অৰুণাভে। এতিয়াও দুঘন্টাৰ অধিক সময় আছে। অনুৰাধা হয়তো এতিয়া অফিচৰপৰা ঘৰ পালেগৈ। অনুৰাধাৰ ঘৰত টেলিফোন নাই। তথাপি অফিচৰ নাম্বাৰতে অৰুণাভে ডায়েল কৰিলে।

দীৰ্ঘ দুই মিনিট জুৰি ক্ৰিং ক্ৰিং শব্দৰে টেলিফোন বাজিল। অফিচ নিশ্চয় বন্ধ হ'ল; চৰকাৰী অফিচত ছুটিৰ পিছত কোননো বহি থাকে! অফিচৰ সময়তে মানুহ বিচাৰি পোৱা নাযায়।

ফোনটো নমাই থবৰ সময়তে ভাঁহি আহিল অনুৰাধাৰ মাত। অৰুণাভৰ কণ্ঠস্বৰ শুনিয়েই অনুৰাধাই চিঞৰি উঠিল।

এতিয়াও বাচি আছা নেকি তুমি? মইতো তোমাৰ বাবে কনড'লেন্স পাতিম বুলি ভাবিছিলো। কেতিয়া আহিলা?

আজি। তোমাৰ খবৰ কোৱা?

বাঃ খবৰ ল'ব নালাগে। আমাৰ খবৰ লোৱা মানুহ বহুত আছে। তুমি নললেও হ'ব।.....এই, অফিচলৈ আহিব পাৰিবা?

তোমাৰ অফিচলৈ মই আকৌ কিয় যাম?

আহাচোন। কথা আছে। দেৰি নকৰিবা কিন্তু। অফিচ চিনি পোৱা নহয়। মই বাৰাণ্ডাতে থাকিম। আহিবাতো?

কিয়?

মই মাতিছো, সেই কাৰণে।

ঠিক আছে।

দেৰি নকৰিলে অৰুণাভে। অকলে অকলে সন্ধিয়াটো কাটোৱাতকৈ কিছু সময় অনুৰাধাৰ লগত কটালে সময়খিনি ভালদৰেই পাৰ হ'ব। নীলকণ্ঠক চাৰি বজাত ৰিপ'ৰ্ট কৰিবলৈ কৈছিল, আহিল নে নাই জানো!

ৰিচেপশ্যন কাউণ্টাৰত এতিয়াও হালধীয়া গেঞ্জি পিন্ধা ছোৱালীজনী পাছমূৰকৈ থিয় হৈ আছে। শ্বেম্পু কৰা বব কটা চুলি। অনাবৃত গলধন সাগৰৰ পাৰৰ মসৃণ বালিচৰৰ দৰে লাগিছে।

কোঠাৰ চাবি কাউণ্টাৰত জমা থৈ অৰুণাভ হোটেলৰ বাহিৰ ওলাল। বাহিৰত নীলকণ্ঠই গাড়ীত বহি টোপনিয়াই আছে।

ৰবীন্দ্ৰ মণ্ডপৰপৰা কিছু আঁতৰত ছেক্ৰেটেৰিয়েটৰ কাষত অনুৰাধাৰ অফিচ। গাড়ীৰে ক্ৰছ কৰোঁতে অনুৰাধাই এদিন দেখুৱাই দিছিল; দুমহলীয়া বিল্ডিং, বাহিৰত চকুত পৰাকৈ ছাইন ব'ৰ্ড আছে।

উৰিষ্যা চৰকাৰৰ সহযোগত উৰিষ্যাত বিভিন্ন ঠাইক লৈ অনুৰাধাহঁতে কেইবাখনো ডকুমেন্টেৰি ফিল্ম কৰিছে।

অফিচ উলিয়াবলৈ অৰুণাভৰ বিশেষ একো অসুবিধা নহ'ল। সন্মুখত নীলকণ্ঠই গাড়ী ৰখালে। গাড়ীৰ শব্দ শুনিয়েই ঘৰৰ ভিতৰৰপৰা বাৰাণ্ডালৈ

ওলাই আহিল অনুৰাধা। ধোঁৱা বৰণীয়া প্ৰিণ্টেড শাৰী, কান্ধেদি বৈ গৈছে চিনাকি সেই বাদামী চুলিৰ বেণী। চিৰিৰে নামি আহি অনুৰাধাই ক'লে—তুমি কিন্তু খীণালা। ৰিগত খাবলৈ নিদিয়ে নেকি?

খোৱাৰ কাৰণে নহয়।

হাঁহি মাৰি অৰুণাভে ক'লে।

চিৰিৰে ওপৰলৈ উঠি যোৱা অনুৰাধাই পাছফালে মুখ ঘূৰাই সুধিলে,—তেনেহ'লে?

তোমাৰ চিন্তাত।

বাঃ বাঃ তেল ক'ম্পেনিৰ মানুহতো, তেল মৰাত বাহিৰে দেখিছোঁ একোৱেই নাজানা। ভিতৰলৈ ব'লা।

সৰু অফিচ। চ'কিদাৰ এটাত বাহিৰে অফিচত কোনো নাই।

তোমাৰ কাৰণেই মই ৰৈ আছো, বাকী সকলো গ'লগৈ।—অনুৰাধাই ক'লে।

সৰু হ'লেও পৰিষ্কাৰ অফিচ। দেৱালত উৰিষ্যাৰ বিভিন্ন মঠ, মন্দিৰ আৰু দৰ্শনীয় স্থানৰ ৰঙীণ সুদৃশ্য প'ষ্টাৰ; ফাইল-পত্ৰেৰে উশাহ বন্ধ হৈ যাব খোজা নিৰ্জীৱ চৰকাৰী অফিচবপৰা এই অফিচ সঁচাকে ব্যতিক্ৰম। যি অফিচত অনুৰাধাৰ দৰে প্ৰাণচাঞ্চল্যৰে ভৰি থকা এজনী ছোৱালী থাকে, সেই অফিচ যেন ঠিক এনেকুৱাই হ'ব;—

অৰুণাভে মনতে ভাবিলে।

ভিতৰৰ চিৰিৰে অনুৰাধাহঁত ওপৰলৈ উঠি গ'ল। চিৰিৰ বাওঁফালে দেৱালত পুৰীৰ সমুদ্ৰত অস্তপ্ৰায় সূৰুযৰ সুবিশাল প'ষ্টাৰ; সন্ধিয়াৰ সমুদ্ৰবক্ষত ওপঙি ৰোৱা মাছমৰীয়া নাও।

তুমি চাগে ভাবিছা, তোমাকনো এতিয়া এইদৰে ক'লৈ মাতি আনিছোঁ এতিয়াই গম পাবা।

ৰহস্যময় হাঁহি এটা মাৰি অনুৰাধাই ক'লে।

ওপৰৰ মহলাৰ ক'ৰিডৰৰ দুইফালে দুটা কোঠালি।

বাহিৰৰ ৰাস্তাত হালধীয়া পোহৰ, তলৰপৰা ভাহি আহিছে সন্ধিয়াৰ ব্যস্ত পথৰ ৰিক্সাৰ শব্দ। নিৰ্জনতা বিৰাজমান অফিচৰ ভিতৰত।

আহাঁ।

বাঁওফালৰ কোঠালিৰ দুৱাৰ খুলি অনুৰাধা ভিতৰলৈ সোমাই গ'ল। অৰুণাভে



অনুসৰণ কৰিলে। দুৱাৰখিৰিকি বন্ধ প্ৰায়ান্ধাকাৰ কোঠালি। খিৰিকিত ওলমি আছে ডাঠ অস্বচ্ছ পৰ্দা।

দুৱাৰখন বন্ধ কৰি দিয়া।

আন্ধাৰতে অনুৰাধাই ক'লে।

দুৱাৰ বন্ধ কৰাৰ লগে লগে অন্ধকাৰে আগুৰি ধৰিলে কোঠালিৰ পৰিবেশ। ৰহস্যময় হাঁহি এটা মাৰি অনুৰাধাই নিচেই ওচৰৰপৰা ক'লে,—ভয় লাগিছে নেকি তোমাৰ? একো নকবোঁ দিয়া, ভয় খাব নালাগে। এইফালে আহাঁ।

এচুকৰ ছোফাত অৰুণাভ বহিল।

আন্ধাৰতে অনুৰাধাই খুট-খাট কি জানো কৰিলে। অৰুণাভে অনুমানেই কৰা নাছিল,—সম্মুখত দেৱালত লগোৱা আছে বগা পৰ্দা। এচুকত ৰখা প্ৰজেক্টৰৰপৰা অনুৰাধাই পৰ্দাত পোহৰ পেলালে। আন্ধাৰৰ মাজেৰে দৃশ্যমান ধোঁৱাময় ঋজু পোহৰৰ ৰেখা। কণ্ঠস্বৰ ভাঁহি আহিল অনুৰাধাৰ।

ডকুমেণ্টেৰিখন যে কৰিছিলো, তোমাক দেখুৱাম বুলি ভাবিছোঁ। বৰ কষ্ট কৰিছোঁ জানা এইখনৰ কাৰণে। তোমাৰ কমেণ্ট দিবা।

কিমান সময় পাৰ হৈ গ'ল অৰুণাভে প্ৰথমতে অনুমান কৰিব নোৱাৰিলে। সেই কেইটা মুহূৰ্ততে অৰুণাভৰ ভাব হ'ল উৰিষ্যাৰ প্ৰতিটো চুকতে যেন লুকাই আছে ঐতিহ্যমণ্ডিত একো একোখন সুদৃশ্য ঠাই। অৰুণাভে সিদ্ধান্ত ল'লে,—এই পোন্ধৰ দিনৰ ভিতৰতে যিমানে পাৰি উৰিষ্যাৰ ঠাইবোৰ ঘূৰিব লাগিব। অনুৰাধা লগত যাব নে? অনুৰাধাতকৈ ভাল গাইড কোন হ'ব পাৰে।

হঠাতে অনুৰাধাই লাইট জ্বলাই দিলে। উজ্জ্বল পোহৰে অৰুণাভৰ চকু ছাট মাৰি ধৰিলে। প্ৰজেক্টৰ অফ কৰি অনুৰাধাই সুধিলে—কেনেকুৱা পালা?

এনেকৈ ডকুমেণ্টেৰি কৰিলে উৰিষ্যা টুৰিষ্টেৰে ভৰি যাব।

আচলতে কি জানা, চাব লগীয়া ঠাই সকলোতে আছে। তুমি কেনেকৈ প্ৰেজেণ্ট কৰিছা, কেনেকৈ আকৰ্ষণ কৰিছা তাৰ ওপৰতেই নিৰ্ভৰ কৰিছে মানুহৰ ভিৰ। তোমাৰ অসমততো কিমান চাবলগীয়া ঠাই আছে! মায়েতো সদায় যাওঁ যাওঁকৈ থাকে। কামাখ্যাত পূজা দিলেহে বোলে স্বৰ্গত ঠাই পাব। তুমিয়েই এবাৰ লৈ যাবা। মায়ে বৰ ভাল পায় তোমাক।

তুমি নোপোৱা নেকি?

হাঁহি হাঁহি অৰুণাভে সুধিলে।

তোমাক ভাল পোৱাতকৈ গছৰ মূঢ়া এটাকে ভাল পোৱা ভাল। কোনো কথাতে তোমাৰ একো বিএকশ্যন নাই। এতিয়া ব'লা। এইদৰে ইয়াত চুপতি মাৰি থাকলে কাইলৈকে অফিচত ওলাব নোৱাৰা হ'ম। তলত যে চ'কিদাৰজন দেখিছা, নাম্বাৰ ওৱান ছি. আই ডি।

বাহিৰৰ পথত সন্ধিয়াৰ ভিৰ। অফিচৰ চৌহদত নীলকণ্ঠ বৈ আছে গাড়ীত বহি। অনুৰাধাই সুধিলে উৰিয়াতে,—চিনি পাইছা নে নাই! সলজ্জ হাঁহি মাৰি নীলকণ্ঠই মূৰ দুপিয়ালে।

চিগাৰেট এটা জ্বলাই ল'লে অৰুণাভে।

এই, তোমাৰ গাড়ীখন এৰি দিয়া। অনুৰাধাই ক'লে। অৰুণাভে অনুৰাধাৰ মুখৰ ফালে চালে।

সন্ধিয়া গাড়ীত ঘূৰি ফুৰিবলৈ একদম ভাল নালাগে। চব মানুহে দেখিছা খোজ কাঢ়ি ফুৰিছে তাৰ মাজত গাড়ীত উঠি ঘূৰি ফুৰিলে নিজকে কেনেকুৱা অপৰাধী যেন লাগে।

বাঃ একদম বেলেগ ফিল'চফি দেখোন! অৰুণাভে হাঁহি হাঁহি ক'লে।

ঠাট্টা কৰিব নালাগে। অফিচৰ গাড়ী লৈ ক'ত ছোৱালীৰ লগত ঘূৰি ফুৰিছা, তোমাৰ সেই মেহৰা চাহাব নে কাক ৰিপ'ৰ্ট কৰি দিম ৰ'বা। গম পাবা।

নীলকণ্ঠক সাত বজাত অৰুণাভে হোটেল প্ৰচীত ৰিপ'ৰ্ট কৰিবলৈ কলে।

কোন ফালে যাবা।

অৰুণাভে সুধিলে!

ৰাস্তাৰ সোঁফালে চিনেমা হল এটা। ফাৰ্ষ্ট শ্ব এতিয়াও আৰম্ভ হোৱা নাই। সন্মুখত মানুহৰ ভিৰ। বোধহয় কিবা উৰিয়া ছিনেমা, একা-বেঁকা আখৰ অৰুণাভে পঢ়িব নোৱাৰিলে।

এনেয়ে ৰাস্তাৰে খোজ কাঢ়োঁ ব'লা। মাজে মাজে এনেদৰে মানুহৰ ভিৰৰ মাজেৰে খোজ কাঢ়িব লাগে। নহ'লে পৃথিৱীৰ মানুহ বুলি মনতেই নাথাকিব। পাৰাদ্বীপত কি কৰিলা? তোমালোকৰ কম্পেনিৰ কথা উৰিয়া পেপাৰত খুব ওলাইছে। তোমালোকৰ ৰিগ দেখুৱাবলৈ নিবা?

লেডিজ ষ্ট্ৰিক্টলি প্ৰহিবিটেড।

নিবৰ মন নাই যদি নিনিওঁ বুলি ক'বা।



সঁচাকে।

হৈছে। দৰকাৰ নাই, নাচাও তোমাৰ ৰিগ। এনেয়ে কৈ চাইছিলো তুমি কেনেকুৱা কৰা।

অনুৰাধাৰ বাদামী চুলিৰ বেণী বতাহত উৰিছে। এনেকুৱা বয়সত সকলো ছোৱালীৰ মুখতে যেন কিবা এক লাৱণ্যময়ী মাধুৰ্য ফুটি উঠে। দিনটো অফিচত থাকি অনুৰাধা এতিয়া ক্লান্ত, তথাপি সকলো সময়তে অনুৰাধাৰ চকু দুটা চিকমিকাই থাকে। সন্ধিয়াৰ আন্ধাৰৰ লগত অনুৰাধাৰ ধোঁৱা বৰণীয়া শাৰী সুন্দৰভাৱে মিলি গৈছে।

কি চাই আছা তেনেকৈ? এনেকৈ ৰাস্তাৰ মাজত ছোৱালীৰ মুখলৈ চাই থাকিলে মানুহে পিটি গুড়ি কৰি দিব। উৰিষ্যাৰ মানুহ সাংঘাতিক কনজাৰভেটিভ।....আৰু সেই যে চিনেমা হলৰ সন্মুখত ল'ৰাবোৰ দেখিছা ছোৱালীৰ বাবে প্ৰাণ দিওঁ দিওঁকৈ থাকে।

হাঁহি হাঁহি অনুৰাধাই ক'লে।

এইখিনিত ভাল ৰেস্তোৰা এখনো নাই। চাহ খাব পাৰিলোহেঁতেন। ঘৰলৈকে যাওঁ ব'লা। মায়ে তোমাৰ কথা সুধি থাকে। মাত দি যাবা।

ব্যস্ত পথ এৰি সোঁফালৰ গলিৰে অনুৰাধাহঁত ৰেলওয়ে ক্ৰছিঙৰ ফালে আগবাঢ়িল। চাইকেলত উঠি দুজন ডেকা ল'ৰাই কৌতূহলী দৃষ্টিৰে অৰুণাভক লক্ষ্য কৰিলে। অনুৰাধাই কোনো পাত্তা নিদিলে।

মাত্ৰ এবাৰৰ বাবে অৰুণাভৰ মনত পৰিল ৰূপালীৰ কথা। অনুৰাধা নাথাকিলে কিজানি হোটেলৰ কোঠালিত বহি অকলে অকলে এতিয়া অৰুণাভে ৰূপালীৰ কথাকে ভাবি সন্ধিয়াটো পাৰ কৰি দিলেহেঁতেন। কেনেকৈ এজনৰ সান্নিধ্যই আন এজনৰ স্মৃতিৰ ভিৰ পাতল কৰি দিয়ে!

পাছফালৰপৰা আন্ধাৰৰ মাজেৰেই অৰুণাভে অনুৰাধাৰ ফালে চালে। পাতল, লাহী শৰীৰ, বতাহত দোলায়িত বেণী, ডিঙিত মিহি চেইন। এইজনী ছোৱালীয়ে কেতিয়াও কোনো কথা ছিৰিয়াছলি নাভাবে নেকি?

ৰেলৰ ইঞ্জিন এটা পাৰ হৈ গ'ল। কিবা এটা কৈছিল অৰুণাভে; ইঞ্জিনৰ শব্দত তেওঁৰ কথাষাৰ ঢাক খাই গ'ল।

গেট খুলি অনুৰাধা সোমাই গ'ল। ৰাস্তাৰপৰাই অৰুণাভে দেখা পালে অনুৰাধাৰ মাকে ড্ৰয়িংৰুমত কথা পাতি আছে কাৰোবাৰ সৈতে।

দুৱাৰ খুলিয়েই মুহূৰ্তৰ বাবে অনুৰাধা চুপ হৈ ৰ'ল।

সন্মুখতে বহি আছে অতনুদা। পাছফালে মুখ ঘূৰাই চালে অনুৰাধাই—গেট বন্ধ কৰি অৰুণাভ সোমাই আহিছে ভিতৰলৈ। □

## বাইশ

## প্রেম পৃথিৱীৰ সর্বশ্রেষ্ঠ ভাষা

পেলিকান ৰিগৰ শূন্য হেলিপেডত অকলশৰে ডেনিছ বহি আছে। ডেৰিকৰপৰা ভাহি আহিছে ঘৰ ঘৰ মেচিনৰ শব্দ। এই শব্দৰপৰাই ডেনিছে অনুমান কৰিব পাৰে কেনেকৈ সমুদ্ৰৰ গৰ্ভত তেলৰ সন্ধানত বৃহৎ আকাৰৰ পাইপবোৰ সোমাই গৈ আছে।

যেতিয়া ডেনিছ কিশোৰ আছিল, স্কুলৰ শিক্ষাৰ অন্তত নৰ্থ ছিৰ ৰিগ এটাত প্ৰথম চাকৰিত সোমাইছিল, তেতিয়া প্ৰচণ্ড কৌতূহলেৰে প্ৰতিটো মুহূৰ্তত সি নিৰীক্ষণ কৰিছিল বিজ্ঞানৰ এই চমকপ্ৰদ যাদু।

প্ৰথমতে 'বিটৰ' সহায়ত খন্দা হৈছে সমুদ্ৰগৰ্ভ আৰু তাৰ মাজেৰে সুমুৱাই দিয়া হৈছে এটাৰ পিছত এটাকৈ তিনি হাজাৰ, চাৰি হাজাৰ মিটাৰ তললৈ বৃহৎ বৃহৎ পাইপ। সমুদ্ৰগৰ্ভৰপৰা উঠি অহা মাটি, বালি, শিলৰ টুকুৰা পৰীক্ষা কৰি বিজ্ঞানীয়ে ঘোষণা কৰিছে তেল আৰু গেছৰ সম্ভাৱনাৰ কথা, ঘোষণা কৰিছে কিমান ফুট তলত প্ৰকৃতিয়ে সকলোৰে অলক্ষিতে সাঁচি ৰাখিছে তেলৰ ভাণ্ডাৰ। ৰিগত প্ৰথম তেল পোৱাৰ দিনা কি অদ্ভুত আনন্দত ডেনিছ শিহৰিত হৈ উঠিছিল। সি পাহৰি গৈছিল অবিৰাম হাড়ভগা পৰিশ্ৰমৰ কথা, পাহৰি গৈছিল বদমেজাজী আমেৰিকান 'বছ'ৰ প্ৰতিটো মুহূৰ্তৰ অসন্তুষ্টিৰ কথা। সেয়া আজি প্ৰায় কুৰি বছৰৰ আগৰ কথা।

তাৰ পিছত কিমান ৰিগত ডেনিছে চাকৰি কৰিছে! পৃথিৱীৰ সকলো সমুদ্ৰৰ পানী আজি ডেনিছৰ চিনাকি। কঠোৰ পৰিশ্ৰম, নিষ্ঠা আৰু ঐকান্তিকতাই ডেনিছক ডেৰিক ফ্ল'ৰত সাধাৰণ কাম কৰা ক্ৰু এজনৰপৰা এক সুবিশাল, অত্যাধুনিক ৰিগৰ কেপ্টেইন কৰিছে।

চৌদিশে নিবিড় শূন্যতা। কজলা বৰণৰ সমুদ্ৰপৃষ্ঠ নিস্তৰংগ। অদূৰত ক'তো



দৃশ্যমান হোৱা নাই জাহাজৰ মাস্তুল অথবা সাগৰীয় চৰাই।

যোৱা প্ৰায় চব্বিছ ঘণ্টা নিদ্ৰাবিহীনভাৱে ডেনিছে কাম কৰিছে। কেতিয়াবা ৰিগত হঠাতে এনেকুৱা জটিল সমস্যাৰ সৃষ্টি হয়, মুহূৰ্তৰ বাবেও জিৰণিৰ অৱকাশ নাথাকে। এনেকুৱা জটিল মুহূৰ্তবোৰেই ডেনিছৰ আটাইতকৈ প্ৰিয়। অতীতৰ স্মৃতি, বৰ্তমান, ভৱিষ্যত সকলো অৱচেতন মনৰ গভীৰ গৰ্ভত নিমজ্জিত কৰি এনেকুৱা মুহূৰ্তবোৰতে নিচাগ্ৰস্ত মানুহৰ দৰে ডেনিছে সদায় মগ্ন হৈ পৰে নিজৰ কৰ্তব্যত।

কোনো কোনো মানুহৰ জীৱনে এনেদৰে গঢ় লৈ উঠে যে সেই জীৱনটোক জীয়াই থাকিবলৈকে কিবা এক নিচাৰ প্ৰয়োজন; নহ'লে মকৰাজালৰ দৰে বিষণ্ন স্মৃতি, বৰ্তমান-ভৱিষ্যতৰ অতলান্ত গভীৰ শূন্যতাই ধীৰে ধীৰে সমগ্ৰ সত্তা আগুৰি ধৰিব খোজে।

আকাশৰ ফালে মূৰ তুলি চালে ডেনিছে।

ক'ৰবাত 'ডিপ্ৰেশ্যন' হৈছে। সেয়েহে আকাশ মেঘাচ্ছন্ন, ঠিক লণ্ডনৰ বিষণ্ন সন্ধিয়াৰ দৰে।

এনেকুৱা মুহূৰ্তবোৰত ডেনিছৰ মনত পৰে সুদূৰৰ লণ্ডন চহৰৰ কথা। মনত পৰে জেৰিনৰ কথা, আৰু হৃদয়ৰ কোনো অসূৰ্যস্পৰ্শিত নিভৃত কোণত এক হাহাকাৰৰ মাজতো ডেনিছে শুনিবলৈ পায় কোনো দিনে নুশুনা সেই অদেখা শিশুৰ মধুৰ কলধ্বনি।

সদ্য যৌৱনপ্ৰাপ্ত কিশোৰ-কিশোৰীৰ দৰে ডেনিছ আৰু জেৰিনে প্ৰতিটো সন্ধিয়া ঘূৰি ফুৰিছিল লণ্ডনৰ পিকাডেলি চাৰ্কাছ, ৰেষ্ট মিনষ্টাৰ, হাইড্ পাৰ্কত। দেশ-বিদেশৰপৰা অহা টুৰিষ্টৰ ভিৰৰ মাজত নিৰুদ্দেশ হৈ গৈছিল ডেনিছ আৰু জেৰিন। ঘণ্টাৰ পিছত ঘণ্টা ধৰি উদ্দেশ্যবিহীনভাৱে ঘূৰি ফুৰাৰ পিছত ক্লান্ত হৈ সিহঁত বহি পৰিছিল পিকাডেলি চাৰ্কাছৰ হাতত ধনু-কাঁড় লৈ থকা ইৰ'ছৰ মূৰ্তিৰ সন্মুখত। সেই সময়ত মেঘাচ্ছন্ন লণ্ডন চহৰো আছিল ডেনিছৰ বাবে আনন্দোজ্জ্বল।

তাৰপিছতো ডেনিছে গৈছে লণ্ডনলৈ। মাত্ৰ এবাৰৰ বাবে। জেৰিন তেতিয়া ডেনিছৰ হৈ নাই। বিষণ্ন সন্ধিয়া ইৰ'ছৰ মূৰ্তিৰ সন্মুখত বহি নিঃসংগ ডেনিছে সেইবাৰ চাই ৰৈছিল, ৰং-বিৰঙৰ পোছাকেৰে সজ্জিত অচিনাকি পথচাৰীৰ ভিৰ। চৌদিশে আলোক-উজ্জ্বল বিজ্ঞাপনৰ অভিনৱ বাহাৰ। এটা বিজ্ঞাপনৰ পাছতেই একেখিনি ঠাইতে মুহূৰ্তৰ পিছত আৰম্ভ হৈছে অন্য

এক বিজ্ঞাপন: যিদৰে জীৱনৰ দৃশ্যৰ পৰিবৰ্তন হয়। জীৱনৰ প্ৰথমবাৰৰ বাবে ডেনিছে সেইবাৰ অনুভৱ কৰিছিল টুৰিষ্টেৰে ভৰি থকা লণ্ডন চহৰো কি আশ্চৰ্যকৰ এক বিষণ্ণ চহৰ।

কাইলৈৰপৰা তিনি সপ্তাহৰ বাবে ডেনিছৰ অফ। নতুন কেপ্তেইন জেনছনে আজি জইন কৰিছেহি।

ডেনিছে ভাবিলে এইবাৰ ছুটিত সি ক'লৈ যাব? আগৰ ছুটিবোৰ সি পাৰ কৰি দিছে টেকচাছ, অকলাহোমা, লুইছিয়ানা, ছিংগাপুৰত। চব্বিছ ঘণ্টা উৰুৱাই দিছে পানীয় অথবা নিত্য নতুন ক্ষণিকৰ সংগিনীৰ লগত। কেতিয়াবা কেনেকৈ একোটা, মাত্ৰ একোটা সাধাৰণ ঘটনাই মানুহক নিজকে ধ্বংস কৰাৰ বাবে প্ৰলুব্ধ কৰে! ডেনিছে জানে এই যে ঠিকনাবিহীন, বিশৃংখল জীৱন, এয়াতো তিল তিল মৃত্যুৰেই নামান্তৰ! কোনো কোনো মানুহৰ জীৱনৰ সকলো সুখ আৰু আনন্দ নিৰ্ভৰ কৰে মাথোন একোটা উৎসৰ ওপৰত সেই উৎস হেৰাই যোৱাৰ পিছতে এনেকুৱা মানুহে হেৰুৱাই পেলায় সুখ আৰু আনন্দ লাভৰ ক্ষমতা।

কিয় জানো আন্দামানত মাত্ৰ কেইটামান ঘণ্টাৰ বাবে লগ পোৱা পম্পা নামৰ সেই কণমানি ছোৱালীজনীয়ে ডেনিছৰ অভিমানী মনত আকৌ এবাৰৰ বাবে জগাই তুলিছে এই পৃথিৱী আৰু জীৱনৰ প্ৰতি মায়া। নাৰীৰ শৰীৰক লৈ ডেনিছে অনেক খেলিছে; এতিয়া তাৰ অলপ প্ৰেমৰ প্ৰয়োজন।

ডেনিছৰ মনত পৰিল মিছেছ ডালভিৰ কথা। পিছদিনা ৰাতিপুৱা ঠিক আঠবজাত ৰিগৰ হেলিপেডত অৱতৰণ কৰিলে হেলিকপ্টাৰ। জেকছনক হেণ্ডশ্বেক কৰি ডেনিছে হেলিকপ্টাৰত উঠি ছিট বেল্ট বান্ধি ল'লে।

তিনি সপ্তাহৰ বাবে ৰিগৰ ব্যস্ততা, সমস্যা, অহৰহ বাজি থকা মেচিনৰ ঘৰ ঘৰ শব্দই ডেনিছক আৰু স্পৰ্শ নকৰে। মাটিত ভৰি দিয়াৰ পিছত সি এক নতুন মানুহ।

সন্ধিয়া পৰত ডেনিছে হোটেলৰ বাহিৰ ওলাল। ক'লা ট্ৰাউজাৰ, পাতল নীল ৰঙৰ ছাৰ্ট। সি চিগাৰেট এটা জ্বলাই ল'লে।

তাৰুণ্যৰে ভৰি থকা উজ্জ্বল মুখ, ছফুট ওখ, উন্নত শৰীৰ, চলনৰ ঋজু ভংগী; হাজাৰ পথচাৰীৰ মাজতো আত্মবিশ্বাস আৰু গাম্ভীৰ্যৰে দৃপ্ত ডেনিছ সকলোৰে বাবে দৃষ্টিত এবাৰৰ বাবে হ'লেও পৰিবলৈ বাধ্য।



ক'লৈ যাব ডেনিছ?

হোটেলৰ বাৰত বহি ডেনিছে এনেয়ে সময়বোৰ এতিয়া পাৰ কৰি দিব পাৰে, অথবা ট্ৰেভেল এজেন্সিৰ ল'ৰাটোক মাতি আনি ক'ব পাৰে কাইলৈ কলিকতা, বেংকক বা ক'ৰবালৈ ফ্লাইটৰ টিকট বুক কৰিবলৈ অথবা বে'লবয়ক মাতি আনি সুধিব পাৰে কাউণ্টাৰত থিয় হৈ থকা হালধীয়া গেঞ্জি পৰিহিতা ছোৱালীজনী অৰ্থৰ বিনিময়ত এৰাতিৰ বাবে এভেইলেবল হ'ব নে নহয়!

সেইবোৰৰ একোকে নকৰিলে ডেনিছে।

হোটেলৰ বাহিৰত ভাৰাৰ অপেক্ষাত টেক্সিৰ শাৰী। ডেনিছক দেখি কেইবাজনো ড্ৰাইভাৰ একেলগে ওচৰলৈ দৌৰি আহিল।

মুখেৰে এটাও শব্দ উচ্চাৰণ নকৰাকৈ প্ৰথম টেক্সিখনত ডেনিছ বহি পৰিল। বৃদ্ধ ড্ৰাইভাৰে ডেনিছৰ মুখৰ ফালে চালে।

হাতৰ আঙুলিৰে ডেনিছে পথৰ নিৰ্দেশ দিলে। প্ৰায় বিছ মিনিট ড্ৰাইভৰ পিছত মেইন ৰোডৰপৰা আঁতৰত, সৰু গলিৰ শেষত যিটো ঘৰৰ সন্মুখত আহি টেক্সি ৰ'লহি সেইটো মিছেছ ডালভিৰ ঘৰ।

টেক্সি বিদায় দি ডেনিছে কলিংবেলৰ ছুইচ টিপিলে। ভিতৰৰপৰা ভাহি আহিছে কলিং বেলৰ শব্দ।

মূল চহৰৰ ব্যস্ততাৰপৰা কিছু আঁতৰত মিছেছ ডালভিৰ ঘৰ। হয়তো বহুদিন আগতে তেওঁ এই ঘৰটো ভাৰাত লৈছে। ওচৰত এতিয়াও বেছি মানুহ নাই। গলিত এতিয়াও ষ্ট্ৰীট লাইট নাই।

দুৱাৰ খুলি দিলে মিছেছ ডালভিয়ে।

গুড ইভনিং মেডাম।

মুখত কৌতুক ভৰা হাঁহিৰে ডেনিছে ডালভিলৈ চালে। মেৰুণ ৰঙৰ স্কাৰ্টৰ ওপৰত পাতল নীল ৰঙৰ ব্লাউজ, ঠিক ডেনিছৰ ছাৰ্টৰ ৰঙৰ নিচিনা।

হয়তো অলপ আগতে মিছেছ ডালভিয়ে স্নান কৰিছে। শৰীৰত সিক্ত লাৱণ্যৰ স্পৰ্শ লাগি আছে; এটা ফুৰফুৰিয়া সুগন্ধ ভাহি আহিছে তেওঁৰ শৰীৰৰপৰা। ডেনিছে দীঘলকৈ উশাহ এটা ল'লে। —আই লাইক দিছ স্মেল। ডেনিছে ক'লে।

ডালভিৰ সেই মুহূৰ্তকেইটা এনেকুৱা লাগিল যেন এটা তপ্ত ৰক্তৰ স্ৰোত সমগ্ৰ শৰীৰৰ সিৰাই উপসিৰাই বিয়পি পৰিছে।

ডেনিছৰ চকুলৈ চালে ডালভিয়ে।

কোনো কোনো মানুহৰ দৃষ্টি শাণিত অস্ত্ৰৰ দৰে, সি সকলো বাধা, প্ৰতিবাদ অতিক্ৰম কৰি কলিজাৰ ভিতৰত প্ৰৱেশ কৰে। থিয় হৈ ৰোৱা ডালভিয়ে আঁঠুৰ ওপৰৰ কোনোখিনিত এক অদ্ভুত দুৰ্বলতা অনুভৱ কৰিলে। ডেনিছৰ সেই দুচকুৰ দৃষ্টিয়ে কিয় যে বাৰে বাৰে ববৰ স্মৃতি কঢ়িয়াই আনে!

আপত্তি নাথাকিলে সন্ধিয়াটো তোমাৰ লগত কটাব খুজিছোঁ। ফ্ৰিজত কিবা আছে?

ড্ৰয়িং ৰুমৰ ছোফাত বহি ডেনিছে সুধিলে। শেষ হৈ যোৱা চিগাৰেটটো সি এছ-ট্ৰেত গুজি দিলে।

ফ্ৰিজৰপৰা দুটা বিয়েৰৰ বটল মিছেছ ডালভিয়ে উলিয়াই আনিলে। গিলাচত ধীৰে ধীৰে ঢালি ডালভিয়ে সুধিলে—ৰিগৰপৰা কেতিয়া আহিলা?

আজি।

অফত ক'লৈ যাবা?

ডেনিছে কোনো উত্তৰ নিদি গিলাচ এটা হাতত তুলি ল'লে। —চিয়ের্ছ।

প্ৰেমৰ কথা কোৱাৰ অভ্যাস নাই ডেনিছৰ। কেনেকৈ কথা আৰম্ভ কৰিব সি ঠিক কৰিব নোৱাৰিলে। সি মিছেছ ডালভিৰ দুচকুলৈ স্থিৰ হৈ চাই ৰ'ল কেইবাটাও মুহূৰ্ত।

মুখেৰে এটাও শব্দ উচ্চাৰণ নকৰাকৈ ডেনিছ থিয় হৈ ডালভিৰ ওচৰ পালেগৈ। ডেনিছৰ চকুলৈ চাই ডালভিৰ অনুমান হ'ল এক অদ্ভুত অভিমানী কিশোৰৰ কোমলতাই ছফুট ওখ সেই ডেনিছৰ গভীৰ চকুহালি স্পৰ্শ কৰিছে। বুকুৰ ভিতৰত এক অদ্ভুত কান্দোন;—ঢক্ ঢক্ শব্দ ডালভিয়ে শুনিবলৈ পালে।

সম্পূৰ্ণ শৰীৰ স্পৰ্শ নকৰাকৈয়ে ডেনিছে ডালভিৰ ওঁঠ নিজৰ ওঁঠেৰে মাত্ৰ মুহূৰ্তৰ বাবে স্পৰ্শ কৰিলে। কিয় জানো ডালভিৰ ভাব হ'ল সেই স্পৰ্শত বাসনা নাই; এজন পুৰুষৰ প্ৰেম আৰু প্ৰাৰ্থনা আছে। নিজৰ অজানিতেই মিছেছ ডালভিয়ে নিজৰ উত্তাপময় শৰীৰ চেপি ধৰিলে ডেনিছৰ গাত, দুহাতেৰে সাৱটি লৈ প্ৰগাঢ় চুম্বনত আবদ্ধ হৈ ৰ'ল কেইটামান মুহূৰ্ত।

ডালভিৰ পিঠিত হাত থলে ডেনিছে। নাকৰ কাষতেই ডালভিৰ সোণালী



চুলি; শৰীৰৰপৰা ওপৰলৈ উঠি আহিছে পাতল সুবাস; এই প্ৰথম বাৰৰ বাবে দ্বিধাহীনভাৱে ডেনিছে ক'লে—ডালভি, তোমাক মোৰ ভাল লাগিছে।

তাৰ পিছদিনাই ডালভি আৰু ডেনিছে ঠিক কৰিলে কেইদিনমানৰ বাবে শিমলিপালৰ গভীৰ অৰণ্যলৈ যোৱাৰ। ডালভিয়ে ক'লে—পুৰী, কোনাৰকত এই সময়ত বিৰাট ভিৰ। তাতকৈ ব'লা, এই ছুটিৰ দিনকেইটা শিমলিপালৰপৰা ঘূৰি আহোঁগৈ। যাবা?

জীপ এখন ল'লে ডেনিছহঁতে। ডেনিছৰ জীপ চলোৱাৰ অভ্যাস থাকিলেও সিহঁতে ড্ৰাইভাৰ এজন ল'লে। শিমলিপাললৈ বহু দিন আগতে ববৰ লগত ডালভি এবাৰ গৈছিল। ঠিক বিয়াৰ পিছতে। মানুহে কাশ্মীৰ, আগ্ৰালৈ যোৱাৰ কথা কৈছিল। ববে ডালভিক সাৱটি ধৰি কৈছিল—আমি এনে এখন ঠাইলৈ যাম য'ত আমাত বাহিৰে আৰু কোনো নাথাকে। তুমি ওচৰত থাকিলে গভীৰ জংঘলৰ জুপুৰিও মোৰ বাবে স্বৰ্গ হৈ উঠে।

সেই বব এতিয়া নাই।

নাই, এই মুহূৰ্তত ডালভিয়ে ববৰ কথা নাভাবে। ববক অসম্মান নকৰাকৈয়ে ডালভিয়ে ডেনিছক ভাল পাব খুজিছে। এজন জীয়াই থাকিবলৈ বিচৰা মানুহক জীয়াই থকাত সহায় কৰিবলৈ বিচাৰিছে; তাত জানো কিবা দোষ আছে।

আৰু যোৱা কেইটা বছৰ ডালভিয়ে কেনেকৈ পাৰ কৰিছে! কাৰোবাৰ সৈতে সকলো দুখ, সকলো সুখ ভাগ কৰি লোৱাৰ বাবে জানো তেওঁৰ প্ৰাণে সদায়ে ছটফট কৰা নাই? মাজনিশা কেতিয়াবা সাৰ পাই যেতিয়া ভাব হৈছে সেই নিমাত-নিস্তব্ধ ঘৰৰ ভিতৰত আৰু কোনো নাই, তেতিয়া কেনেকুৱা লাগে সেই কথা ডালভিত বাহিৰে জানো আৰু কোনোবাই বেছিকৈ অনুভৱ কৰিছে?

নাই, ববৰ প্ৰতি ডালভিয়ে কোনো অবিচাৰ কৰা নাই। ডালভিয়ে মাথোঁ আকৌ এবাৰৰ বাবে এটা স্বাভাৱিক, পৰিপূৰ্ণ জীৱন জীয়াই থাকিব বিচাৰিছে।

আৰু যদি.....

ক'ৰবাত কেতিয়াবা কেঁচুৱাৰ কান্দোন শুনিলেই মিছেছ ডালভিৰ কলিজাই ঠিক এনেকৈ ধৰফৰাই উঠে!

পিছদিনা ৰাতিপুৱা ঠিক ছয় বজাত ডেনিছে আহি ঘৰৰ সন্মুখত জীপৰ হৰ্ন বজালে। ডালভি সাজু হৈয়ে আছিল যোৱাৰ আগে আগে শেষবাৰৰ বাবে ড্ৰেছিং টেবুলৰ আয়নাৰ সন্মুখত থিয় হ'ল ডালভি। এনেয়ে ডালভিয়ে শাৰী খুব কমেই পিন্ধে। আগৰ শাৰীবোৰ ছুটকেছত ঠাহ খাই আছে।

আজি নীল ৰঙৰ ছিল্কৰ শাৰী এখন পিন্ধিছে ডালভিয়ে। লগত পাতল আকাশী ৰঙৰ ব্লাউজ। সোণালী চুলি আহি কান্ধৰ ওপৰত পৰিছে। সন্মুখৰ ফালে সৰু সৰুকৈ ট্ৰিম কৰি দিয়াৰ পিছতো সন্মুখৰ চুলিখিনি বতাহত অবিন্যস্ত হৈ কপালত পৰে।

হঠাতে মনত পৰাৰ দৰে ডালভিয়ে কঁকাল আৰু কান্ধৰ ওচৰৰ শাৰীৰ ভাঁজত দুটা ছেফটি পিন মাৰি ল'লে। জীপত যোৱাৰ কথা!

ডালভিক নতুন ড্ৰেছত প্ৰথমবাৰৰ বাবে দেখি ডেনিছ মুহূৰ্তৰ বাবে অবাক হৈ ৰ'ল। ওচৰলৈ আহি সি ক'লে—লুকিং লাভলি।

জীপৰ সন্মুখৰ ছিটত ড্ৰাইভাৰ আৰু ডেনিছৰ মাজত ডালভি বহিল। এই বয়সতো ডালভিয়ে অনুভৱ কৰিলে কাষতে বহি থকা ডেনিছৰ উপস্থিতি। এটা মৃদু উত্তাপে গোটেই পথছোৱা ডালভিৰ শৰীৰক সাৱটি থাকিল। ডালভিৰ ভাব হ'ল যেন বিয়াৰ পিছত আকৌ এবাৰ বৰৰ সৈতে উদ্দেশ্যবিহীনভাৱে গভীৰ অৰণ্যৰ মাজত নিৰুদ্দেশ হ'বলৈ ওলাইছে।

সোঁহাতৰ আঙুলিৰে ডালভিয়ে চুই চালে নিজৰ ওঁঠ। এতিয়াও ডেনিছৰ ওঁঠৰ স্পৰ্শ লাগি আছে।

দুপৰীয়া একবজাত জীপ আহি ৰ'ল যশিপুৰ বাংলোৰ সন্মুখত। দূৰৈত পাহাৰৰ ৰেখা সেউজীয়া অৰণ্যত দুপৰৰ ৰ'দৰ দলিচা।

গাড়ীৰ হৰ্ন শুনি আকৌ ইউনিৰ্ফম পিন্ধা চৰকাৰী চকিদাৰে বাংলোৰ গেট খুলি দিলে।

চকিদাৰৰ লগত ডালভিয়ে কি জানো কথা পাতিলে। বিস্ময় বিমুগ্ধ দৃষ্টিৰে ডেনিছে চাই ৰ'ল ৰ'দত উদ্ভাসিত দুপৰৰ পাহাৰ।

বন্দুক আনিলে চিকাৰ কৰিব পাৰিলোহেঁতেন। নিশ্চয় জন্তু জানোৱাৰ আছে। —ডেনিছে ক'লে।

ইয়াত বন্দুকেৰে চিকাৰ নহয়; ভালপোৱাৰে কেনেকৈ জন্তু-জানোৱাৰো চিকাৰ কৰিব পাৰি, ইয়াত দেখিবা। সেইটো চোৱা—বাংলোৰ ভিতৰৰ ড্ৰয়িং ৰুমত সোমায়েই ডেনিছে প্ৰথমতে আতংকত চিঞৰি উঠিব খুজিছিল; পিছ



মুহূৰ্ততে গভীৰ বিস্ময়ত অভিভূত হৈ পৰিল।

ড্ৰয়িং ৰুমৰ এটা কোণত বৃহৎ আকৰৰ ক'লা ভালুক এটাই পৰম আনন্দেৰে খেলা কৰি আছে। খিৰিকিৰ কাষত এটা জীৱন্ত অজগৰ সাপে আৰামত পেট পেলাই ৰ'দ পুৱাই আছে।

ডালভিয়ে ক'লে—এইটো ঘৰতে আগতে 'খৈৰী' নামৰ বাঘ এটা আছিল। বনৰপৰা ধৰি অনা পোৱালি বাঘ। এই ফৰেষ্টৰ তত্ত্বাৱধায়ক আছিল সৰোজ কুমাৰ চক্ৰৱতী। তেখেত আৰু তেখেতৰ মিছেছে নিজৰ সন্তানৰ দৰে সেই বাঘৰ পোৱালিক মৰম কৰিছিল। একেলগে বিছনাত শুইছিল, খেলা কৰিছিল। মৰমে অকল মানুহকে আপোন নকৰে, বনৰ জন্তুকো কৰে। বুজিছা ডেনিছ, প্ৰেম পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ ভাষা।

পোনে পোনে ডালভিৰ মুখলৈ চাই ডেনিছে ক'লে ঠিক কথাকে কৈছা তুমি।

ডালভিয়ে পুনৰ মুহূৰ্তৰ বাবে কাণৰ কাষত সেই উত্তাপৰ স্পৰ্শ অনুভৱ কৰিলে।

ওচৰতে বনবিভাগৰ অফিচ।

ডালভি আৰু ডেনিছ একেলগে সোমাই গ'ল। ইউনিৰ্ফম পিন্ধা ফৰেষ্ট অফিচাৰ এজনে অফিচৰ ভিতৰতে বনৰীয়া এন্দুৰ এটাৰ লগত খেলা কৰি আছে। দুজন অচিনাকি লোক দেখি এন্দুৰটো মুহূৰ্তৰ বাবে স্থিৰ হৈ ৰ'ল। ডেনিছে হাত এখন বুলাই দিলে তাৰ মূৰৰ ওপৰত; কোচমোচ খাই সি বহি পৰিল টেবুলৰ ওপৰত।

শশব্যস্ত হৈ অফিচাৰজনে ডেনিছহঁতক অভ্যৰ্থনা জনালে। ক'লে ৰাতিটোৰ বাবে আপোনালোক বৰাইপানীৰ ক্ৰ'ক'ডাইল প্ৰজেক্টৰ বাংলোত থাকক। তাৰপৰা ৰাতিপুৱাই জীপত শিমলিপাল ফৰেষ্টলৈ যাব পাৰিব। চকিদাৰক ক'লেই ৰাতিৰ খোৱাৰ যোগাৰ কৰি দিব।

অৰণ্যত প্ৰবেশ কৰাৰ পাৰ্মিট লৈ ডেনিছহঁতে বৰাইপানীৰ বাংলোলৈ যাত্ৰা কৰিলে। বাংলোৰ কাষতেই দেখা গ'ল এটা সৰু লেকৰ চৌপাশে দেৱাল, বাহিৰত ছাইনবোৰ্ড লগোৱা আছে—ক্ৰ'ক'ডাইল প্ৰজেক্ট।

কেইবাটাও সৰু সৰু ঘৰিয়ালৰ পোৱালিয়ে পানীত খেলা কৰি আছে; দুটামানে পাৰত উঠি নিশ্চল হৈ শুই আছে।

প্ৰজেক্টৰ বাংলোৰ সন্মুখত জীপৰপৰা নামিয়েই মিছেছ ডালভি চক খাই

উঠিল। বাংলোৰ বাৰাণ্ডাত বহি আছে অৰুণাভ চৌধুৰী আৰু লিংগৰাজ মন্দিৰত দেখা পোৱা সেই ছোৱালীজনী।

ডেনিছহঁতক দেখিয়েই চিৰিৰে তৰতৰকৈ নামি আহিল অৰুণাভ—অনুৰাধা। অনুৰাধাই আনন্দত চিঞৰি উঠিল—বাঃ কি আচৰিত। গভীৰ অৰণ্যৰ মাজত এনেকৈ চিনাকি মানুহক লগ পাম বুলি সপোনতো ভবা নাছিলো! মইতো ভাবিছিলো অকলে অকলে ইয়াত ব'ৰ হৈ যাম।

অৰুণাভ আৰু অনুৰাধাই ইতিমধ্যে বাংলোৰ দুটা কোঠা লৈ লৈছে। তৃতীয় কোঠাটো ডেনিছহঁতে ল'লে। বেচ আহল-বহল কোঠালি। ড্ৰেছিং টেবুল, বহা চকী-মেজ, সংলগ্ন বাথৰুম, দুখন পৰিষ্কাৰ বিছনা।

ৰাতিপুৱাই জীপত উঠি অৰণ্যৰ ভিতৰলৈ যোৱাৰ কথা। ডেনিছ, অৰুণাভ আৰু ডালভিয়ে লগত লৈ অহা বিয়েৰ খালে। ডালভিয়ে খুব জোৰ কৰিছিল অনুৰাধাক; অনুৰাধাই স্পৰ্শ নকৰিলে;—সেইচব খালে পেটৰপৰা নাড়ী-ভুঁৰু চব মুখেৰে ওলাই আহিব।

অন্ধকাৰ নামিছে অৰণ্যলৈ। পাহাৰত ক'ৰবাত জুই জ্বলি উঠিছে। ভাহি আহিছে বনৰীয়া হাতীৰ স্বৰ। বাহিৰত অলপ অলপ ঠাণ্ডা পৰিছে। সকলোৱে সোনকালে শুলে।

অৰুণাভৰ টোপনি অহা নাছিল। চিগাৰেট এটা জ্বলাই জ্বলাই তেওঁ বাৰাণ্ডালৈ ওলাল। কাষৰ কোঠাত নিশ্চিন্ত মনে চাগে অনুৰাধা শুই আছে। কেনেকৈ এজনী ছোৱালী, এই বয়সত এজন ল'ৰাৰ সৈতে অকলে এইদৰে গভীৰ অৰণ্যৰ মাজৰ বাংলো এটাত থাকিবহি পাৰে! কিমান আস্থা আৰু বিশ্বাসে এজনী ছোৱালীক ইমানখিনি সাহস যোগাব পাৰে!

চিৰিৰ ফালে অৰুণাভ আগবাঢ়িল। ডেনিছহঁতৰ কোঠাত এতিয়াও পোহৰ। অলপো শব্দ নকৰাকৈ সন্তৰ্পণে অৰুণাভ বাৰাণ্ডাৰে আগুৱাই গ'ল।

বন্ধ কোঠাৰ ভিতৰৰপৰা ভাহি আহিল হাঁহিৰ শব্দ। সেয়া ডেনিছৰ কণ্ঠস্বৰ—ইউ আৰ এ ছুইট লিটল থিং....উম্....

আঃ প্লিজ.....

হঠাতে সন্মুখত ভূত দেখাৰ দৰে অৰুণাভ চমকি উঠিল। অৰণ্যৰ সেই অন্ধকাৰৰ মাজত বাংলোৰ সন্মুখৰ শিল এটাৰ ওপৰত দূৰৰ ঠায়ে ঠায়ে প্ৰজ্বলিত পাহাৰৰ ফালে মুখ কৰি বহি আছে অনুৰাধা। গোটেই পৰিবেশটোকে অৰুণাভৰ ৰহস্যময় যেন লাগিল।



ধীৰে-ধীৰে অৰুণাভ শিলটোৰ ওচৰ চাপিল। সেই আন্ধাৰতো অৰুণাভে অনুভৱ কৰিলে প্ৰাণচাঞ্চল্যৰে ভৰা সেই ছোৱালীজনীৰ দুচকুত চকুলোৱে চিকমিক কৰিছে!

ৰাতিৰ নৈশব্দত অকণো ব্যাঘাত নজন্মোৱাকৈ অসম্ভৱ মৃদু আৰু গভীৰ স্বৰেৰে অৰুণাভে ধীৰে ধীৰে কলে,—কাৰোবাৰ লগত শ্বেয়াৰ কৰিলে তোমাৰ কষ্ট যদি কিঞ্চিৎমানো লাঘৱ হ'ব বুলি ভাবা, তেনেহ'লে সেই শ্বেয়াৰ লোৱাৰ ভাৰ প্ৰথম মোকেই দিবা।

বুকুৰ গভীৰৰপৰা হঠাতে উজাই আহিব খোজা কান্দোনৰ ধ্বনি এটা অসীম কষ্টেৰে চেপি ৰাখি অনুৰাধাই আন্ধাৰৰ মাজেৰেই অৰুণাভৰ মুখৰ ফালে চালে। তাইৰ বাষ্পাকুল দৃষ্টিৰ সন্মুখত মুহূৰ্তৰ বাবে ভাহি উঠিল বেদনাৰ্দ্ৰ অতনুৰ মুখ। এটা অস্পষ্ট ছায়াৰ দৰে অনুৰাধাৰ সন্মুখত যেন দণ্ডায়মান অতনু—হাতত প্ৰেম আৰু আকুতিৰে ভৰা ভিক্ষাৰ পাত্ৰ।

নিজকে সংযত কৰি অনুৰাধাই ক'লে—সেইদিন কেতিয়াও নাহে।

গভীৰ বিশ্বাস আৰু মমতাৰে অৰুণাভে ক'লে—আহিবওতো পাৰে! □

## তেইশ

## মৃত্যুৰ প্ৰলোভন কেতিয়াবা কি দুৰ্নিবাৰ

হিচাপ কৰি ধীৰে ধীৰে মেহৰা চাহাবে এপেগ হুইস্কি ঢালিলে গিলাচত। হোটেলৰ প্ৰতিটো কোঠাতে একোটা সৰু-সৰু ফ্ৰিজ আছে কাপৰ'ৰ্ডৰ কাষত। আইছ-ট্ৰে'ৰপৰা মেহৰা চাহাবে দুটুকুৰা বৰফ ল'লে। ছ'ডাৰ বটল খুলি জুখি জুখি ঢালিলে গিলাচৰ ওপৰৰ ৰিমৰ এআঙুল তললৈ।

ওচৰতে ট্ৰেইনৰ লাইনটো। বন্ধ কোঠাৰ ভিতৰলৈও ভাহি আহে চলন্ত ট্ৰেইনৰ ক্ষীণ শব্দ। খিৰিকি নোখোলাকৈয়ে পৰ্দা আঁতৰাই মেহৰা চাহাবে বাহিৰলৈ চালে।

শেষ সন্ধিয়াৰ আন্ধাৰে আৱৰি ধৰা ভুবনেশ্বৰ চহৰ। হেলোজেন লাইটৰ হালধীয়া আলোকে চহৰৰ আকাশক পিন্ধাই দিছে অলৌকিকতাৰ আৱৰণ।

ব্ৰিজৰ তলেৰে লক্ষ্যপথৰ ফালে আগবাঢ়ি গ'ল এখন নিঃসংগ ট্ৰেইন, বাতিৰ ট্ৰেইনৰ খোলা খিৰিকিৰে দ্ৰুত আগুৱাই গৈছে অচিনাকি মানুহৰ অস্বচ্ছ মুখাবয়ৱ।

পুৰী এক্সপ্ৰেছ।

তাৰমানে আঠ বাজি গ'ল।

চিগাৰেট এটা জ্বলাই গিলাচটো মেহ্‌ৰা চাহাবে হাতলৈ তুলি ল'লে। এইখিনি সময় মেহ্‌ৰা চাহাবৰ আটাইতকৈ নিজৰ।

প্ৰথমতে মেহ্‌ৰা চাহাবৰ মগজুৰে পাৰ হৈ গ'ল মাজ সমুদ্ৰত পেলিকান ৰিগেৰে খান্দি থকা দ্বিতীয় খাদটোৰ শেহতীয়া খবৰ।

প্ৰথম খাদত আশা কৰা মতে সুফল পোৱা নগ'ল।

তেল-সন্ধানৰ এই আটাইতকৈ খৰচী জুৱা খেলৰ পৰিচয় থকা মানুহে জানে কেনেকৈ পানীয়া সোণৰ সন্ধানত এটাৰ পাছত এটাকৈ 'ড্ৰাইওৱেল' খন্দা হয়। হঠাতে হয়তো আচম্বিতে সন্ধান পোৱা যায় ধৰিত্ৰীৰ গৰ্ভত লুকাই থকা স্বৰ্ণ ভাণ্ডাৰৰ।

সেইবাবে মেহ্‌ৰা চাহাবে সদায় কয়: ফলাফলৰ কথা চিন্তা নকৰি কাম কৰি যোৱা। কামতহে তোমাৰ অধিকাৰ, ফলত নহয়।

যোৱা প্ৰায় ডেৰকুৰি বছৰ মেহ্‌ৰা চাহাবে পাৰ কৰি দিছে তেলৰ সন্ধানত। বৃটিছ চাহাবৰ সৈতে অসমৰ গভীৰ অৰণ্যত ছাৰ্ভে কৰিছে, বনৰীয়া হাতী, প্ৰকাণ্ড জোক, বিষাক্ত সাপৰ সৈতে কি ৰোমাঞ্চকৰ সেই সহাৱস্থান! আৰু......

এলিনা।

ডেভিড চাহাবৰ সেই ছোৱালীজনী। কিমান বছৰৰ আগৰ কথা? কি উজ্জ্বল গাঢ় সোণালী শৰীৰ,—সদ্য প্ৰস্ফুটিত ফুলৰ দৰে তেজাল সুগন্ধ যাৰ—

নাই, সেই স্মৃতি হৈ ৰওক নিতান্তই গোপন, কোনো দিনে কাৰো আগত নোকোৱা এক যুগমীয়া বিষাদৰ গান।

ফোনটো হঠাতে বাজি উঠিল ক্ৰিং-ক্ৰিংকৈ।

অফিচৰ অনাতাঁৰ কক্ষৰপৰা ভাহি আহিল অপাৰেটৰৰ কণ্ঠস্বৰ।

বতৰৰ বুলেটিনত বংগোপসাগৰত প্ৰচণ্ড ঘূৰ্ণীবতাহৰ সাৱধান বাণী আছে। কেৰালাৰ উপকূলৰ কাষত ডিপ্ৰেশ্যন হৈছে। ১৫০-১৬০ কিল' মিটাৰ বেগত শেষ ৰাতি পাৰাদ্বীপৰ উপকূলৰ কাষেৰে ঘূৰ্ণীবতাহ বৈ যোৱাৰ কথা।



মুহূৰ্ততে সৰ্তক হৈ উঠিল মেহ্‌ৰা চাহাব।

ঘূৰ্ণী বতাহৰ অভিজ্ঞতা মেহ্‌ৰা চাহাবৰ আছে।

নৰ্থ ছিৰ ৰিগ এটাত মেহ্‌ৰা চাহাবে তেতিয়া ট্ৰেইনিং লৈ আছিল। হঠাতে আগজাননী পোৱা গ'ল প্ৰচণ্ড বেগেৰে আহি থকা ঘূৰ্ণী বতাহৰ কথা।

মাত্ৰ চাৰিঘণ্টাৰ ভিতৰত চাৰিখন ছাপ্লাই-ব'টেৰে আশীজন লোকক ৰিগৰপৰা উপকূললৈ লৈ অহা হ'ল। পিছদিনা সমুদ্ৰত আটলাণ্টা নামৰ সেই আমেৰিকান ৰিগৰ কোনো চিন-মোকাম নাই।

ড্ৰেছ কৰি মেহ্‌ৰা চাহাব তললৈ নামি আহিল। চব্বিছ ঘণ্টা বাহিৰত গাড়ী অপেক্ষাৰত। গাড়ীত বহি মেহ্‌ৰা চাহাবে নিৰ্দেশ দিলে অফিচলৈ গাড়ী চলাবলৈ।

অনাতাঁৰ যন্ত্ৰৰে ৰিগৰ লগত সংযোগ স্থাপন কৰা হ'ল। জানিব পাৰিলে মেহ্‌ৰা চাহাবে—প্ৰতি তিনি ঘণ্টাৰ মূৰে মূৰে ছেটেলাইটৰ জৰিয়তে হাউছষ্টনৰপৰাও ভাহি আহিছে সম্ভাব্য ঘূৰ্ণী বতাহৰ আগজাননী। ৰিগৰপৰা চল্লিছ কিল'মিটাৰ আঁতৰেৰে বতাহ বৈ যোৱাৰ কথা।

ছাপ্লাই ব'ট দুখন ক'ত আছে?

ভিক্টৰ আৰু ছিগল দুয়োখন এতিয়া ৰিগৰ কাষতে ষ্টেণ্ড-বাই কৰি ৰখা হৈছে, যাতে প্ৰয়োজন হলেই ৰিগ এভাকুৱেট কৰিব পৰা যায়।

ৰিগৰ সকলো কাম বন্ধ কৰি দিয়া হৈছে। অ'ত-ত'ত পৰি থকা লুজমেটেৰিয়েলবোৰ বান্ধি দিয়া হৈছে। ছাপ্লাই ব'ট দুখনক প্ৰচণ্ড ঢৌ আৰু বতাহে কোবাই আছে।

ৰিগৰপৰাই মেহ্‌ৰা চাহাবে জানিব পাৰিলে,—ৰিগলৈ যোৱা নীৰেন দত্ত ৰিগতেই বন্ধ হৈ আছে। তেওঁ ছাপ্লাই ব'টলৈ ঘূৰি অহাৰ কথা আছিল। ঘূৰ্ণী বতাহৰ বাবে দুয়োখন ছাপ্লাই-ব'ট এতিয়া ৰাখি-থোৱাৰ প্ৰয়োজন হৈছে।

মেহ্‌ৰা চাহাবে ক'লে—পাৰাদ্বীপলৈ মই এতিয়াই অৰুণাভ চৌধুৰীক পাঠিয়াই দিছোঁ। কিবা প্ৰয়োজন হ'লে অৰুণাভৰ সৈতে যোগাযোগ কৰিব।

অৰুণাভ এইকেইদিন অফত আছে।

মেহ্‌ৰা চাহাবে ডায়েল কৰিলে প্ৰাচী হোটেলৰ নাম্বাৰ।

অৰুণাভ চৌধুৰীৰ লগত কথা হ'ব পাৰোঁ নে।

জাষ্ট এ মিনিট।

অৰুণাভ, তুমি এতিয়াই পাৰাদ্বীপ যাব লাগিব।

এতিয়াই?

ইয়েছ। আজি ৰাতি ৰিগৰ ওচৰত ঘূৰ্ণী বতাহৰ আগজাননী আছে। যিকোনো মুহূৰ্ততে ৰিগে পাৰাদ্বীপৰপৰা সহায় বিচাৰিব পাৰে।

নীৰেন দত্ত?

দত্ত ৰিগলৈ গৈছিল, আহিব নোৱাৰিলে। বোধহয় ৰাতিটো তাতেই থাকিব। মই অফিচৰপৰা গাড়ী পঠিয়াই দিছোঁ। তুমি ৰেডি হৈ লোৱা। অ'.কে.?

অ'.কে.ছাৰ।

তুমি নীৰেন দত্তৰ ঘৰতে আজিলৈ মেনেজ কৰিব লাগিব। নীৰেন ঘূৰি অহাৰ পিছত তুমি তাৰপৰাই ৰিগলৈ গুচি যাবা; সেই মতে সাজু হৈ যাবা।

ফোনটো ক্ৰেডেলত থৈ মেহৰা চাহাবে অপাৰেটৰক ক'লে—বতৰৰ প্ৰতিখন বুলেটিন মোক জনাই থাকিবা। ৰাতিয়েই। ৰাতিপুৱাৰ বাবে অপেক্ষা কৰিব নালাগে। এখন গাড়ী এতিয়া হোটেল প্ৰাচীলৈ পঠিয়াই দিয়া।

দহ মিনিটৰ ভিতৰত গাড়ী আহি হোটেল প্ৰাচীৰ সন্মুখত ৰ'ল।

কাউণ্টাৰত অৰুণাভে কোঠাৰ চাবি জমা দিলে। সেই হালধীয়া গেঞ্জি পিন্ধা ছোৱালীজনী থিয় হৈ আছে। চাবিকোছা দিবৰ সময়ত অৰুণাভে লক্ষ্য কৰিলে তাইৰ প্ৰসাৰিত আঙুলিৰ দীঘল নখত উজ্জ্বল ৰঙা পলিছ লগোৱা আছে।

এক্সকিউজ মি, আপুনি কিছুদিনৰ কাৰণে বাহিৰলৈ যাব নেকি?

ছোৱালীজনীৰ কথা কোৱাৰ ভংগীত কিবা এটা প্ৰফেছনেল টাচ আছে।

পাতল ৰঙা লিপষ্টিক, শ্যেম্পু কৰা চুলি, থুতৰিত তিল এটা—। এই প্ৰথম অৰুণাভে লক্ষ্য কৰিলে, আইব্ৰু হয়তো প্লাক কৰিছে।

অৰুণাভে ক'লে,—পাৰাদ্বীপলৈ যাম। তাৰপৰা সমুদ্ৰলৈ। হয়তো দুই-তিনি সপ্তাহ বাহিৰত থাকিম।

বাহিৰত গাড়ী ৰৈ আছে।

আকাশলৈ মূৰ তুলি চালে অৰুণাভে। নক্ষত্ৰবিহীন অন্ধকাৰ আকাশ। পৃথিৱীৰ ক'ৰবাত কিবা যেন বিপদ নামিছে।

গাড়ীত উঠি চিগাৰেট এটা জ্বলোৱাৰ লগে লগে উইণ্ড-শ্বিল্ডত অৰুণাভে দেখিবলৈ পালে এটোপাল বৰষুণৰ পানী।



এক অদ্ভুত অস্বস্তিয়ে মুহূৰ্ততে অৰুণাভৰ সমগ্ৰ হৃদয় আগুৰি ধৰিলে। এক বৰ্ষণমুখৰ ৰাতি, বাহিৰত যেতিয়া হয়তো চলিব প্ৰচণ্ড বেগৰ বলিয়া বতাহ, ঘূৰ্ণী বতাহত গৰ্জনৰত হৈ ৰ'ব সুনীল সমুদ্ৰ, সেই ৰাতি অৰুণাভ থাকিব ৰূপালীৰ ঘৰত অকলে।

সেই একেই বৰ্ষণমুখৰ ৰাতি,—চাহ বাগানৰ পাতে-পাতে বৈ গৈছিল যিদিনা ৰাতিৰ বতাহ;—অৰুণাভে প্ৰথম স্পৰ্শ কৰিছিল ৰূপালীৰ শৰীৰ। সেইদিনা হৃদয়ত প্ৰেম আছিল, মন গৈছিল সমুদ্ৰৰ উত্তাল গৰ্জনত ওপঙি গ্ৰহান্তৰলৈ গুচি যাবলৈ। আজিতো ৰূপালীৰ প্ৰতি অৰুণাভে অনুভৱ কৰা নাই কোনো হৃদয়ৰ তাগিদা!

ৰাতিৰ আন্ধাৰ ফালি নীলকণ্ঠই গাড়ী দৌৰাই দিলে পাৰাদ্বীপ অভিমুখে। হে'ড লাইটৰ পোহৰত বৃষ্টিৰ ৰেখা সূতাৰ দৰে নামি আহিছে আকাশৰপৰা। আৰু মাত্ৰ দুঘণ্টা পিছত অৰুণাভে পাৰাদ্বীপৰ তিনি নম্বৰ বিল্ডিঙৰ চতুৰ্থ ফ্লৰ'ৰ বন্ধ দুৱাৰত নক কৰিব। দুৱাৰ খুলি দিব নীৰেন দত্তৰ পত্নী ৰূপালীয়ে।

সন্ধিয়া পৰত বেলকনিত বহী ৰূপালীয়ে চাই আছিল সমুদ্ৰৰ ফালে।

মহানদীৰ মোহনাৰ কাষত ছায়াভৰা ঝাউবন কঁপি আছে বতাহত। সন্ধিয়াৰ আন্ধাৰত নাচি থকা গছৰ পাত কেনেকুৱা আশৰীৰী যেন লাগে।

সমুদ্ৰবক্ষত এখনো মাছমৰীয়া নাও চকুত পৰা নাই। সমুদ্ৰৰ পাৰে পাৰে এইখিনি সময়ত সদায়ে কেইটামান ল'ৰা-ছোৱালীয়ে খেলি থাকে, আজি কোনো চকুত পৰা নাই।

হঠাতে ৰূপালীয়ে গম পালে এক শীতল বতাহে চুই গৈছে শৰীৰ। ধৰাম্কৈ শব্দ কৰি বন্ধ হৈ গ'ল বে'ড ৰুমৰ খিৰিকি। বহুত দূৰৰপৰা সমুদ্ৰ বক্ষৰ ওপৰেৰে বাগৰি বাগৰি আহিছে তৰপা-তৰপ উত্তাল ঢৌ।

ফোনটো বাজি উঠিল ক্ৰিং-ক্ৰিংকৈ!

হেলো?

দত্ত চাহাবৰ বাংলো নেকি?

হয়?

মই অফিচৰ ৰেডিঅ' ৰুমৰপৰা কৈছো। দত্ত চাহাব আজি ৰিগত থাকিব। ছাইক্ল'নৰ ৱাৰ্নিঙৰ বাবে জাহাজ আহিব নোৱাৰিব। দত্ত চাহাবলৈ কিবা খবৰ পঠিয়াব লাগিব নেকি?

ফোনটো হাতত লৈ কেইটামান মুহূৰ্তৰ বাবে ৰূপালীয়ে কিবা এটা ভাবিলে,

তাৰ পিছত ক'লে,—নালাগে।

ফোনটো ক্ৰেডেলত থৈ ৰূপালীয়ে বেলকনিৰ দুৱাৰখন বন্ধ কৰিলে। বাহিৰৰপৰা ভাহি আহিছে বতাহৰ সোঁ-সোঁ শব্দ।

ঠিক শুনিবলৈ পালে ৰূপালীয়ে—বতাহত ভাহি আহিছে কোনোবা কেঁচুৱাৰ কান্দোনৰ শব্দ।

বে'ডকমত সোমাই গাৰুত মুখ গুজি ৰূপালী শুই পৰিল। তাই গম পালে সেই কেঁচুৱাৰ কান্দোন নিজৰ হৃদয়ৰ গভীৰৰপৰা ধীৰে ধীৰে ওলাই আহি শোৱনি কোঠাৰ শূন্যতাৰ লগত মিলি যাব লাগিছে। কিয় জানো নিজে গম নোপোৱাকৈয়ে ৰূপালীয়ে নিজৰ হাত দুখন বুকুৰ ওপৰত এনেদৰে ৰাখিলে যেন নৱজাত কেঁচুৱা এটাই তাইৰ বুকুত মুখ গুজি শুই আছে।

কলিং-বে'লৰ শব্দত ৰূপালী সচকিত হৈ উঠিল। ঘৰ এতিয়াও অন্ধকাৰময়। লাইটৰ ছুইচকেইটা অন কৰি ৰূপালীয়ে দুৱাৰ খুলি দিলে। প্ৰচণ্ড বেগত এজাক শীতল বতাহ সোমাই আহিল ভিতৰলৈ।

বাহিৰত সুকান্ত থিয় হৈ আছে। অবিন্যস্ত তাৰ চুলি।

মেমচাহাব, আজি সোনকালে ঘৰলৈ যাব লাগিব।

কিয় কি হ'ল?

ছাইক্ল'ন। প্ৰত্যেক বছৰে ইয়াত ছাইক্ল'ন হয়। কত মানুহ মৰে, ঘৰ-দুৱাৰ বতাহত উৰি যায়, কিমান মাছমৰীয়া নাও ডুব যায়। এই বিল্ডিংবোৰো বতাহত কঁপে।

ইমান ডাঙৰ বিল্ডিং বতাহত কঁপিব নে?

কঁপে মেমচাহাব। ৰাতি যদি বেছিকৈ ছাইক্ল'ন আহে, গম পাব মেমচাহাব। আপোনাৰ ভয় লাগিব নেকি? মই ঘৰলৈ যাবই লাগিব। মাইঁতে অকলে অকলে ভয় কৰিব। আমাৰতো জুপুৰি ঘৰ। কেতিয়া বতাহত উৰি যায় ঠিকনা নাই। ভাত ৰান্ধি থৈ যাম নে মেমচাহাব?

নালাগে বাৰু। তুমি যোৱা। মই কিবা ৰান্ধি লম।

দুৱাৰখন বন্ধ কৰি দিলে ৰূপালীয়ে!

নাই, ৰূপালীয়ে আজি একো নাৰান্ধে। লাইটটো অফ কৰি ৰূপালী বে'ড ৰুমত সোমাল। কেতিয়াবা কি এক সীমাহীন শূন্যতাই ধীৰে ধীৰে গ্ৰাস কৰিব খোজে জীৱন।

বিয়াৰ আগতে নীৰেনতো এনেকুৱা নাছিল! কি প্ৰচণ্ড প্ৰত্যাশাৰে ৰূপালী



থিয় হৈছিল নীৰেনৰ কাষত! অথচ নীৰেন....।

কিছুমান কথা থাকে যিবোৰ কথা কেতিয়াও কাকো কোৱা নহয়, অথচ এনেবোৰ কথায়েই হৃদয়ৰ গভীৰত সংগোপনে সৃষ্টি কৰে এক হাহাকাৰ আৰু অতৃপ্তিৰ শূন্যতা। সেই কথা নীৰেনে কোনো দিনে নুবুজিব নে? সৌ সিদিনাহে নীৰেনে কৈছিল,—ৰূপা, এই ওৱেলটো শেষ হওক, তাৰ পিছতে আমি কিছুদিনৰ বাবে ছুটি লম। তুমি ইয়াত অকলে অকলে কিজানি সাংঘাতিক ব'ৰ হৈছা। কিছুদিন আউটিঙত গ'লে ভাল লাগিব।

নীৰেনক ৰূপালীয়ে কেনেকৈ বুজাব—কোনো কোনো অতৃপ্তি থাকে নাৰীৰ, যাক কোনো আউটিঙে, কোনো ছাব্‌ষ্টিটিউটে কেতিয়াও শান্ত কৰিব নোৱাৰে। নীৰেনৰ জীৱনত এজনী পূৰ্ণ নাৰী হিচাপে কোনো নাৰীৰ প্ৰয়োজন নাই নে?

ৰূপালীক পাইতো নীৰেন সঁচাকৈ সুখী,—যেন জীৱনত আৰু বিচাৰিবলৈ একো নাই।

খিৰিকিৰে বাহিৰলৈ চাই ৰূপালী শংকিত হৈ উঠিল। ধুমুহাত কঁপি আছে সাগৰৰ পাৰৰ ঝাউবন। সোঁ-সোঁ শব্দৰে ঘৰৰ ভিতৰলৈ সোমাই আহিছে বতাহৰ সোঁত। ওচৰৰ জুপুৰি ঘৰবোৰৰপৰা আন্ধাৰত ভাহি আহিছে ভয়াৰ্ত মানুহৰ চিৎকাৰ।

আকৌ ৰূপালীয়ে শুনিবলৈ পালে—সেই চিৎকাৰৰ মাজতেই ভাহি আহিছে কোনোবা অচিনাকি কেঁচুৱাই বৈ বৈ কন্দা কান্দোনৰ শব্দ। শানিত তৰোৱালৰ দৰে সেই কান্দোনৰ ক্ষীণ অথচ সুতীক্ষ্ণ শব্দই যেন ৰূপালীৰ কলিজাত হানিছে নিৰ্দয় আঘাত।

খোলা খিৰিকিৰে ছিটিকি পৰিছে বিশৃংখল বৃষ্টি। কেইটামান টোপাল আহি ৰূপালীৰ গালত পৰিল। সোঁহাতৰ আঙুলিৰে চুই চাই ৰূপালীয়ে অনুভৱ কৰিলে সেই বৃষ্টিৰ টোপালৰ লগত মিহলি হৈ গৈছে যন্ত্ৰণাময় দুচকুৰ পানী।

আকৌ ভাহি আহিল বতাহত সেই কান্দোনৰ শব্দ।

দেহৰ সমগ্ৰ শক্তিৰে খিৰিকিখন বন্ধ কৰাৰ চেষ্টা কৰিলে ৰূপালীয়ে। বতাহৰ হেঁচাই বাৰে বাৰে খিৰিকিৰ পাত ওফোৰাই দিব খোজে।

ৰাস্তাৰ কোনোবা বৈদ্যুতিক তাঁৰত বিজুলীৰ চমক। লাইটবোৰ নুমাই যাব নেকি? বতাহ আৰু বৰষুণৰ দৃষ্টিগোচৰ হৈছে অদূৰত কোনোবা গাড়ীৰ

হে'ড লাইটৰ অস্বচ্ছ আলোক। কিমান ৰাতি হ'ল এতিয়া?

কোনোমতে খিৰিকিখন বন্ধ কৰি ৰূপালী পুনৰ শোৱনি কোঠাত সোমাল। আয়নাৰ সম্মুখত থিয় হৈ চাই ৰ'ল নিজৰ প্ৰতিবিম্বলৈ। ছিঃ, কেনেকুৱা লাগিছে। আউল-বাউল চুলি,—বৃষ্টি নে চকুলোৰ টোপাল দুচকুত,—উদভ্ৰান্ত দুচকুৰ দৃষ্টি—।

শাৰীখন চেঞ্জ কৰি নাইট গাউনটো পিন্ধিব নে নিগিন্ধে ৰূপালীয়ে ভাবিলে। দৰকাৰ নাই। কেতিয়াবা হঠাতে সকলো বস্তুৰ প্ৰতি বিতৃষ্ণা জন্মে। আয়নাখন ভাঙি টুকুৰা-টুকুৰ কৰি পেলাবৰ মন গ'ল ৰূপালীৰ।

পৰ্দা ফাঁক কৰি ৰূপালীয়ে খিৰিকিৰে বাহিৰলৈ চালে। আন্ধাৰত একোকে দেখা নাপায়। মাজে মাজে বিদ্যুতৰ চমকত ক্ষণিকৰ বাবে দৃশ্যমান হৈছে উত্তাল সমুদ্ৰৰ তাণ্ডৱ লীলা, প্ৰকৃতিৰ ভয়াবহ বিচিত্ৰ ৰূপ।

খিৰিকি খুলি তিনি তলাৰপৰা যদি ৰূপালীয়ে এতিয়া জাঁপ মাৰি দিয়ে, কি হ'ব? কোনে গম পাব? কাইলৈ ৰাতিপুৱালৈ পৃথিৱীৰ কোনেও চাগে নাজানিব ৰূপালী দত্ত নামৰ কোনোবা মহিলা এজনীয়ে কি কাৰণত জানো তিনি মহলাৰপৰা জাঁপ দি আকোঁৱালি লৈছে ভয়ংকৰ মৃত্যুক।

খিৰিকিৰ খিলিটোত হাত দিলে ৰূপালীয়ে। মৃত্যুৰ প্ৰলোভন কেতিয়াবা কি দুৰ্নিবাৰ!

আকৌ ভাহি আহিল সেই কান্দোনৰ শব্দ।

ৰূপালীয়ে খুলি দিলে খিৰিকিৰ খিলি।

সেই মুহূৰ্ততে কলিং-বে'লৰ ক্ৰিং-ক্ৰিং শব্দত ৰূপালী সচকিত হৈ উঠিল। কোন আহিব পাৰে এই বৰ্ষণমুখৰ ৰাতি।

সম্মুখৰ দুৱাৰখন খুলি দিলে ৰূপালীয়ে।

শীতল বতাহ এজাকৰ সৈতে সোমাই আহিল অৰুণাভ, অবিন্যস্ত চুলি, হাতত ব্ৰিফকেছ।

এই ৰাতিখন, তুমি হঠাতে?

ৰূপালীৰ কণ্ঠস্বৰত স্পষ্ট আশ্চৰ্যৰ চিহ্ন।

ভুবনেশ্বৰৰপৰা হঠাতে আহিব লগীয়া হ'ল। মেহৰা চাহাবৰ অৰ্ডাৰ। দত্ত চাগে' ৰিগত।

সোমাই আহা! বাহিৰত ভীষণ বতাহ।

দুৱাৰখন বন্ধ কৰি দিলে ৰূপালীয়ে। কেইবাটাও নিঃশব্দ মুহূৰ্ত পাৰ



হৈ গ'ল।

তুমি এইটো ৰুমতে থাকা। হঠাতে আজি কেনেকুৱা বতৰ।

ছাইক্ল'নৰ ৱাৰ্নিং আছে। উৰিষ্যা, অন্ধ্ৰপ্ৰদেশত প্ৰতিবছৰে প্ৰায় ছাইক্ল'ন হয়। কেৰালাৰ উপকূলৰ ওচৰত ডিপ্ৰেশ্যন হৈছে।

ৰূপালীয়ে অৰুণাভৰ মুখৰ ফালে চালে। বুকুৰ ভিতৰত মুহূৰ্তৰ বাবে ৰূপালীয়ে কিবা এটা হাহাকাৰ অনুভৱ কৰিলে। ঠিক এনে এক বৰ্ষণমুখৰ ৰাতি অৰুণাভে ৰূপালীৰ কুমাৰী শৰীৰত সানি দিছিল উত্তাপময় স্পৰ্শ।

ৰাতি বহুত হ'ল চাগে';

অৰুণাভে ঘড়ীলৈ চালে।

দহ বাজে। বেছি ৰাতি হোৱা নাই। ধুমহা-বৰষুণৰ বাবে বেছি ৰাতি যেন লাগিছে।

চাহ কৰিম?

নালাগে।

কাষৰ কোঠাত সোমাই অৰুণাভে সাজ সলাই ভাবিলে—শুব। বাহিৰত এতিয়া ধাৰাসাৰ বৃষ্টি। কোনোবা এখন খিৰিকি খোলা আছে চাগে'। বতাহৰ সোঁ-সোঁ শব্দই গোটেই ঘৰটো ভৰাই পেলাইছে।

ৰূপালী নিজৰ বে'ড ৰুমত সোমাবলৈ গৈছিল মাত্ৰ। আকাশত মুহূৰ্তৰ বাবে বিদ্যুতৰ চমক। সমগ্ৰ পৃথিৱী অন্ধকাৰ কৰি হঠাতে বিজুলীবাতিবোৰ নুমাই গ'ল। ৰাস্তাত জ্বলি থকা বিদ্যুতৰ তাঁৰ হয়তো বতাহত ছিগি গ'ল।

ধৰামকৈ শব্দ কৰি বে'ডৰুমৰ খিলি খুলি ৰখা খিৰিকিখন খুলি গ'ল। ড্ৰেছিং টেবুলৰপৰা ঝন ঝনকৈ কিবা এটা মাটিত পৰি বাগৰি গ'ল।

ভয়তে ৰূপালী আন্ধাৰৰ মাজেৰেই বে'ডৰুমৰপৰা ওলাই আহিল।

অৰুণাভ?

ওলাই আহিল অনুমানতে অৰুণাভ। কোঠাৰ ভিতৰত নিৰন্ধ্ৰ অন্ধকাৰ।

নিচেই কাষতে ৰূপালীৰ নিঃশ্বাসৰ শব্দ।

বতাহে কোবাই গ'ল অশৰীৰী খিৰিকিৰ পৰ্দা। ৰান্ধনি ঘৰত কিহবাৰ ঝন্ ঝন্ শব্দ।

মোৰ ভয় লাগে অৰুণাভ।

সোঁ-সোঁ শব্দেৰে শীতল বতাহৰ সোঁত পাৰ হৈ গ'ল অন্ধকাৰময় কোঠালিৰ মাজেৰে। অৰুণাভৰ শৰীৰত ৰূপালীৰ স্পৰ্শ। স্তব্ধ মুহূৰ্ত কেইটামান পাৰ

হৈ গ'ল।

আকৌ ভাহি আহিল বলিয়া বতাহত সেই কান্দোনৰ শব্দ।

অৰুণাভ, শুনিছা—

কাৰোবাৰ কেঁচুৱাই কান্দিছে ক'ৰবাত।

মোক সেই কান্দোন লাগে অৰুণাভ। কেঁচুৱাৰ কান্দোন।

কোঠালিৰ নিৰন্ধ্ৰ অন্ধকাৰৰ মাজেৰেও অৰুণাভে স্তব্ধ হৈ চাই ৰ'ল ৰূপালীৰ চকুলৈ আৰু বুকুত অনুভৱ কৰিলে কপৌ চৰাইৰ বুকুৰ পাখিৰ দৰে কোমল আৰু উষ্ণ সেই স্পৰ্শ।

পৃথিৱী তেতিয়া অন্ধকাৰময়। □

## চৌবিশ

## যিজনে হৃদয়ৰ স্পৰ্শ পোৱা নাই, তেনেকুৱা মানুহেহে শৰীৰৰ বাবে হাহাকাৰ কৰে

ডেকিকৰপৰা ভাহি অহা মেচিনৰ ঘৰ ঘৰ শব্দত অৰুণাভৰ শেষ ৰাতি টোপনি ভাগিল। চিনাকি শব্দৰপৰাই অৰুণাভে গম পালে এতিয়া "ৰানিং ইন" চলি আছে, মানে এটাৰ পাছত এটাকৈ পাইপ তললৈ সুমুৱাই দিয়া হৈছে।

বাহিৰলৈ ওলাই আহিল অৰুণাভ।

বিশ্বৰ কি এক অপৰূপ, অজাগতিক মুক্ত প্ৰকাশে সেই সময়ত বাহিৰত অৰুণাভৰ বাবে অপেক্ষা কৰি আছিল, সেই কথা অৰুণাভে কল্পনা কৰা নাছিল।

স্তব্ধ হৈ অৰুণাভে চাই ৰ'ল প্ৰভাতী আলোকৰ ৰঙীণ আভাৰে জাতিষ্কাৰ হৈ উঠা শেষ প্ৰহৰৰ পৃথিৱীলৈ।

দূৰ-দিগন্ত জুৰি মায়াময় সমুদ্ৰ,—কি অদ্ভুত স্থৱিৰ। ধীৰ গতিৰে সাগৰৰ বুকু চুই ওপৰলৈ উঠি আহিছে শীতলতাৰে ভৰা পবিত্ৰ বতাহ।

অসীমৰ সমুদ্ৰৰ গৰ্ভৰপৰা ধীৰে ধীৰে উঠি অহা সূৰুযৰ বৰ্ণময় আভাই



সাগৰৰ দলিচাত সানি দিছে অলৌকিকতাৰ এক মায়াময় আৱৰণ।

অৰুণাভে হঠাতে অনুভৱ কৰিলে—ঠিক এনেকুৱা মুহূৰ্ততে ভাব হয় পৃথিৱীত আৰু কোনো দুখ নাই, মনৰ ভিতৰত কোনো হাহাকাৰ, হুহু শূন্যতা নাই। এজনী ছোৱালীয়ে আনি দিয়া দুখ,—এই পবিত্ৰ মুহূৰ্তত ভাব হয়,—কিমান তুচ্ছ! অৰুণাভৰ মনত নপৰিল ৰূপালীৰ কথা, অনুৰাধাৰ কথা; অথবা অৰুণিমা বাইদেউৰ কথা, যাৰ ওচৰলৈ বহুদিন উদাসী মুহূৰ্ততে অৰুণাভ আগবাঢ়ি গৈছিল পবিত্ৰ আকাংক্ষাৰে। সেই কথা অৰুণিমা বাইদেৱে কোনোদিন নুবুজিলে!

মুখত টুথব্ৰাছ লৈ চিৰিৰে ওপৰলৈ উঠি আহিল ডেনিছ।

গুড মৰ্নিং অৰুণাভ।

গুড মৰ্নিং।

এই খাদত কিবা এটা পোৱাৰ সম্ভাৱনা আছে। ৰিপ'ৰ্টত হাইড্ৰ'-কাৰ্বনৰ ট্ৰেছ পোৱা গৈছে।

ৰাতিপুৱাৰ ৰ'দ পৰি চিৰ তাৰুণ্যৰে ভৰা মুখ উদ্ভাসিত হৈ উঠিছে। এই কেইদিন অৰুণাভে লক্ষ্য কৰিছে ডেনিছ বেচ উৎফুল্ল হৈ আছে। সন্ধিয়াৰ আন্ধাৰত হেলিপেডৰ ওপৰত বহি থকা নিঃসংগ ডেনিছৰ সৈতে বৰ্তমানৰ ডেনিছৰ কি আকাশ-পাতাল প্ৰভেদ!

কোনো-কোনো মানুহক স্নেহ,মমতা আৰু প্ৰেমৰ স্পৰ্শই কেনেকৈ এজন নতুন মানুহলৈ ৰূপান্তৰিত কৰে! অন্ধকাৰ পৃথিৱী সূৰুযৰ কিৰণে উদ্ভাসিত কৰাৰ দৰে প্ৰেমময় স্পৰ্শই কেতিয়াবা মানুহৰ দুখ আৰু বিষাদৰ স্মৃতি হৃদয়ৰপৰা মচি হৃদয় আলোকিত কৰে আশাভৰা ভৱিষ্যতৰ মধুৰ স্বপ্নেৰে।

হেলিপেডত মনে মনে বহি থকা ডেনিছক দেখি এদিন অৰুণাভে ভাবিছিল, সুধিব এদিন তাক,—তাৰ অতীতত কি বিষাদৰ ছাঁ আছে। এতিয়াৰ ডেনিছক দেখি অৰুণাভে ভাবিলে সেই কথা তাক সোধাৰ আৰু কোনোদিনে প্ৰয়োজন নহ'ব। তাৰ হৃদয়ত এতিয়া নাৰীৰ ভালপোৱাৰ সুৰে ঝংকাৰ তুলিছে।

ডেনিছে ক'লে—এইবাৰ অফত আমি কাশ্মীৰলৈ যাম বুলি ভাবিছোঁ। শুনিছোঁ কাশ্মীৰ পূৰ্বৰ চুইজাৰলেণ্ড।

অৰুণাভে সুধিলে,—আমি মানে?

ডেনিছে হাঁহি মাৰি ক'লে—অফ কৰ্ছ ডালভি। ছি ইজ এ নাইচ লেডি।

অৰুণাভ, মই তোমাক এটা সম্পূৰ্ণ ব্যক্তিগত কথা সুধিব পাৰোঁ নে?

কেইটামান মুহূৰ্ত অৰুণাভে ডেনিছৰ মুখলৈ চাই ৰ'ল, টুথ ব্ৰাছডাল ডেনিছে দাঁতেৰে কামুৰি ধৰি আছে।

অৰুণাভে ক'লে,—নিশ্চয়।

সেই যে ছোৱালীজনী, শিমলিপালত লগ পাইছিলো, বেছ ভাল ছোৱালী। তুমি তাইক বিয়া নকৰোৱা কিয়?

এক মুহূৰ্ত মনে মনে থাকি অৰুণাভে হো-হোৱাই হাঁহি দিলে,—যেন ডেনিছে সৰু ল'ৰাৰ নিচিনাকৈ কিবা এটা হাস্যকৰ কথাহে কৈছে।

আমি ভাল বন্ধু। কিন্তু তেনেকুৱা ধৰণে কথাবোৰ কেতিয়াও ভবাৰ প্ৰয়োজনবোধ কৰা নাই।

বিয়াৰ পিছতো তোমলোক ভাল বন্ধু হৈ থাকিব পাৰিবা। তোমালোকৰ ভাৰতত বিয়া নোহোৱাকৈহে এজন ল'ৰা আৰু এজনী ছোৱালী কেতিয়াও বন্ধু হ'ব নোৱাৰে। ষ্ট্ৰেঞ্জ লাগে। বিয়া নোহোৱাকৈ বন্ধু হ'বলৈ গ'লে তোমালোকৰ ইয়াত দেখিছোঁ শৰীৰ নামৰ এক বাধাৰ সৃষ্টি হয়। এজন ল'ৰাই শৰীৰৰ কথা চিন্তা নকৰাকৈয়ে যে এজনী ছোৱালীৰ বন্ধু হোৱাৰ কথা ভাবিব পাৰে, সেই কথা ভাৰতীয় নাৰীয়ে এতিয়াও বিশ্বাস কৰিবলৈ টান পায়।

ডেনিছ, তুমি এই কেইদিনতে দেখিছো ভাৰতীয় নাৰীৰ সুন্দৰ বিশ্লেষণ আৰম্ভ কৰিছা!

অৰুণাভ, মই মোৰ অভিজ্ঞতাৰ কথা কৈছোঁ। ডালভিৰ সৈতে মোৰ একেই সমস্যা হৈছিল। ডালভিৰ মই ওচৰ চাপিব খুজিছিলো এজন বন্ধু হিচাপে, এজন ছিম্‌পেথাইজাৰ হিচাপে। ডালভিয়ে প্ৰথমতে ভাবিলে মই কিবা এটা সুযোগৰ সন্ধানত ইমান ওচৰ চাপি গৈছো। —অফ ক'ৰ্ছ। ডালভিয়ে পিছলৈ বুজিলে। প্ৰকৃত বন্ধুত্বৰ ওচৰত শৰীৰ তুচ্ছ হৈ পৰে। শৰীৰত আচলতে কি আছে? একো নাই। যিজনে হৃদয়ৰ স্পৰ্শ পোৱা নাই, তেনেকুৱা মানুহেহে শৰীৰৰ বাবে হাহাকাৰ কৰে।

ডেনিছৰ দৰে আপাতদৃষ্টিতে অনুভূতিহীন মানুহ এজনে যে হৃদয়ৰ জয়গান গাই এনেকুৱা কথা ইমান গভীৰ অনুভৱেৰে ক'ব পাৰে সেই কথা অৰুণাভে কোনো দিনে ভবা নাছিল। মানুহৰ চৰিত্ৰ কি বিচিত্ৰ! সদায় দেখি থকা চিনাকি মানুহৰ ভিতৰতে কেনেকৈ কেতিয়াবা অন্তৰংগ মুহূৰ্তত আৱিষ্কৃত



হয় সম্পূৰ্ণ বিপৰীত এক অচিনাকি মানুহ!

ডেনিছৰ প্ৰতি অৰুণাভে এক বেলেগ আকৰ্ষণ অনুভৱ কৰিলে। অৰুণাভে তেনেকুৱা মানুহৰ প্ৰতিয়েই শ্ৰদ্ধা অনুভৱ কৰে যি জীৱনৰ সৰু-সৰু অনুভূতি, হৃদয়ৰ পৱিত্ৰতাক সততাৰে সন্মান কৰে। আজিকালিৰ পৃথিৱীত তেনেকুৱা মানুহেই আটাইতকৈ দুৰ্লভ। ডেনিছৰ মাজত লুকাই থকা অচিনাকি ডেনিছৰ আৱিষ্কাৰে মানুহৰ প্ৰতি অৰুণাভৰ আস্থা অলপ হ'লেও বঢ়ালে।

বগা ছৰ্টছ এটা পিন্ধি খালী গাৰে ওপৰৰপৰা নামি আহিল মাইকেল।

জগিং কৰিলো হেলিপেডত। ৰাতিপুৱা জগিং কৰিলে শৰীৰ বেছ ফ্ৰেছ হৈ থাকে।

ভিতৰ সোমাল অৰুণাভ। কেবিনত সোমাই কম্পিউটাৰ স্ক্ৰিনত অৰুণাভে পৰীক্ষা কৰিলে ডেৰিকত চলি থকা কাৰ্যৰ বিভিন্ন পাৰামিটাৰ। সকলো ঠিকেই চলি আছে।

তলৰ সৰু ছুইচটো টিপি দিলে অৰুণাভে।

কমপিউটাৰৰ স্ক্ৰিনত ভাঁহি আহিল প্ৰতিটো মিনিটৰ খৰচ। কেইটামান ছেকেণ্ডৰ ভিতৰতে অৰুণাভে হিচাপ কৰি চালে প্ৰতিটো ঘণ্টাত কেনেকৈ দেশৰ বাহিৰলৈ বিদেশী মুদ্ৰাৰ সোঁত বৈ আছে।

ৰিগৰ আশীজন মানুহ। তাৰেতো মাত্ৰ আঠ নে দহজন আহিছে ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা; বাকী সত্তৰজনেই ছিংগাপুৰ, মেক্সিকো, আমেৰিকা থাইলেণ্ডৰপৰা।

ভাৰতৰ দৰে এখন সুবিশাল দেশ, কত প্ৰতিভাৰ জন্ম হৈছিল এই দেশত,—এইখন দেশে অফশ্ব'ৰ ৰিগ এটাৰ কাম চলাবলৈ প্ৰয়োজন হোৱা মানুহখিনিও তৈয়াৰ কৰিব নোৱাৰে!

সেইদিনা জাপানৰ কুচিড নামৰ ইলেকট্ৰিকেল অপাৰেটৰ এজনে কৈছিল—তোমালোকৰ দেশখন চাগে বেছ ধনী। সেয়েহে বাহিৰৰপৰা ইমান ধন খৰচ কৰি এইদৰে মানুহ আনিব পাৰিছা।

অৰুণাভে সেইদিনা নক'লে দেশৰ অৱস্থাৰ কথা। কিছুমান কথা বিদেশীৰ আগত নোকোৱাকৈ থকাই ভাল। দেশৰ সন্মানৰ কথা জড়িত থাকে।

অৰুণাভে ভাবিলে এইবাৰ অনুৰাধাক গৈ ক'ব,—ৰিগৰ বিষয়ে এখন ডকুমেণ্টেৰি কৰা। অন্ততঃ মানুহে জানক কেনেকৈ সমুদ্ৰ গৰ্ভত মানুহে

তেলৰ সন্ধানত দিনে ৰাতিয়ে কাম কৰি আছে। এইদৰেই কনছাছনেছ আহিব। আমাৰ মানুহে এতিয়াও দেশত ক'ত কি হৈছে তাৰ খবৰ নাৰাখে।

ডেৰিক ফ্ল'ৰত পূর্ণ গতিত কাম চলি আছে। অৰুণাভে এনেয়ে এবাৰ এপাক ঘূৰি আহিল। অলপ পিছতে ৰাতিপুৱাৰ ৰিপ'ৰ্ট পঠিয়াব লাগিব ভুবনেশ্বৰলৈ।

এই খাদটোত যদি তেল পোৱা যায়, তেনেহ'লে আটাইতকৈ সুখী হ'ব হয়তো মেহৰা চাহাব। কিছুমান মানুহে কেনেকৈয়ে জীৱনৰ সকলো পাহৰি জান প্ৰাণ এৰি দিব পাৰে চাকৰিৰ কাৰণে! এই বয়সতো মেহৰা চাহাবে ৰিগৰ প্ৰতিটো সমস্যাৰ খবৰ কৰিছে, সমাধান দিছে, দিন-ৰাতিৰ যিকোনো মুহূর্তত ৰেডিঅ' কমলৈ আহি কথা পাতিছে ৰিগৰ সৈতে।

দুৱাৰখন খুলি অৰুণাভে ভিডিঅ' ৰুমত এনেয়ে ভুমুকিয়াই চালে। ইংৰাজী চিনেমা এখন চলি আছে। ডিউটি নথকা কেইজনমান বহি আছে অন্ধকাৰ কোঠালিত।

মাজ-সমুদ্ৰত সময় কটাবৰ বাবে আছেইনো কি?

দুপৰীয়া খোৱাৰ পিছত কেবিনত সোমাই অৰুণাভে অলপ সময় শুবলৈ চেষ্টা কৰিলে।

বহুদিন কাৰোপৰা একো খবৰ নাই।

এই সুবিশাল পৃথিৱীৰ জন-অৰণ্যত থাকিও মানুহ কেতিয়াবা কিমান নিঃসহায়।

অৰুণাভৰ মনত পৰিল ৰূপালীৰ কথা।

আচম্বিতে কেতিয়াবা কিছুমান ঘটনা সংঘটিত হয়। ৰূপালীৰ সৈতে এনেকুৱা এটা দুৰ্ঘটনাৰ বাবে মানসিক প্ৰস্তুতি অৰুণাভৰ কোনো দিনে নাছিল। ৰূপালীৰ সৈতে নীৰেন দত্তৰ বিয়াৰ ঘটনাটো সহজভাৱেই অৰুণাভে গ্ৰহণ কৰিছিল।

বিয়াৰ পাছত বহুবাৰ ৰূপালীৰ সৈতে অৰুণাভৰ দেখা-দেখি হৈছে পাৰাদ্বীপত। কোনো দিনে অৰুণাভে বিশেষ আগ্ৰহ দেখুউৱা নাই। বৰ বেছি মনে মনে কেতিয়াবা ভাবিছে—ৰূপালীয়ে আগৰ সেই স্মৃতি কিবা মনত ৰাখিছে নে নাই।

অথচ কেনেকৈ এনেকুৱা এটা ঘটনা সংঘটিত হ'ল সিদিনা? মানুহ পৰিস্থিতিৰ দাস? পৰিস্থিতিয়েহে ঘটনা নিয়ন্ত্ৰণ কৰে? মানুহৰ কোনো হাত নাই তাত?



ৰূপালীৰ মানসিক অৱস্থাৰ কথা অৰুণাভে জনাৰ কথা নহয়। কোনো দিনে ব্যক্তিগত জীৱনৰ খবৰ জনাৰ উৎসাহ অৰুণাভে প্ৰকাশ কৰা নাই।

অন্ধকাৰ কোঠালিত হঠাতে সেইদিনা অৰুণাভে অনুভৱ কৰিছিল ৰূপালীৰ স্পৰ্শ।

ৰূপালী। ভয় কৰিবলৈ কিটো আছে? ছাইক্ল'নৰ ধুমুহা বেছি সময় নাথাকে। কমিব।

মোক অলপ জোৰকৈ ধৰা অৰুণাভ। কোনেও এনেকৈ মোক ধৰা নাই।

ছিঃ ৰূপালী, পাগলামি কৰিছা কিয়?

অৰুণাভ, তুমি অহাৰ খন্তেক আগলৈকে মই আত্মহত্যাৰ কথা ভাবিছিলো। বিশ্বাস কৰিবা?

কি বকিছা এইবোৰ?

সঁচা অৰুণাভ, তুমি ঠিক সময়ত নাহিলে....থাকক এইবোৰ। তুমি মোক ভালকৈ ধৰি থাকা। অন্ততঃ আজি ৰাতিটোৰ বাবে। জোৰকৈ ধৰা।

নাপায় ৰূপালী। তুমি এতিয়া আগৰ ৰূপালী নোহোৱা।

মোক ঘিণ কৰিছা?

ঘিণ কৰিবলৈ কিটো আছে? তুমি আজি সুস্থ নোহোৱা।

আৰু কিজানি কোনো দিনে সুস্থ নহ'ম। মাজে মাজে নিজকে কেনেকুৱা বলিয়া-বলিয়া লাগে। মই বলিয়া হৈ গ'লে তুমি সুখী হ'বা নেকি!

এতিয়া শুই থাকা। নীৰেন দত্তই জানিলে কি ভাবিব?

বিয়া কৰাবৰ বাবে মানুহক এক ধৰণৰ যোগ্যতা লাগে। সেই যোগ্যতা নীৰেনৰ নাই।

তথাপি বিয়াতো হৈছে।

নাই হোৱা। হোমৰ গুৰিত একেলগে বহিলেই মানুহৰ বিয়া নহয়।

শুই থাকা ৰূপালী। ৰুমলৈ যোৱা। মই বাৰু ড্ৰয়িং ৰুমতে বহি আছোঁ।

বাৰে-বাৰে শোৱাৰ কথা কৈছা কিয়? অলপ বিষ আনি দিয়া, একেবাৰে শুই পৰিম। কেতিয়াও তোমাক আৰু ডিষ্টাৰ্ব্ নকৰোঁ।

তুমি আজি ভীষণ ডিষ্টাৰ্বড্ হৈ আছা।

তুমি আজিও মোক ক্ষমা কৰিব পৰা নাই নেকি?

মই ক্ষমা কৰিবলৈ কোন? তুমিতো একো দোষ কৰা নাই!

তেনেহ'লে তুমি মোক আজি অলপো ভাল পাব পৰা নাই কিয় ?

ভাল পোৱা মানেতো শৰীৰৰ খেলা নহয়।

ছিঃ। তুমি মোক ইমান নীচ বুলি ভাবিব পাৰিলা।

চাওঁ এৰি দিয়া ৰূপালী।

তোমাৰ কিবা এটা চিন দি যোৱা মোক। অন্ততঃ তাকে লৈ মই জীয়াই থাকিম।

প্লিজ অৰুণাভ ; আজিৰ দিনটোত তেনেকে' নকৰা। অন্ততঃ এটা দিনৰ বাবে। মাত্ৰ এটা দিনৰ বাবে মোক জীয়াই থাকিবলৈ দিয়া।

আচম্বিতে ৰূপালীয়ে দুহাতেৰে অৰুণভৰ ডিঙিত সাৱটি ধৰিছিল। কিবা এটা বুজি উঠাৰ আগতেই ৰূপালীৰ ঈষদুষ্ণ, সিক্ত ওঁঠে স্পৰ্শ কৰিছিল অৰুণাভৰ ওঁঠ। নিজৰ বুকুত অৰুণাভে শুনিবলৈ পাইছিল ৰূপালীৰ বুকুৰ ঢক ঢক শব্দ।

ঠিক কোন মুহূৰ্তত বুকুৰ গভীৰৰ প্ৰতিৰোধ, উত্তেজনা সকলো মিলিত হৈ জ্বালাময় তীব্ৰতাৰ সৃষ্টি কৰিছিল, সেই কথা এতিয়া অৰুণাভৰ মনত নাই।

উত্তেজনাৰ এক ক্ষণস্থায়ী শিখৰৰপৰা নামি আহি দুটা অৱসন্ন শৰীৰ যেতিয়া অন্ধকাৰ কোঠালিৰ বিছনাত পৰি ৰৈছিল, ঠিক সেই মুহূৰ্ততে অৰুণাভে অনুভৱ কৰিছিল—এই শৰীৰৰ মিলনে দুজনৰ মাজত কোনো নতুন সেতুবন্ধন সৃষ্টি কৰা নাই। ক'ৰবাত কিবা যেন এটা ফাঁক ৰৈ গৈছে।

হৃদয়ৰ তাগিদাবিহীন শৰীৰ-খেলা এক অগভীৰ সম্বন্ধ মাথোন। ই কেতিয়াও দুই নৰ-নাৰীৰ সম্পৰ্ক সুদৃঢ় নকৰে।

অন্ধকাৰৰ মাজতো অৰুণাভে দেখিছিল ৰূপালীৰ আলোক-উজ্জ্বল তৃপ্তিময় মুখ।

অপূৰ্ব কোমলতাৰে ৰূপালীয়ে দুহাতেৰে দাঙি ধৰিছিল অৰুণাভৰ মুখ। কেইটামান নিঃশব্দ মুহূৰ্ত তাই চাই ৰৈছিল। ওঁঠে স্পৰ্শ কৰিছিল ওঁঠ। দুই চকু মুদি স্বপ্নাচ্ছনৰ দৰে ৰূপালীয়ে কৈছিল,—মোৰ আজি মৰিবৰ মন গৈছে।

কিয় ?

এনেকুৱা সুন্দৰ দিনতো আৰু কেতিয়াও নাহিব !



কিয় জানো অৰুণাভে ৰূপালীৰ সেই আবেগৰ কোনো সঁহাৰি দিয়াৰ তাগিদা হৃদয়ত অনুভৱ কৰা নাছিল।

আকৌ ডেবিকৰপৰা ভাহি আহিছে ঘৰ-ঘৰ শব্দ। মূৰৰ ওপৰৰ খিৰিকিৰ গ্লাছখন আৰুণাভে বন্ধ কৰি দিলে।

কিয় জানো ৰূপালীৰ সৈতে ঘটা সেই ঘটনাৰপৰাই অৰুণাভে বুকুৰ ভিতৰত অনবৰত অনুভৱ কৰিছে এক অস্থিৰতা।

জীৱনৰ কোনো কোনো মুহূৰ্ত পৰাজয়ৰ মুহূৰ্ত যেন লাগে। মানুহৰ বিচাৰ হয় হয়তো ক্ষণিকৰ দুৰ্বল মুহূৰ্তত।

ইমান দিনেতো অৰুণাভে ভাবি আছিল শৰীৰ হ'ল এটা নিৰপেক্ষ বস্তু ; মন হ'ল তাৰ চালক! কিন্তু এতিয়া ভাব হৈছে শৰীৰো কেতিয়াবা অবাধ্য হয় সি মনক মানিব নোখোজে। কিন্তু শৰীৰেই জীৱনৰ সকলো ঘটনাৰ নিয়ন্ত্ৰক নে ? শৰীৰৰ চাহিদা যিমানেই শক্তিশালী নহওক কিয়, মনৰ শাসন, হৃদয়ৰ তাগিদাতকৈ এই তীব্ৰতা কোনো মুহূৰ্ততে বেছি হোৱা উচিত নহয়।

কিন্তু হ'ল কিয় ?

কিয় জানো অৰুণাভৰ হঠাতে অনুভৱ হ'ল—সি যি প্ৰেম বিচাৰে, সেই প্ৰেম ৰূপালীৰ শৰীৰত নাই। কোনে জানো কৈছিল দেহৰ সমস্ত প্ৰয়োজন পূৰ হৈ যোৱাৰ পিছতো বা দেহৰ সমস্ত প্ৰয়োজন অস্বীকাৰ কৰিও মনৰ মাজত যিখিনি প্ৰয়োজন অপূৰ্ণ হৈ ৰোৱা যেন অনুভৱ হয়, তাক পূৰ্ণ কৰিব পৰা বস্তুটোৱেই হ'ল প্ৰেম।

গভীৰ দুখ আৰু বেদনাৰে অৰুণাভে অনুভৱ কৰিলে,—তাৰ আৰু ৰূপালীৰ মাজত সেই প্ৰেম নাই।

জীৱনৰ কোনো কোনো মুহূৰ্তত মানুহ এইদৰে পৰীক্ষাৰ সম্মুখীন হয়। সকলো মানুহে সকলো পৰীক্ষাতেতো উত্তীৰ্ণ নহয়! কাৰোবাৰ জয় হয়, কাৰোবাৰ পৰাজয়। এটা পৰাজয়েই জানো জীৱনৰ সত্যতাৰ প্ৰকৃত মাপকাঠী হোৱা উচিত হ'ব ?

অৰুণাভতো দেৱতা নহয়। পৃথিৱীৰ কোনো মানুহেই হয়তো কেতিয়াও দেৱতা নহয়। জীৱনত যাৰ সংঘাত নাই, তাৰ হয়তো জীৱনত কেতিয়াও পৰাজয়ো নাই।

আৰু জীৱনৰ ক্ষণিক দুৰ্বল মুহূৰ্তৰ পৰাজয়ে জানো জীৱনৰ গতি স্থবিৰ কৰি দিয়া উচিত ?

জীৱন চলমান নদীসদৃশ।

কপালীৰ পাৱাদ্বীপৰ ফ্লেটৰ সেই দুৰ্ঘটনাৰ পিছত আজি প্ৰথমবাৰৰ বাবে অৰুণাভে মনটো অলপ পাতল পাতল অনুভৱ কৰিলে। তথাপি মনৰ কোনো এক অন্ধকাৰ কোণত নিঃশব্দে পৰাজয়ৰ গ্লানিৰ এক বিষণ্ণ সুৰ বাজি থাকিল।

পিছদিনাৰপৰা অৰুণাভৰ অফ।

চাৰ্জ হেণ্ড অ'ভাৰ কৰি অৰুণাভ ভুবনেশ্বৰ পালেহি।

গোটেই দিনটো কিবা এক সংকোচে তাৰ মনৰ ভিতৰত নিৰ্দয়ভাৱে খেলা কৰি থাকিল।

সন্ধিয়া পৰত সি এনেয়ে ওলাই গ'ল।

অনুবাধাৰ ঘৰলৈ যাবলৈও কিয় জানো কিবা এক দ্বিধা হ'ল।

ৰাস্তাৰ চাকিবোৰ জ্বলি উঠিছে। হালধীয়া পোহৰেৰে প্লাবিত ভুবনেশ্বৰ চহৰ। আগবাঢ়ি যায় চলমান গাড়ী আৰু বিক্সাৰ শাৰী।

কব নোৱাৰাকৈ অৰুণাভ উপস্থিত হ'ল ট্ৰেইনৰ লাইনৰ কাষৰ সেই অসম্পূৰ্ণ দুমহলীয়া ঘৰৰ সন্মুখত।

খুব লাহে লাহে সি দুৱাৰত টোকৰ মাৰিলে। আগবাঢ়ি আহিছে চিনাকি সেই স্লিপাৰৰ শব্দ।

দুৱাৰ খুলি দিলে অনুৰাধাই।

অপাপবিদ্ধ কোনো কোনো মুখে কেনেকৈ কেতিয়াবা হৃদয়ৰ সকলো গ্লানি, দ্বিধা মচি দি সানি দিয়ে এক পবিত্ৰতাৰ প্ৰলেপ!

চিঞৰি উঠিল অনুৰাধাই,—বাব্বা। কিমান দিনৰ মূৰত হঠাতে! মই ভাবিলো ছাইক্ল'নৰ সময়ত তুমি মাজ সাগৰত ডুব গ'লা।

সঁচাকৈ ডুব গৈছিল কিজানি অৰুণাভ। মুখেৰে কোনো শব্দ নকৰাকৈ অৰুণাভে অনুৰাধাৰ মুখৰ ফালে চালে। হাঁহিব খুজিও কিয় জানো সি হাঁহিব নোৱাৰিলে।

অনুৰাধাই ক'লে—এই, তোমাৰ কিবা এটা হৈছে! ক্ষীণাইছাও।

কি হৈছে? একো হোৱা নাই।

তোমাৰ চকুত ইমান বিষণ্ণতা কিয়?

বিষণ্ণতা!

অৰুণাভ চমকি উঠিল।



যিমানেই নাহাঁহা কিয়, তোমাৰ দুচকুৰ মণিৰ বিষণ্ণতা মই চিনি পাওঁ।

কিয় জানো অৰুণাভৰ অন্তৰ-উজাৰি মনৰ সকলো সংকোচ, দ্বিধা আৰু গ্লানি অনুৰাধাৰ আগত মেলি দিবৰ মন গ'ল।

অনুৰাধাৰ পবিত্ৰতাই কিজানি ধুই দিব পাৰিব হৃদয়ত পুঞ্জীভূত সমস্ত দ্বিধা আৰু গ্লানি। হৃদয়ৰ গভীৰত পলকৰ বাবে অৰুণাভে শুনিবলৈ পালে আবেগ বিহ্বল এক নিঃশব্দ কান্দোনৰ শব্দ।

নিঃশব্দ কান্দোনে কেতিয়াবা এইদৰে ধুই নিয়ে অনুতপ্ত হৃদয়। □

## সাতাইশ

## শৈশৱৰ বন্ধুত্বত শৰীৰ নাথাকে

মৃত্যু কেতিয়াবা কিমান যে সহজ হৈ পৰে!

কচুপাতৰ পানীৰ দৰে শৰীৰৰ ভিতৰত টলমল কৰি থাকে মানুহৰ প্ৰাণবিন্দু, কেতিয়া পিছলি পৰে তাৰ ঠিকনা নাই।

কেইদিনমানৰপৰা অতনুৰ মাকৰ গা ভাল নাছিল। বুকুৰ ভিতৰত কি জানো অসহনীয় কষ্ট, শ্বাসৰ গতিও অনিয়মিত। ডাক্তৰ পাটনায়কে আহি এদিন কৈ গৈছে,—ৰক্তচাপো মাৰাত্মক।

বৃদ্ধাৱস্থাত এইবোৰ কাৰ নহয়? অতনুৱে সেইবাবে বিশেষ একো চিন্তা কৰাৰ প্ৰয়োজন বোধকৰা নাছিল।

নিজৰ কোঠাৰ বিছনাত শুই শুই অতনুৱে ভাবি আছিল জীৱনটোৰ কথা। মানুহৰ মানসিকতা, মানুহৰ জীৱনে মানুহক কেনেকৈ ক'লৈ লৈ যায়! অতনুৰো যে এসময়ত এটা জীৱন আছিল, সেই জীৱনত আশা, স্বপ্ন আৰু প্ৰেম আছিল,—সেই কথা যেন অতনুৱে পাহৰি গৈছে আজি!

বন্ধ কোঠাৰ খিৰিকিখন খুলি দিলে অতনুৱে। কোঠাটোৰ খিৰিকি খোলা থাকে নে বন্ধ থাকে কেতিয়াবা অতনুৰ মনতেই নপৰে।

খোলা খিৰিকিৰে ভীতিগ্ৰস্ত হৰিণীৰ দৰে সোমাই আহিল সেমেকা ৰ'দৰ

ৰেখা,—দীপ্তি আৰু উত্তাপবিহীন।

সন্মুখৰ প্ৰকাণ্ড বহল খেল-পথাৰত নিঃসংগ কিশোৰ এজনে আপোনমনে অকলে অকলে বল এটাৰ পাছে পাছে দৌৰি আছে। এবাৰ নিজেই বলটো মাৰি পঠিয়াইছে দূৰলৈ, তাৰ পিছত দৌৰ দিছে বলটোৰ পাছেপাছে।

এক দৃষ্টিৰে কেইবাটাও মুহূৰ্ত অতনুৱে চাই ৰ'ল আপোন খেলত মগ্ন সেই নিঃসংগ কিশোৰলৈ।

গোটেই জীৱনত কোনো কোনো মানুহৰ জীৱনৰ সকলো খেল অকলে অকলেই খেলাৰ প্ৰয়োজন হয়। চৌদিশে হয়তো অনেক অত্মীয়, বন্ধু-বান্ধৱ থাকে; কিন্তু জীৱনত যেতিয়া দুখৰ খেল খেলাৰ সময় হয়, সেই মুহূৰ্তত মূৰ তুলি চালে মাথোঁ দৃষ্টিগোচৰ হয় গা সিৰসিৰ কৰা ভয়ংকৰ নিৰ্জনতা। তেনেকুৱা কিবা এক বাণী সোঁৱৰাই দিবলৈকে সেই দেৱদূত সদৃশ কিশোৰজনে শূন্য পথাৰত অকলশৰে বলৰ পাছে পাছে দৌৰি ফুৰিছে নেকি!

সেই মুহূৰ্ততে কাষৰ কোঠাত অতনুৱে শুনিবলৈ পালে এক ক্ষীণ গেঙনিৰ শব্দ।

অতনুৰ মাক শুই আছে বিছনাত।

শ্বাসকষ্টই যেন হঠাতে নিৰ্দয়ভাৱে জোকাৰি দিলে বৃদ্ধাৱস্থাৰ শীৰ্ণ বুকু। অসংখ্য চুৰিৰ আঘাতৰ নিচিনা এক অদ্ভুত ব্যথাই প্ৰবেশ কৰিছে বুকুৰ ভিতৰলৈ। তেওঁ উঠি বহিবলৈ অলপ চেষ্টা কৰিলে।

নাই, সকলো স্তব্ধ হৈ যোৱাৰ মুহূৰ্ত সমাগত। বহুত দূৰৰপৰা যেন মন্দিৰৰ ক্ষীণ ঘন্টাধ্বনি বতাহত ভাঁহি আহিল বন্ধ ঘৰৰ ভিতৰলৈ। ক'ৰবাত এখন অন্ধকাৰ নদী কল্ কল্ সুৰে বৈ যাব লাগিছে।

দৌৰি কোঠাৰ ভিতৰলৈ গ'ল অতনু।

স্তব্ধ নিৰ্নিমেষ দৃষ্টিৰে অতনুৱে মাকৰ মুখলৈ চাই ৰ'ল। সেই সময়ত মাকৰ শৰীৰৰ প্ৰাণবিন্দু ইথাৰত মিহলি হৈ গৈছে মন্দিৰৰ ঘন্টাধ্বনিৰ লগত।

সেইদিনা ৰাতিৰ একান্ত নিৰ্জনতাত অতনুৱে জীৱনত প্ৰথমবাৰৰ বাবে অনুভৱ কৰিছিল মানুহৰ জীৱন কি অদ্ভুত নিঃসংগ।

তাৰ পিছৰ প্ৰতিটো ৰাতি যেতিয়া অতনু ঘৰলৈ ঘূৰি গৈছে দিনটোৰ শেষত, প্ৰতিবাৰেই ঘৰৰ সম্মুখত মুহূৰ্তৰ বাবে থিয় হৈ সি ৰোমন্থন কৰিব লগীয়া হৈছে মৃত্যুৰ মুহূৰ্তৰ মাকৰ সেই যন্ত্ৰণাকাতৰ মুখ।

মানুহৰ মৃত্যু জানো সঁচাকৈয়ে আচম্বিত?



হয়তো প্ৰতি মুহূৰ্ততে জীৱনেই জীৱনক ঠেলি দিয়ে তিল তিলকৈ মৃত্যুৰ পথলৈ।

অতনুৰ উদাসীনতা লক্ষ্যবিহীন জীৱন,—এই সকলোবোৰেই জানো তাৰ মাকৰ মৃত্যু দ্ৰুততৰ কৰি তোলা নাই? এই এটা অপৰাধবোধে এক ভয়ংকৰ বোবা যন্ত্ৰণা হৈ কেতিয়াবা তাৰ বুকু হেঁচা মাৰি ধৰিব খোজে!

তাৰপিছত কিমান দিন পাৰ হৈ গ'ল, কিন্তু এতিয়াও এদিনৰ বাবেও অতনুৱে পাহৰি যাব পৰা নাই সেই অপৰাধবোধৰ কথা। হঠাতে কেতিয়াবা কোঠাৰ ভিতৰত বিছনাত পৰি থকা দেখা পায় মাকৰ সেই যন্ত্ৰণাকাতৰ, অশ্ৰুসজল মুখ। সেই অশৰীৰ দৃষ্টিয়ে যেন অতনুক সকিয়াই দি যায়—মোৰ মৃত্যুৰ বাবে তয়েই দায়ী।

এক বোবা যন্ত্ৰণাত নিস্তব্ধ হৈ বহি থাকি অতনুৱে কেইবাদিনো পাৰ কৰি দিছে নিদ্ৰাবিহীন ৰাতি।

যোৱা কেইটামান মাহ অতনু এটা যন্ত্ৰৰ দৰে জীয়াই আছে। কেনেকৈ যেন স্তিমিত হৈ আহিছে নিজেও গম নোপোৱাকৈ জীৱনৰ সকলো উৎসাহ উদ্দীপনা আৰু উজ্জ্বলতা।

এতিয়া আৰু জীৱনত কোনো উচ্চাশা নাই, কোনো অভিযোগ, আশা আৰু হতাশা নাই। অতনুৱে বহুদিন একোৰে প্ৰতি লোভ আৰু আকৰ্ষণো অনুভৱ কৰা নাই।

এনেকৈ জানো মানুহ বাচি থাকিব পাৰে?

ৰাতিপুৱা শোৱাৰপৰা উঠি অফিচলৈ যোৱা, অফিচ ছুটিৰ পিছত বাহিৰে বাহিৰে লক্ষ্যবিহীনভাৱে ক'ত জানো নিৰুদ্দেশ হৈ যোৱা, ধৱলগিৰিৰ মন্দিৰ প্ৰাংগণত নিৰ্জনতাৰ সৈতে নিৰ্বাক কথা পতা, অচিনাকি পথচাৰীৰ মাজেৰে ধীৰ পদক্ষেপেৰে চহৰৰ ইমূৰৰপৰা সিমূৰলৈ খোজ কাঢ়ি ঘূৰি ফুৰা,—এইদৰে জানো দিনৰ পিছত দিন মানুহে পাৰ কৰি দিব পাৰে?

আজিও অফিচ ছুটিৰ পিছত শ্বহীদ নগৰৰপৰা জনপথলৈ অতনুৱে এনেয়ে খোজ কাঢ়ি গৈ আছিল। গধূলি পৰত চহৰৰ পথেৰে আগবাঢ়ি যায় অচিনাকি মানুহৰ ভিৰ।

বৰ কষ্ট কৰি আজিকালি অতনুৱে চিনাকি মানুহৰপৰা আঁতৰি থকাৰ চেষ্টা কৰে, তথাপি হঠাতে কাৰোবাৰ সৈতে তাৰ সন্ধিয়া পৰতে দেখা দেখি হৈ যায়।

প্ৰাচী হোটেলৰ চাৰি আলিটো অতিক্ৰম কৰাৰ পিছতে হঠাতে কান্ধত কাৰোবাৰ হাতৰ স্পৰ্শ অনুভৱ কৰি সচকিত হৈ ঘূৰি চাওঁতে অতনুৱে দেখিলে মিচিকিয়া হাঁহিৰে থিয় হৈ আছে এসময়ৰ অন্তৰংগ বন্ধু পিনাকী।

আৰে দোস্ত, একদম ছালা ফিল'ছফাৰ হৈ গ'লি নেকি? বিস্তাৰপৰা চিঞৰি আছো, শুনা নাই। চিনি পাইছ নে নাই? পিনাকী ৰে পিনাকী!

লাজুক হাঁহি, এটা মাৰি অতনুৱে ক'লে,—একদম মন কৰা নাছিলো ৰে। ক'ৰপৰা হঠাতে?

আজিকালি কলিকতাত; গম পাৱ নে নাপাৱ? ছালা কি এটা চাকৰি! ৰেলৰে গুড্ছ অফিচত। জীয়াই থাকিব লাগিলেতো ৰোজগাৰ কৰিবই লাগিব। গ'ডাউনত বহি খাতা লিখি আছোঁ। তই আগৰ চাকৰিতে আছ নে? কিবা এটা বেংকত কাম কৰিছিলি নহয়?

তাতেই আছোঁ।

তই দেখোন কিবা চুপচাপ হৈ গৈছ। নাটক-ফাটক কৰি আছ নে নাই? এৰি নিদিবি বুজিছ। তোৰ টেলেন্ট আছে। আমাৰতো গোবৰৰ মূৰ। তই ছালা কলিকতাত থাকিব লাগিছিল।

কি হ'ল হয়?

আৰে কত ফাল্টু আৰ্টিষ্টে নাম কামাই আছে। কত দিনৰ মূৰত তোক লগ পাইছোঁ। ব'ল ছিলেব্ৰেট কৰা যাওক। মাল-টাল টানি আছে নে?

ডাক্তৰে মানা কৰি দিছে।

ডাক্তৰে কি জানে মালৰ কথা? ব'ল কিবা এটা হৈ যাওক। কিমান দিনৰ মূৰত তোক লগ পালো, অলপ স্ফূৰ্তি-চূৰ্তি নকৰিলে কেনেকে হ'ব দোস্ত? আজিকালিতো স্ফুৰ্তি কৰাৰ মানুহেই বিচাৰি নাপাওঁ। কলিকতাত চব ছালা স্বাৰ্থপৰ, ছেল্‌ভ-ছেণ্টাৰড,—নিজক লৈয়েই ব্যস্ত। বাহিৰৰ মানুহে গৈ তাত একদম এনজয় কৰিব নোৱাৰে। খালী পলিটিকছ!

অতনুৱে আপত্তি নকৰিলে। কিমান দিনৰ মূৰত পিনাকীৰ সৈতে দেখা। ভুবনেশ্বৰৰ ষ্টুৱাৰ্ট স্কুলৰ কাষত পিনাকীৰ ঘৰ। গ্ৰেজুৱেশ্যনৰ পিছত বহুত দিন ঘৰতে এনেয়ে বহি আছিল। তাৰ পিছত কলিকতাত ৰেলৰেত চাকৰি পাইছে।

পিনাকীয়ে কোনো দিনে নাটক কৰা নাই, কিন্তু সদায় কি অদ্ভুত উৎসাহ দি আহিছে অতনুক! নাটক কৰাৰ সময়ত সদায় গাধাৰ নিচিনাকৈ খাটিছে।



কেনেকৈ সময়ে, জীৱিকাৰ তাড়নাই এনেকুৱা বন্ধুকো আঁতৰলৈ লৈ যায়!

হোটেল ৰাজমহলৰ ওপৰ মহলাত এখন সস্তীয়া বাৰ আছে। সেই বাৰতে পিনাকীৰ সৈতে অতনুৱে বহুদিন আড্ডা মাৰি ঘণ্টাৰ পিছত ঘণ্টা পাৰ কৰি দিছে।

পিনাকীৰ সৈতে ঠেক ষ্টেয়াৰকেছেৰে অতনু সোমাই গ'ল প্ৰায়ান্ধাকাৰ বাৰৰ ভিতৰলৈ। টয়লেটৰপৰা ভাঁহি আহিছে কি এটা দুৰ্গন্ধ। টেবুলত পৰি আছে শূন্য পানীয়ৰ গিলাচ আৰু দালমুটৰ প্লেট।

কি খাবি দোস্ত ক। আজিতো এক বটল উৰাই দিম। বহুত দিনৰ মূৰত আগৰ বন্ধু লগ পাইছোঁ। কি খাবি ক।

কিবা এটা ল।

কি কিবা এটা? তোৰ চয়চ কি ক। মইতো আজিকালি নিট ৰাম খাওঁ। বাকী চব ছালা টিউবৱেলৰ পানী। বাংলা খাইছ নে?

নাই খোৱা।

তোলৈ নেক্সট টাইম লৈ আহিম। টেষ্ট কৰি চাবি। কলিজা পুৰি নিয়ে ছালা। কিন্তু কি বাজে গোন্ধ! বমি আহি যাব খোজে। ৰাম চলিব?

চলিব।

ফুল বটল। ছিলড বটল নিকিনিলে চব চালা পানী মিহলাই দিয়ে। খালী পানী কিনি খাবলৈ ৰোজগাৰ কৰা নাই নহয়।

বেয়াৰাটোৱে এবটল ৰাম, দুটা গিলাচ, এক প্লেট মিক্সাৰ আৰু দুবটল পানী দি থৈ গ'ল।

গিলাচত পানী ঢালি ঢালি পিনাকীয়ে অতি নিবিড়ভাৱে অতনুক লক্ষ্য কৰিলে। সিহঁতৰ গ্ৰুপত অতনুক সকলোৱে সন্মান কৰিছিল। হৈ-চৈ কৰি সি সকলো পাৰ্টি, পিকনীক জমাই ৰাখিছিল। আৰু কি একটিং! পিনাকীয়েতো নাটকৰ মাথামুণ্ড এৰকো নুবুজে; তথাপি সি তাৰ নাটক এখনো এৰা নাছিল!

কিন্তু আজি যেন অতনুক কেনেকুৱা লাগিছে! সি মনে মনে বহি আছে।

দুটা দুটা পেগ পেটত পৰাৰ পিছতো পিনাকীয়েই বকবক কৰি গ'ল। পিনাকীৰ জিভা লাহে লাহে ঘোৰ খাই আহিছে। এইটোৱেই পিনাকীৰ দোষ;—কথা যিমান বেছি, ষ্টেমিনা সিমান নাই। অতনুৰ মুখৰ ওচৰলৈ মুখখন আনি পিনাকীয়ে ক'লে,—তই মৰিবি নেকি ৰে? মাতবোল নাই

দেখোন! চকু মেলি আছ নে মুদি আছ? চাওঁ, ছালা চাওঁ। বিশ্বাস নাই। কলিকতাত বুঢ়া পাঞ্জাবী এটা মদ খাই থাকোঁতেই ফুট। কোনেও গমেই নাপালে। তোৰো ছালা....দোস্ত, অলপ স্ফূৰ্তি কৰ ভাই।

কিনো স্ফূৰ্তি কৰিবি! তোৰ কথা কচোন। কলিকতাৰ কথা ক।

কলিকতাত একো স্ফূৰ্তি নাই ৰে। ছাৰা দুনিয়াৰপৰাই স্ফূৰ্তি-চূৰ্তি শেষ হৈ গ'ল নেকি! মানুহৰ দিলত স্ফূৰ্তি থাকে। আজি কালিতো মানুহৰ দিলেই নাই। কলিকতাততো খালী টকা। কিয়ে চু-চু কৰি গাড়ী দৌৰাব ছালাহঁতে! চব ব্লেক মানি। আৰু মাখনৰ নিচিনা এটা এটা মাইকী..! এই ছালা মনত পৰিছে, চৌৰংগীত দেখা হ'ল বুজিছ দোস্ত।

কাৰ লগত?

তোৰ সেই পিয়াৰী, অলি—মুহূৰ্ততে কিবা এটাই অতনুৰ বুকু স্পৰ্শ কৰি গ'ল। সি উৎকৰ্ণ হৈ ৰ'ল।

আবে ছালা কি দিল্লেগী। বঢ়িয়া চেহেৰা হৈছে ৰে। টলটল চেহেৰা! মোৰগা কিন্তু ভাল পতাইছে। একদম হিৰোৰ চেহেৰা। তইতো ছালা নাপাত্তা হৈ যাবি। ঐ বুদ্ধু, এটা কথা জান?

কি?

লাভ-মেৰেজ বুজিছ। একদম কনফিডেন্সিয়েল ছ'ৰ্হৰ খবৰ। গড প্ৰমিজ।

ৰ'ল, বহুত খোৱা হ'ল।

আৰে দোস্ত, তোৰ পিয়াৰীৰ কথা কোৱাৰ বাবে দিলত ধাক্কা লাগি গ'ল নেকি? দিল থাকিলেতো ধাক্কা লাগিবই। এইটো লাষ্ট। বটমছ আপ। এক চিপত খতম কৰি দে। চব দুখ গৈ নৰ্দমাত পৰিব। চিয়েৰছ।

ঠিক দহ বাজি বিছ মিনিটত ভাৰসাম্য হেৰোৱা দুটা শৰীৰ হোটেল জনপথৰ বাৰৰপৰা ওলাই আহি হালধীয়া পোহৰেৰে আলোকিত চহৰত প্ৰবেশ কৰিলে। গুড নাইট দোস্ত। গুড নাইট। মাইণ্ড নকৰিবি ভাই—বুলি বিৰবিৰকৈ ষ্টুৱাৰ্ট স্কুলৰ ফালে আগবাঢ়ি গ'ল পিনাকী।

অতনুৱে মূৰ তুলি চালে ৰাতিৰ চহৰলৈ।

ৰাতিৰ চহৰ,—অচিন মায়াবী,—ঠিক নাৰীৰ দৰে!

সুদীৰ্ঘ উকি মাৰি জগন্নাথ এক্সপ্ৰেছ পাৰ হৈ গ'ল। অতনুৰ ভাব হ'ল যেন কলিজাৰ ওপৰেৰে হৰহৰ শব্দ কৰি পাৰ হৈ যাব লাগিছে ৰাতিৰ বেলগাড়ী।



মানুহৰ কলিজা কেনেকুৱা অতনুৱে দেখা নাই। ভাগি যাব বুলি জানিও কেনেকৈ যে সদায় পুৰুষে গভীৰ বিশ্বাস আৰু প্ৰত্যাশাৰে নাৰীৰ হাততেই তুলি দিয়ে ভংগুৰ কলিজা!

বুকুত হাত দি চালে অতনুৱে;—কোনো শব্দই নাই। কলিজা নোহোৱাকৈও কেনেকৈ মানুহ বাচি থাকে। থাকিবও পাৰে। আজিকালি সকলো সম্ভৱ।

ৰাতিৰ ভুবনেশ্বৰ জনশূন্য প্ৰায়। ষ্ট্ৰিট লাইটৰ পোহৰত আলোকিত পথ। মালিকবিহীন কুকুৰ নিৰ্বিঘ্নে শুই আছে ফুটপাথৰ ওপৰত।

নাই, অতনুৱে কাকো ডিষ্টাৰ্ব নকৰে। পথৰ কুকুৰকো। পৃথিৱীত সকলোৰে নিজৰ মতে থকাৰ অধিকাৰ আছে; নিজৰ মতে সুখী হোৱাৰ অধিকাৰ আছে। অলিৰো আছে!

নাই, অলিকো অতনুৱে আৰু কেতিয়াও ডিষ্টাৰ্ব নকৰে। সকলোৱে নিজৰ মতে থাকক।

নিজৰ মতে।

আৰে এইটো ৰাস্তাত কি?

ঐ ছালা, কোন তই? লেম্পপ'ষ্টৰ তলত বহি ভিক্ষাৰী হৈ বহি আছ? ছব চালা চোৰ তহঁত। কি চুৰ কৰিবি? এই চা, চব পকেট খালী। এক পইচা নাই। বুকুত কলিজাই নাই, পকেটত কি পইচা থাকিব। কি মিছা কথা কৈছোঁ বুলি ভাবিছ? এই বুটাম খুলি দিছো ছাৰ্টৰ। চা ভিতৰত গাত, হাত সোমাই গৈছে, কলিজা, লাংছ-ফাংছ একো নাই। ....অ' ইঞ্জিন কেনেকৈ চলিছে? চলি আছে, এনেয়ে চলি আছে। ম'মেনটামত চলি আছে।

ৰাতিৰ নিঃসংগ লেম্পপষ্ট'ৰ তলত নিদ্ৰামগ্ন কুকুৰটোৰ কাষেৰে সন্তৰ্পনে অতনু আগবাঢ়ি গ'ল। বহুদিন অতনুৱে ইমান খোৱা নাছিল। খোৱাৰ পাছত অকলে অকলে এইদৰে ৰাস্তাৰে খোজকাঢ়ি ফুৰা নাছিল।

প্ৰাচী হোটেলৰ সন্মুখত ৰাতিৰ চকিদাৰটোৱে টহল দি আছে। সন্মুখৰ মন্দিৰত ভগৱান নিদ্ৰামগ্ন। কাৰোবাৰ সৈতে অতি নিবিড়ভাৱে অতনুৰ কথা পাতিবৰ মন গ'ল।

হৃদয় দেখা পোৱাকৈ কোন দিনা মানুহে কথা কবলৈ শিকিব? অতনুৱে এতিয়া কাৰো সৈতে কথা নাপাতে। থাকক। সি অপেক্ষা কৰিব কাৰোবাৰ বাবে,—যাৰ ওচৰত কোনো দ্বিধাসংকোচ নোহোৱাকৈ পৰম বিশ্বাস আৰু

নিৰ্ভৰতাৰে হৃদয়ৰ ভিতৰৰ প্ৰতিটো কোঠালিৰ প্ৰতিখন দুৱাৰ খুলি দিব পৰা যায়। জীয়াই থাকিবলৈ কেতিয়াবা মুক্ত বতাহৰ প্ৰয়োজন। কিমান দিন, মাহ, বছৰ অতনুৱে মন ভৰি যোৱাকৈ কাৰো সৈতে কথা পতা নাই! পৃথিৱীৰপৰা কিজানি ধীৰে ধীৰে প্ৰকৃত কমিউনিকেশ্যন প্ৰক্ৰিয়া শেষ হৈ যোৱাৰ পথত! হয়তো এনে এক ভয়ংকৰ দিন সমাগত—যিদিনা মানুহে নিজৰ সৈতেই নিজে কোনেও নুবুজা ভাষাত কথা পাতিব লাগিব। অতনুৰ জীৱনলৈ তেনে এটা অভিশপ্ত দিন ইতিমধ্যে আহি গ'ল নেকি?

কিচকিচীয়া ক'লা বাতিৰ পিচদিয়া বাটত হঠাতে জোনাক ছিটিকি পৰিছে।

নাই, খোজবোৰ ঠিকেই আছে। মাজে মাজে মাথোঁ ৰাস্তাৰ এফালৰ পৰা আনফাললৈ গাটো গুচি যাব খোজে। ভৰি দুখনৰ কোনো দোষ নাই। সিহঁতে ঠিকেই খোজ কাঢ়িছে।

চেণ্ট্ৰেল স্কুলটো ঘেৰি থকা বেৰখন পাৰ হৈ যোৱাৰ পিছতে সত্য নগৰৰ কালভাৰ্টটো। কিমান দিন আগতে এটা উচ্ছ্বলতাৰে ভৰপূৰ কৈশোৰ এইখন স্কুলতে অতনুৱে এৰি থৈ আহিছে? বুকুখন অতনুৰ টনটনাই উঠিল। ইউনিৰ্ফম পিন্ধা অলিহঁতো ঠিক সেইখিনিতে থিয় হৈ প্ৰেয়াৰ কৰিছিল। সন্মুখৰ শাৰীত অলিহঁত, পাছৰ শাৰীত অতনু আৰু অন্যান্য বন্ধুসকল।

কি অদ্ভুত, সৰল আছিল সেই জীৱন! শৈশৱৰ বন্ধুত্বত শৰীৰ নাথাকে; সেইকাৰণেই চাগে ল'ৰা ছোৱালীৰ অন্তৰংগ বন্ধুত্বৰ মাজতো কোনো জটিলতা নাথাকে।

ৰাস্তাৰ সোঁমাজত থিয় হৈ কেইটামান মুহূৰ্তৰ বাবে অতনুৱে কৰুণ দৃষ্টিৰে চাই ৰ'ল বাতিৰ নিঃশব্দ স্কুলখনলৈ;—যেন শুনিবলৈ চেষ্টা কৰিছে কিমান বছৰৰ আগতে শুনা স্কুলৰ সেই ঘণ্টাৰ শব্দ, অথবা বন্ধু-বান্ধৱীৰ প্ৰাণ চাঞ্চল্যৰে ভৰা অৰ্থহীন কলকাকলি! আঃ, আজি যদি যাদুৰ বলত কোনোবাই ঘূৰাই দিলেহেঁতেন এৰি অহা সেই শৈশৱ। অতনু চিৰদিনৰ বাবে গোলাম হৈ থাকিলেহেঁতেন সেই যাদুকৰৰ।

সত্যনগৰৰ কালভাৰ্টটো পালেই অতনুৰ বুকুখন দুৰু দুৰু কঁপিবলৈ আৰম্ভ কৰে।

কালভাৰ্টৰ সোঁফালেই শ্মশানখন। কত-শত প্ৰাণহীন শৰীৰ চাগে তাত দগ্ধ হৈ গৈছে। অতনুৰ মাক তাত শুই আছে। এক বোবা ভয়াৰ্ত যন্ত্ৰণাত অতনুৰ সমগ্ৰ শৰীৰ থৰ থৰকৈ কঁপি উঠিল।



শ্মশান শেষমূৰত এতিয়াও জুই জ্বলি আছে। বতাহত ভাঁহি আহিছে পোৰা মানুহৰ গোন্ধ। জোনাকৰ সৈতে মিহলি হৈ চিতাৰ জুয়ে সৃষ্টি কৰিছে এক অলৌকিক অশৰীৰী ৰঙীণ পোহৰ।

প্ৰাণহীন শৰীৰেতো আৰ্তনাদ নকৰে অগ্নিৰ স্পৰ্শত;—কিন্তু সেই অগ্নিয়ে কেতিয়াবা স্পৰ্শ কৰি যায় জীৱন্ত মানুহক! যেনেকৈ সদায়ে কৰে অতনুক।

মা,মই তোমাৰ হত্যাকাৰী নহওঁ।

সেই যন্ত্ৰণাকাতৰ চকুৰে মোক অভিশাপ নিদিবা। মই পুৰি ভস্ম হৈ যাম।

চকু-কাণ মুদি ঢলং-পলংকৈ অতনুৱে শূন্য, জোনাক-আলোকিত ৰাস্তাৰে সন্মুখলৈ দৌৰিবলৈ আৰম্ভ কৰিলে। এটা অপৰাধবোধৰপৰা যেন আজীৱন অতনু পলাই ফুৰিব লাগিব।

যেতিয়া আহি বন্ধ ঘৰৰ সন্মুখত অতনু ৰ'লহি, তেতিয়া তাৰ কপালত বিন্দু বিন্দু ঘাম। তাৰ বুকুৱে উঠা-নমা কৰিছে প্ৰতিটো নিশ্বাসত।

ভয়াৰ্ত দৃষ্টিৰে অতনুৱে তলাটোলৈ চালে;—খুলি দিয়াৰ লগে লগে বন্ধ অন্ধকাৰ ঘৰৰপৰা অশৰীৰী মাকৰ সেই দুচকুৱে তাক খেদি আহিব।

চৌদিশ অন্ধকাৰ।

আকাশত ওলমি আছে ষষ্ঠীৰ শেঁতা পৰা জোন।

ঘৰৰ সন্মুখত শূন্য সেই বহল পথাৰ। মায়াবী জোনাক কঁপি আছে বতাহত অশৰীৰী ৰূপ লৈ।

কেৰেককৈ দুৱাৰখন খুলি দিলে অতনুৱে।

ভিতৰত নিৰন্ধ্ৰ অন্ধকাৰ। ভাঁহি আহিছে সেই অস্ফুট গেঙনিৰ শব্দ; কলকল সুৰে বৈ যাব লাগিছে মৃত্যুৰ অন্ধকাৰ নদী। অতনুৱে স্পষ্ট দেখা পাইছে বগা বিছনাত ট-টকৈ জ্বলি আছে আন্ধাৰ বিদীৰ্ণ কৰি মৃত্যু-মুহূৰ্তৰ সেই যন্ত্ৰণা-দগ্ধ চকু।

আৰ্তনাদ কৰি অতনু পাছলৈ দৌৰিলে। ওচৰেদি এটা শীতল বতাহৰ সোঁত পিছফালে বৈ যাব লাগিছে। এটা গেঙনিৰ শব্দ ধীৰে ধীৰে যেন চিৎকাৰলৈ ৰূপান্তৰিত হৈছে।

শূন্য ৰাজপথেৰে ঢলং-পলংকৈ দৌৰিছে অতনুৰ শৰীৰ। কোনফালে গৈছে অতনুৰ সেই মুহূৰ্তত খেয়াল নাই।

কিমান সময় দৌৰাৰ পিছত অৰ্ধসমাপ্ত এটা দুমহলীয়া ঘৰৰ সন্মুখত

স্বয়ংক্রিয়ভাৱে বৈ গ'ল অতনু। ওপৰৰ চাদত জোনাকৰ ক্ষীণ আলোকত ছায়াৰ দৰে বহি আছে কোনোবা।

গেটত কোন সেয়া?

ভাহি আহিল বতাহত ভয়ার্ত নাৰীকণ্ঠ।

দ্বিধাগ্রস্ত কণ্ঠেৰে অতনুৱে উত্তৰ দিলে,—মই, মই অতনু।

ক্ষিপ্র পদক্ষেপেৰে চাদৰপৰা নামি আহিল সেই নাৰী।

অনুৰাধা।

অতনু দা, এই ৰাতিখন তুমি!

অনুৰাধাৰ কণ্ঠত বিস্ময়।

পৰি যোৱাৰপৰা নিজকে কোনোমতে চম্ভালি অতনুৱে ক'লে, অনু, তোৰ ওচৰত আজি ৰাতিটোৰ বাবে মোক থাকিবলৈ দে। ক দিবি?

চাঁৎকৈ অনুৰাধাৰ মুখত লাগিল অতনুৰ মুখৰপৰা ভাঁহি অহা পানীয়ৰ গোন্ধ।

দুখোজ পিছুৱাই গৈ অনুৰাধাই চেপা আৰ্তনাদৰ কণ্ঠেৰে ক'লে,—ছিঃ অতনু দা, তুমি ইমান তললৈ যাবা বুলি মই কেতিয়াও ভবা নাছিলো। মাজনিশা এইদৰে মদ খাই....! তুমি গুচি যোৱা অতনু দা। প্লিজ অতনুদা এতিয়াই এই মুহূর্ততে ইয়াৰপৰা যোৱা।

অবাক দৃষ্টিৰে অকণমান সময় অতনুৱে অনুৰাধাৰ চকুৰ ফালে চাই ৰ'ল, তাৰপিছত এবাৰো উভতি নোচোৱাকৈ সি হেৰাই গ'ল ৰাতিৰ অন্ধকাৰৰ মাজত।

অতনুৱে হয়তো কোনো দিনে নাজানিব সেইদিনা অনুৰাধাই কেনেকৈ এটা ক্রন্দনৰত, নিদ্রাবিহীন ৰাতি পাৰ কৰি দিব লগীয়া হ'ল। □

## আঠাইশ

## ভালপোৱাৰ ক্ষেত্রত কোনো বৈধতাৰ প্রশ্ন নুঠে

কত দিনৰ মূৰত আজি হঠাতে অর্জুন মামাৰ চিঠি আহিল!

দুপৰীয়া 'গেলি'ৰ ভিতৰত বহি ডেনিছৰ সৈতে অৰুণাভে খাই আছিল। মাজ সমুদ্ৰৰ মাজত, জাহাজৰ ভিতৰতো বিভিন্ন খোৱাবস্তুৰ অভাৱ নাই। বিদেশীৰ বাবে যেনেকৈ ৰখা হৈছে দেশ-বিদেশৰ বিধ বিধ সামগ্রী, ভাৰতীয় মানুহখিনিৰ বাবেও তেনেকৈ যোগান ধৰা হয় সকলো ধৰণৰ ভাৰতীয় খাদ্য।

মাজে মাজে বিদেশী খাদ্যৰ জুটি ল'লেও অৰুণাভে দেশীয় খাদ্যকেই অধিক পছন্দ কৰে। আজি কেইদিনমানৰপৰা অৰুণাভে লক্ষ্য কৰিছে ডেনিছেও লাঞ্চ বা ডিনাৰৰ সময়ত ভাত, দাইল আদি কৰি ভাৰতীয় ডিছবোৰেই পছন্দ কৰিছে।

কি হ'ল ডেনিছ, আজিকালি বিদেশী খাদ্যই আমুৱালে নেকি? এনেয়ে হাঁহি হাঁহি অৰুণাভে সুধিলে।

ফুলকবিৰ তৰকাৰীৰে ৰুটিৰ টুকুৰা খাবলৈ চেষ্টা কৰা ডেনিছে কৌতুকৰ হাঁহি মাৰি অৰুণাভৰ মুখলৈ চালে।

অলপ ভাৰতীয় হ'বলৈ চেষ্টা কৰিছো।

ডালভিৰ কাৰণে?

ইয়াহ। লিটল কম্প্রমাইজ কৰিছোঁ। আৰু ফ্রেংকলি স্পিকিং, ভাৰতীয় খাদ্য মোৰ ভালেই লাগিছে।

আৰু ভাৰতীয় মানুহ?

লাভলি। এতিয়াও মানুহৰ শৰীৰৰ ভিতৰত হৃদয় আছে। কিন্তু কেতিয়াবা ভাব হয়,—হৃদয়ক স্বীকাৰ কৰিবলৈ যেন তোমালোকে ভয় কৰা।

মানে?

বেয়া নাপাবা অৰুণাভ, কেতিয়াবা তোমালোকক ষ্টাডি কৰি মই কনফিউজড হওঁ। কি সুন্দৰ, অনুভূতিশীল হৃদয়ক সন্মান কৰা মানুহ তোমালোক। কিন্তু কি আচৰিক কথা,—তোমালোকৰ সমাজতে হৃদয়ৰ ভালপোৱাক তোমালোকে ট্রিট কৰা গোপন ৰোগৰ নিচিনাকৈ। হোৱাই? কিয়? ভালপোৱা তোমালোকৰ বাবে হ'ব লাগিছিল জীৱনৰ সুস্থ প্রকাশ।

কিন্তু ভালপোৱা যদি অসামাজিক হয় তেনেহ'লে সমাজে তাক গ্রহণ নকৰাটোৱেই স্বাভাৱিক, নহয় জানো? সমাজৰ ক্ষেত্রত সকলোৰে বৈধতাৰ প্রশ্ন আছে।

কিন্তু মোৰ দর্শন বেলেগ। তোমালোকৰ বাবে হয়তো সেয়া গ্রহণযোগ্য নহ'ব পাৰে।

তোমাৰ দৰ্শন কি নো?

ভালপোৱাৰ ক্ষেত্ৰত কোনো বৈধতাৰ প্ৰশ্ন নুঠে। ভালপোৱা পৰিকল্পিত অনুভূতি নহয়। আৰু পৰিকল্পিত হ'লেই সেই ভালপোৱা ভালপোৱা হৈ নাথাকে। চেষ্টা কৰি, ইচ্ছা কৰি হৃদয়ত কাৰোবাৰ প্ৰতি ভালোপোৱা জগাই তুলিব নোৱাৰি আৰু যেতিয়া ই জাগিব তাক ৰোধ কৰিব নোৱাৰি।

কিন্তু ভাৰতত চেষ্টা কৰি বা ইচ্ছা কৰিয়েই হওক বিয়াৰ পিছত স্বামী-স্ত্ৰীৰ ইজনে সিজনক ভালপাই আহিছে।

ইহুৱালা অৰুণাভ। সেয়া ভালপোৱা নহয়, সমাজৰ প্ৰয়োজনত, পৰিয়ালৰ প্ৰয়োজনত গঢ়ি উঠা এক প্ৰকাৰৰ অভ্যাস, লিপ্ততা। কব পাৰা,—কনডিশ্যনিং।

কিন্তু সমাজে অকল তাকেই গ্ৰহণযোগ্য বুলি ৰায় দি আহিছে!

একজেকটলি। আৰু তাতেই মই বিস্মিত হওঁ। মোৰ মত কি জানা অৰুণাভ? অবৈধ হ'লেও দুজনৰ মাজৰ ভালপোৱাত যদি আন্তৰিকতা, ত্যাগ আৰু গভীৰতা থাকে, তেনেহ'লে তাক অন্যায় বুলি মই কব নোখোজোঁ।

সন্ধিয়া হেলিপেডৰ ওপৰত বহি আকাশলৈ মুখ কৰি অৰুণাভে ভাবিছিল ডেনিছৰ কথা। নিজৰ ওপৰত কিমান বিশ্বাস থাকিলেহে চাগে মানুহে ডেনিছৰ দৰে এনেকুৱা 'অসামাজিক' কথা কব পাৰে। এনেকুৱা কথা কোনোবাই ক'লেই অৰুণাভৰ কিয় মনলৈ আহে অৰুণিমা বাইদেউৰ কথা?

পৃথিৱীত খুব কম মানুহেহে থাকে যাৰ কথা মনলৈ আহিলেই হৃদয়ৰ গভীৰেৰে এক শান্ত, সুন্দৰ সুগন্ধি, বতাহ ধীৰে ধীৰে বৈ যায়। কোনো পোৱা-নোপোৱা, দিয়া-নিয়াৰ তাগিদাবিহীন মুহূৰ্তৰ এটা দৃষ্টি, বাংময় নীৰৱতা,—সেইখিনিয়েই যথেষ্ট হৃদয় মন ভৰাই তুলিবলৈ। সমাজৰ সীমাবদ্ধতাই জানো বিশালতাৰে ভৰা এই অনুভূতিক কেতিয়াবা ৰোধ কৰিব পাৰে? ডেনিছৰ বেলিকা নোৱাৰে, আৰু অৰুণাভৰ বেলিকা? অৰুণাভে কিজানি এই প্ৰশ্নৰ উত্তৰ এতিয়াও নাজানে। সঁচাকৈ নাজানে নে?

ৰাতিৰ আকাশলৈ চালে অৰুণাভে। নক্ষত্ৰ-খচিত ৰূপালী আকাশ। আদিগন্ত বিস্তৃত।

অৰুণাভ যেতিয়া কিশোৰ আছিল, অৰ্জুন মামাই আকাশলৈ আঙুলিয়াই কৈছিল,—সেয়া কালপুৰুষ। দক্ষিণ আকাশত সেই যে দেখিছ সেয়া লুব্ধক আৰু অগ্যস্ত। দক্ষিণ-পূবৰপৰা উত্তৰ-পশ্চিমলৈ সেয়া হাতীপটি।

আৰু সেয়া কি দেউতা, উত্তৰৰ ফালে? বৰ উজ্জ্বল যে!—ৰুমীয়ে সুধিছিল।

সেয়া ধ্ৰুৱতৰা। পথ হেৰাই গ'লে ই মানুহক পথৰ নিৰ্দেশ দিয়ে।

আজি অৰুণাভে অনুভৱ কৰিছে—জীৱনৰ কিছুমান দিশহাৰা মুহূৰ্ত থাকে, যিবোৰ মুহূৰ্তত সেই ধ্ৰুৱতৰায়ো পথৰ নিৰ্দেশ দিয়াত বিফল হয়। এনেকুৱা কঠিন পৰীক্ষাৰ মুহূৰ্তত নিজকে সম্বল কৰি মানুহে পথৰ সন্ধান কৰিব লগীয়া হয়।

তললৈ চালে অৰুণাভে।

সমুদ্ৰত জোৱাৰ উঠিছে।

সাপৰ নিচিনাকৈ জলমল সমুদ্ৰৰ ঢৌৱে ফেঁট তুলি ওপৰলৈ উঠাৰ আপ্ৰাণ চেষ্টা কৰিছে। কেতিয়াবা অবাধ্য সমুদ্ৰই এনেকৈ খেলা কৰে। একেখন সমুদ্ৰৰে কত যে বিচিত্ৰ ৰূপ! কেতিয়াবা পাৰি দিয়া অস্বচ্ছ পৰ্দাৰ দৰে নিস্তৰংগ; পিছ মুহূৰ্ততে উদ্দাম উল্লাসত গৰ্জনৰত!

ভাগি পৰা ঢৌত প্ৰতিবিম্বিত হৈছে কম্পিত ৰাতিৰ আকাশ। কত আলোকবৰ্ষ দূৰৰ অগণন তৰাই সাঁতুৰি আছে উচ্ছ্বল সমুদ্ৰত! সেই অগণন তৰাৰ মাজতে হয়তো লুকাই আছে অৰ্জুন মামাৰ ৰুমী। অন্ততঃ অৰ্জুন মামাই আজিও তেনেকৈয়ে বিশ্বাস কৰে। যন্ত্ৰণাময় হৃদয়ৰ বাবে যুক্তিবহিৰ্ভূত বিশ্বাসো কেতিয়াবা শান্তিৰ প্ৰলেপ। সেই কাৰণেই চাগে' পৃথিৱীত এতিয়াও ভগৱান জীয়াই আছে।

অৰ্জুন মামাৰ চিঠিৰ কথা অৰুণাভৰ মনত পৰিল। "......মোৰ বাবে তই ৰুমী, নিমিৰ নিচিনা। ৰুমী, নিমিক লৈ বহুত স্বপ্ন আছিল, বহুত আশা আছিল। সেই কথা তই এই বয়সত নুবুজিবি। সকলো আশা, সকলো স্বপ্ন মানুহৰ পূৰণ নহয়। তথাপি মানুহে স্বপ্ন দেখে, আশাৰে অনাগত সময়লৈ অপেক্ষা কৰে। নিমি, ৰুমীক হেৰুউৱাৰ পিছত তোক লৈয়ে মোৰ জীৱনৰ সমস্ত স্বপ্ন, সমস্ত আশাই গঢ় লৈ উঠিছে। এতিয়া মৃত্যুপথৰ যাত্ৰী মই। কোন দিনা পৃথিৱী এৰাৰ নিৰ্দেশ আহে তাৰ বাবেই প্ৰতিটো মুহূৰ্ত অপেক্ষা কৰি থাকোঁ।....তোৰো বয়স হৈছে। নিমি, ৰুমীক হয়তো কোনোদিনে আৰু ঘূৰাই নাপাম; কিন্তু তোৰ বোৱাৰীৰ জৰিয়তেই যদি এই বয়সত নিমি-ৰুমীক বিচাৰি পালোহেঁতেন তেনেহলে মৃত্যুৰ সময়ত আৰু কোনো দুখ নাথাকিলহেঁতেন।"

এজনে আনজনৰ মনত জগাই তোলা বিশ্বাস আৰু প্ৰত্যাশাই যুগে

যুগে সৃষ্টি কৰি আহিছে মানৱীয় সকলো জটিলতা, সকলো যন্ত্ৰণা; অথচ এই আশা আৰু বিশ্বাসক ভেটি হিচাপে লৈয়েই আজিও থিয় হৈ আছে মানুহৰ পৰিয়াল, সমাজ।

ডেৰিক ফ্ল’ৰত এতিয়া প্ৰায় কাম বন্ধ হৈ আছে। চিমেণ্টেছন হৈ গৈছে। ধৰিত্ৰী গৰ্ভৰ গভীৰলৈ সোমাই যোৱা সুৰংগৰ নিচিনা সুদীৰ্ঘ খাদ স্থায়ী কৰিবৰ বাবেই ঢালি দিয়া হৈছে চিমেণ্টৰ আৱৰণ। এতিয়া অপেক্ষা কৰিব লাগিব চিমেণ্ট কঠিন নোহোৱালৈকে।

ডিনাৰৰ পিছত ডেনিছে লগ ধৰিলে,—অৰুণাভ, মোৰ হাতত ভাল কেছেট এটা আছে, ব’লা চোৱা যদি।

আজি থাকক। ফিলিং শ্লিপি।

অৰুণাভে কেবিন বন্ধ কৰি বিছনাত পৰিল। সমুদ্ৰৰ ওপৰত বন্ধ কেবিনৰ ভিতৰত দুচকু মুদি অৰুণাভৰ গুচি যাবৰ মন গ’ল সাগৰ, নদী, অৰণ্য পাৰ হৈ অৰ্জুন মামাৰ ওচৰলৈ,—যাৰ সান্নিধ্যত তেওঁ পাৰ কৰি দিছে সুদীৰ্ঘ শৈশৱ আৰু কৈশোৰ। মাক আৰু দেউতাকৰ মৃত্যুৰ পিছত অৰ্জুন মামায়েই খনিকৰৰ দৰে গঢ়ি তুলিছিল অৰুণাভৰ জীৱন।

সেই অৰ্জুন মামাৰ মৃত্যুৰ সময়ৰ এটা মাত্ৰ বাসনা পূৰণ কৰাৰ দায়িত্ব জানো অৰুণাভৰ নাই!

কেতিয়াবা কি তীব্ৰ বাসনা জাগে এৰি অহা কৈশোৰ আৰু শৈশৱলৈ গুচি যাবলৈ। পৃথিৱীৰ সকলো যানতে পাছলৈ যাবলৈ বেক গিয়েৰৰ ব্যৱস্থা আছে; জীৱনেই হয়তো একমাত্ৰ যান য’ত কোনো বেক্‌গিয়েৰ নাই। পৃথিৱীৰ সকলো দিয়াৰ প্ৰতিশ্ৰুতি দিলেও কোনো মানুহে কেতিয়াও অতীতলৈ ঘূৰি যোৱাৰ সম্ভাৱনা নাই। সেই কাৰণেই চাগে কেতিয়াবা কেতিয়াবা এৰি অহা সময় মানুহৰ ইমান ইপ্সিত।

সেই নিশা অৰুণাভে এটা সপোন দেখিলে।

সুনীল সমুদ্ৰৰ আলফুল ঢৌৰ ওপৰেৰে বহুত দূৰৰ কোনোবা গ্ৰহান্তৰৰ পৰা শুকুলা নাৱত উঠি ওপঙি আহি আছে এক অচিন পৰী; স্বচ্ছ উত্তৰীয়ৰে ঢাকি ৰখা পদুমৰ দৰে মুখ। চিনাকি চিনাকি অথচ অচিনাকি।

ওচৰৰপৰা অৰুণাভে চাবলৈ চেষ্টা কৰিলে স্বপ্নৰ সেই ৰহস্যময়ী নাৰীৰ মুখ।

নাই, ৰূপালী নহয়।



ওচৰ চপাৰ লগে লগে অৰুণাভৰ অনুভৱ হ’ল এক সুৰভিত ফুলৰ সতেজ সুগন্ধৰে ভৰা বতাহে যেন স্পৰ্শ কৰি গ’ল সমস্ত হৃদয়।

দুয়ো চকু মেলি অৰুণাভে ভালদৰে চালে।

অনুৰাধা?

নে অৰুণিমা বাইদেউ?

অন্ততঃ ৰূপালী নহয়।

চিনি পোৱাৰ আগে আগে সেই ৰহস্যময়ী পৰী ধীৰে ধীৰে ফে’ড আউট হৈ গ’ল তৰংগায়িত সমুদ্ৰৰ মাজত।

স্বপ্ন ভঙাৰ পিছত অৰুণাভ অন্ততঃ এটা কথাত নিশ্চিত হ’ল: যি আবেগ দীৰ্ঘ দিন জুৰি ৰূপালী নামৰ এক সীমানাত দোদুল্যমান অৱস্থাত আৱদ্ধ হৈ আছিল সেই আবেগ শিকলি চিঙি মুক্ত হ’ল।

সপোনত অৰুণাভে নিশ্চিতভাৱে ৰূপালীক দেখা নাই।

সেই একেই ৰাতি ৰূপালীয়ে অন্য এক সপোন দেখিলে।

এক অবিশ্বাস্য, সুন্দৰ ফুলৰ দলিচাৰ ওপৰেৰে ৰাতিপুৱা স্নানৰ শেষত ধীৰে ধীৰে খালী ভৰিৰে খোজ কাঢ়ি গৈছে ৰূপালী; ৰূপালীৰ শৰীৰ ভৰহীন, শূন্যৰ মাজেৰে উটি গৈছে তাইৰ আলফুল শৰীৰ।

বতাহত ভাহি আহিছে বনফুলৰ সুঘ্ৰাণ।

হঠাতে আতংকিতা ৰূপালী থমকি ৰ’ল।

ফুলৰ দলিচাৰ অন্তত অগণন কাঁইটেৰে ভৰা এক অদ্ভুত জোপোহা; শাণিত অস্ত্ৰৰ দৰে সেই জোপোহাৰ গাত অ’ত ত’ত তেজৰ দাগ। কাঁইটৰ ওপৰত পৰি আছে এটা ভ্ৰূণ-প্ৰতিম শিশুৰ ৰক্তাক্ত নিঠৰ দেহ।

হঠাতে সাপৰ দৰে এক ভয়ংকৰ শীতলতাই ৰূপালীৰ সমগ্ৰ শৰীৰ হেঁচা মাৰি ধৰিলে। তাইৰ শ্বাস-প্ৰশ্বাস যেন বন্ধ হৈ গৈছে। অন্ধকাৰৰ মাজেৰে কোনোবা মৃত্যুদূতে তাইক টানি লৈ যাব খুজিছে কোনো দিনে নেদেখা অন্য এক অচিন পৃথিৱীলৈ।

নাই, ৰূপালীয়ে এই মুহূৰ্তত মৰিব নোখোজে।

আৰু মাত্ৰ—মাত্ৰ কেইটামান মাহ ৰূপালীয়ে এইখন চিনাকি পৃথিৱীতে জীয়াই থাকিব খোজে। নিজৰ বাবে নহয়, অইন কাৰোবাৰ বাবে।

চিঞৰি চিঞৰি কাৰোবাক মাতিবৰ মন গ’ল ৰূপালীৰ—মোক বচাই তোলা। ডাক্তৰক মাতি দিয়া। প্লিজ—

কিন্তু কোনো ডাক্তৰে জানো কেতিয়াবা মানুহক বচাই ৰাখিব পাৰে?

কোনোবাই যদি মন-প্ৰাণ দি প্ৰেম আৰু স্নেহেৰে নিবিচাৰে, তেনেহলে পৃথিৱীত জানো কোনোবাই কেতিয়াবা বাচি থাকিব পাৰিছে?

ৰূপালীক কোনে বিচাৰে?

আতংকিত দৃষ্টিৰে ৰূপালীয়ে চকু মেলিলে।

সমুদ্ৰৰ গৰ্জন ভাহি আহিছে খোলা খিৰিকিৰে।

সমুগ্ৰ পৃথিৱী যেন অন্ধকাৰময়, ক'তো অকণো পোহৰৰ চিন নাই। কি ভয়ংকৰ, কঠিন, অবোধ অন্ধকাৰ!

অন্ধকাৰৰ মাজেৰে এক ভয়াৰ্ত দৃষ্টিৰে তাই নীৰেনৰ ঘুমন্ত মুখলৈ চালে। নীৰেনৰ শ্বাস-প্ৰশ্বাসৰ আশ্চৰ্যকৰভাৱে সাবলীল শব্দ নিঃশব্দ বতাহৰ সৈতে ধীৰে ধীৰে মিহলি হৈ গৈছে?

হঠাতে ৰূপালীৰ ভাব হ'ল, নীৰেন দত্ত যেন তাইৰ বাবে বহুত দূৰৰ এক অস্পষ্ট, অচিনাকি পাথৰৰ মানুহ।

তাৰপিছত এক মুহূৰ্তৰ বাবেও ৰূপালীয়ে শুব নোৱাৰিলে।

তীব্ৰ যন্ত্ৰণাময় সময় ধীৰে ধীৰে খহি পৰিল কোঠালিৰ আবদ্ধ গধুৰ বতাহত। ৰাতি আগবাঢ়ি গ'ল ৰাতিপুৱাৰ ফালে।

চকু মেলি ৰূপালীয়ে অন্ধকাৰৰ মাজেৰে চাই ৰ'ল অসীম শূন্যতালৈ,—যেন শূন্যতাৰো কেতিয়াবা ৰং থাকে। তেজৰ নিচিনা ৰং।

ৰাতিপুৱা শুই উঠি ৰূপলীয়ে অদ্ভুত সংশয়েৰে ড্ৰয়িংৰুমৰ বেৰত ওলোমাই থোৱা কেলেণ্ডাৰত চালে তাৰিখ।

যোৱা প্ৰায় দহ দিনৰ প্ৰতিটো ৰাতিপুৱা এক উদভ্ৰান্ত দৃষ্টিৰে ৰূপালীয়ে এনেকৈ থিয় হৈ ৰৈছে কেলেণ্ডাৰৰ সন্মুখত। দহ দিন অভাৰডিউ।

আগতেও ৰূপালীৰ নিয়মীয়া নাছিল; কিন্তু কোনো দিনে ৰূপালীয়ে চল্লিছ দিনলৈ অপেক্ষা কৰিব লগীয়া হোৱা নাছিল।

তেনেহ'লে ৰূপালীৰ অনুমানেই সত্য নেকি?

কালি মুনমুনৰ সৈতে নীৰেনে কব নোৱাৰাকৈয়ে ৰূপালী ডাক্তৰৰ ওচৰলৈ গৈছিল। প্ৰেগ্নিনডেক্স টেষ্টৰ বাবে। বিবৰ্ণ ৰূপালীৰ মুখলৈ চাই ডাক্তৰে কৈছিল—আপুনি ইমান ৱ'ৰিড হৈছে কিয়? কাইলৈ খবৰ লব। মাজে মাজে অৱশ্যে হৰমোন ডিছভেলেঞ্চৰ বাবেও এনেকুৱা হয়।

আজিও দুপৰীয়া ৰূপালীয়ে মুনমুনক আহিবলৈ কৈ থৈছে।



তোমাৰ কিবা এটা হৈছে।—নীৰেনৰ মাতত ৰূপালী উচপ খাই উঠিল।

এক মুহূৰ্তৰ বাবে তাই দৃষ্টি ৰাখিলেও নীৰেনৰ মুখত, পিছ মুহূৰ্ততে নমাই আনিলে।

কি হৈছে! একো হোৱা নাই।

তোমাক কেনেকুৱা শেঁতা শেঁতা, ৱ'ৰিড লাগিছে।

ৰূপালীৰ শৰীৰৰ ওপৰেৰে এটা নামহীন ভয়ৰ কঁপনি পাৰ হৈ গ'ল ধীৰে ধীৰে। দ্বিতীয় বাৰৰ বাবে তাই নীৰেনৰ চকুলৈ চালে। কি ঠিক নীৰেনৰ অৱচেতন মনত হয়তো অংকুৰিত হৈ উঠিছে এক সন্দেহৰ বীজ। কিন্তু নীৰেনৰ চকুত যেন কোনো দৃষ্টি নাই।

গোটেই ৰাতিপুৱাৰ সময়ছোৱা বুকুৰ ভিতৰত দুটা হৃৎপিণ্ডই ধুক ধুককৈ শব্দ কৰি থাকিল।

নীৰেন অফিচলৈ যোৱাৰ পিছত বহু সময়লৈ বেলকনিত বহি ৰূপালীয়ে চাই ৰ'ল সম্মুখলৈ।

সমুদ্ৰৰ দৃশ্য যিমানেই সম্মোহনকাৰী নহওক কিয়, তাৰ ভয়াবহতাও কেতিয়াবা কম নহয়।

এই মুহূৰ্তত ভাব হৈছে,—সমুদ্ৰ ইমান উত্তাল, ইমান বিপুল আৰু ইমান বিশাল! আজি ইমান দিনৰ পিছতো ঢৌৰ চেহেৰা দেখিলে ৰূপালীৰ কলিজা দুৰু দুৰু কঁপে। দৈত্যৰ নিচিনা সেই অচিন ঢৌৰ মুখামুখি হোৱাৰ সাহস জানো তাইৰ আছে।

বাইদেউ, মই যাওঁ। খানা হৈ গ'ল।

কেতিয়া আহি সুকান্তই কামত হাত দিছিল ৰূপালীয়ে গমেই পোৱা নাছিল। অপ্ৰস্তুত ৰূপালী বহাৰপৰা উঠিল। সুকান্ত যোৱাৰ পিছত তাই ঘৰৰ দুৱাৰ বন্ধ কৰি দিলে।

কিবা এক উৎকণ্ঠা, দ্বিধা, সংশয়ে ভৰাই পেলাইছে বুকুৰ ভিতৰৰ সকলো শূন্যতা।

দুপৰৰ নিৰ্জনতাই সদায় মনৰ একাকীত্ববোধ গভীৰভাৱে জগাই তোলে।

টিক টিক কৰি নিস্তব্ধতা ভংগ কৰা ঘড়ীটোলৈ চালে ৰূপালীয়ে। বাৰ বাজি গৈছে।

বাথৰুমত সোমাল ৰূপালী।

কাপোৰ সলনি নকৰাকৈয়ে তাই শ্বাৱাৰৰ তলত বহিল। জলপ্ৰপাতৰ

দৰে শৰীৰৰ ওপৰেৰে বৈ গ'ল শীতল পানীৰ সোঁত। কিয় জানো তাইৰ ভাব হ'ল ঘন্টাৰ পিছত ঘন্টা ধৰি স্নান কৰিলেই যেন জীৱনৰ সকলো সমস্যাৰ সমাধান হ'ব, আঁতৰি যাব মনৰপৰা সকলো অস্থিৰতা, ভয় আৰু সংশয়।

স্নানৰ শেষত ড্ৰেছিং মিৰৰৰ সন্মুখত থিয় হৈ ৰূপালীয়ে নিৰীক্ষণ কৰিলে নিজকে। মানুহে এইদৰে মাজে মাজে নিজৰ সন্মুখীন হৈ তন্ন তন্নকৈ পৰীক্ষা কৰি চাব লগে হৃদয় আৰু বিবেক।

চকুৰ তলত কালিমাৰ ৰেখা।

দুটা আঙুলিৰে ডাঠকৈ চকুৰ তলত ক্ৰিম সানি ল'লে ৰূপালীয়ে।

খোৱাৰ নামমাত্ৰ কৰি, বিছনাত পৰি তাই কিছু সময়ৰ বাবে এনেয়ে মেগাজিন এখন পঢ়াৰ চেষ্টা কৰিলে। এসময়ত তাই টোপনি গ'ল।

কিমান সময় কলিং বাজি আছিল ৰূপালীয়ে নাজানে; জাপ মাৰি উঠিল। ঘড়ীলৈ চাই দেখিলে দুই বাজি গৈছে।

দুৱাৰ খুলি দিলে ৰূপালীয়ে।

বাহিৰত মুনমুন।

ইমান সময় বেল বজাইছোঁ। শুই আছিল নেকি বাইদেউ?

লজ্জিত হাঁহি মাৰি ৰূপালীয়ে কলে,——কেতিয়া জানো টোপনি আহি গ'ল! এক মিনিট ৰ'বা দেই। মই ৰেডি হৈ লওঁ। শাৰীখন চেঞ্জ কৰিলেই হ'ল।

ডাঃ পাটনায়কৰ চেম্বাৰৰ সন্মুখন গাড়ীৰপৰা নামিল মুনমুন আৰু ৰূপালী।

সুন্দৰ পৰিচ্ছন্ন চেম্বাৰ, পাতল পৰ্দাৰ আঁৰত ভিতৰৰ কোঠালিৰপৰা ভাহি আহিছে কম বয়সীয়া নাৰ্ছজনীৰ কণ্ঠৰ শব্দ।

ৱেইটিং ৰুমত বহি আছে অধীৰ অপেক্ষাত কেইবাজনীও অচিনাকি নাৰী। এই বয়সত, এই অৱস্থাত ডাক্তৰৰ চেম্বাৰলৈ অহা নাৰীৰ মুখত আঁকা থাকে আশা আৰু স্বপ্নৰ ছবি।

আহক মিছেছ দত্ত।

ৰূপালীয়ে অনুভৱ কৰিলে——ভৰিৰ আঙুলিৰপৰা ধীৰে ধীৰে এটা শীতল কম্পন ক্ৰমশঃ ওপৰলৈ উজাই আহি তলপেটৰ কোনোবাখিনিত গোট মাৰি বৈ গৈছে।

হাঁহি মাৰি ডাঃ পাটনায়কে ক'লে,—ৰিজাল্ট পজিটিভ। কনফাৰ্মড।



ৰূপালীৰ এনেকুৱা লাগিল যেন ভৰিৰ তলৰপৰা কোনোবাই আঁতৰাই লৈ গৈছে পৃথিৱী, এক অন্ধকাৰ গহ্বৰৰ সন্মুখত থিয় হৈ তাই যেন চাই ৰৈছে হাজাৰ মাইল দূৰৈৰ ৰিণি-ৰিণি দেখা পোৱা কোনো এক আলোকিত প্ৰান্তৰলৈ।

দুমাহ-তিনিমাহ পৰাপক্ষত ট্ৰেভেল নকৰাই ভাল। গধুৰ বস্তু উঠোৱা—নমোৱা কৰিব নালাগে। শৰীৰে কষ্ট পোৱা কাম নকৰিব। একো চিন্তা কৰিব নালাগে। চিয়েৰফুল হৈ থাকিব।

বৰ দুৰ্বল লাগি আছে এই কেইদিন।

কিবা এটা নক'লে অস্বস্তি লাগিছে বাবেই ৰূপালীয়ে এনেয়ে ক'লে।

অলপ লাগিবই। বমিৰ টেণ্ডেনছি হ'ব পাৰে, ডিজিনেছ, নছিয়া....। মই টেবলেট কেইটামান লিখি দিছোঁ, আয়ৰণ ডেফিছিয়েন্সিৰ বাবে, দিনত এটাকৈ খালেই হ'ব।

কোনোমতে ডাক্তৰৰ চেম্বাৰৰপৰা শৰীৰটো কঢ়িয়াই আনিলে ৰূপালীয়ে।

প্ৰথমবাৰৰ বাবে জীৱনত মাতৃ হ'বলৈ আগবাঢ়িছে ৰূপালী। কি পৰম প্ৰতীক্ষিত এই মুহূৰ্ত নাৰীৰ বাবে,—যেন যুগ যুগৰ প্ৰাৰ্থনা আৰু অপেক্ষাৰ অন্তত হঠাতে সন্মুখত দৃশ্যমান হয় আলোকৰ মালা।

ঘৰলৈ আহি বেডৰুমৰ দুৱাৰ বন্ধ কৰি বহু সময় ৰূপালীয়ে কটাই দিলে অবিৰাম ক্ৰন্দনত। এক অদ্ভুত সংশয়ে যেন হেঁচা মাৰি ধৰি থাকিল আনন্দৰ সমস্ত অনুভূতি।

পৃথিৱীৰ কোনেও নাজানিলেও নীৰেন দত্ত আৰু ৰূপালীয়ে জানিব এই অনাগত শিশু সিহঁতৰ যুগ্ম-জীৱনৰ পুৰস্কাৰ নহয়। আৰু হয়তো অকল ৰূপলীয়েহে জানিব এই শিশুৰ প্ৰকৃত পিতৃৰ পৰিচয়।

কান্দোন বন্ধ কৰি ৰূপালীয়ে অতি সন্তৰ্পণে তলপেটৰ ওপৰেৰে হাত বুলাই দিলে। আনন্দ আৰু বেদনাৰ কি এক অনিৰ্বচনীয় শিহৰণ! হাতৰ এই আলফুল স্পৰ্শই যেন হৃদয়ত নতুনকৈ উন্মোচন কৰি দিলে সেই সত্যৰ। নিজৰ ভিতৰত নিজৰেই আৰু এক প্ৰাণে ধীৰে ধীৰে গঢ় লৈ উঠিছে।

তাৰ মাথোন দুসপ্তাহ পিছতে ডাইনিং টেবুলত আধা খোৱা ভাত এৰি ৰূপলীয়ে গৈ বেছিনত হৰ হৰকৈ বমি কৰা আৰম্ভ কৰি দিলে।

উৎকণ্ঠিত হৈ নীৰেনে সুধিলে,—কি হ'ল তোমাৰ, হঠাতে?

ক্ৰন্দনসিক্ত কণ্ঠেৰে ৰূপালীয়ে ক'লে,—চাওঁ এৰি দিয়া, একো হোৱা

নাই।

অপলক দৃষ্টিৰে কেইবাটাও মুহূৰ্ত নীৰেনে চাই ৰ'ল ৰূপালীৰ মুখলৈ। অদ্ভুত আহত, সুতীব্ৰ সেই উদভ্ৰান্ত চাৱনি।

তুমি মিছা কথা কৈছা। সঁচা কথা কোৱা।

অস্ফুট শব্দ কেইটামান ৰূপালীৰ মুখেৰে ওলাই আহিল। কোনো কথা বুজিবলৈ নীৰেনৰ বাকী নাথাকিল।

যন্ত্ৰ-মানৱৰ দৰে নীৰেনৰ দুই হাতৰ আঙুলিয়ে চেপি ধৰিলে ৰূপালীৰ মসৃণ কোমল ডিঙি, বিদ্যুৎ প্ৰবাহৰ দৰে আঙুলিৰ মাজেৰে প্ৰবাহিত হৈ আহিল ৰূপালীৰ শ্বাস-প্ৰশ্বাসৰ ক্ষীণ কম্পন, তেজৰ মৃদু সঞ্চালন।

ৰূপালীৰ বিস্ফোৰিত দুই চকু নীৰেনৰ চকুত নিবদ্ধ।

অস্ফুট কণ্ঠেৰে মন্ত্ৰৰ দৰে নীৰনে আওৰাই গ'ল.....এই সন্তানৰ কেতিয়াও জন্ম হ'ব নোৱাৰে। নোৱাৰে। নোৱাৰে। নে'ভাৰ।

হঠাতে শৰীৰৰ সমস্ত শক্তিৰে নীৰেনৰ হাত দুখন ৰূপালীয়ে এছাৰ মাৰি আঁতৰাই দিলে।

জীৱনৰ কিছুমান মুহূৰ্তত মানুহৰ মনৰপৰা হেৰাই যায় সকলো ভয় আৰু সংশয়।

পাহাৰৰ দৰে স্থিৰ দৃষ্টিৰে তাই নীৰেনৰ মুখলৈ চাই ৰ'ল। সেই দৃষ্টিৰে তাই যেন কব খুজিলে,—মোৰ পেটৰ ভিতৰত এই যে ৰক্ত-মাংসৰ সৰু এটা টুকুৰা প্ৰাণৰ পৰিচয় লৈ বাঢ়ি আহিছে আকাশৰ জোনটোৰ দৰে, তাৰ পিতৃ তুমি নহ'ব পাৰা, কিন্তু সেয়া মোৰ সন্তান। বুকুৰ উমেৰে, মমতাৰ চুম্বনেৰে দুই হাতে সাৱটি লৈ মই তাক ডাঙৰ কৰিম। বুকুৰ ভিতৰত এনেদৰে লুকুৱাই ৰাখিম যেন তুমি তাক কেতিয়াও স্পৰ্শ কৰিব নোৱাৰা। নীৰেন, নিষ্পাপ, কুসুম-কোমল এই প্ৰাণ। পৃথিৱীৰ পাপ-পূণ্য, সমাজৰ নীতি-নিয়ম, ভাল-বেয়াৰ কথা এই কণমানিটোৱে কি জানিব, কি বুজিব? তাক জীয়াই থাকিবলৈ দিয়া নীৰেন, পৃথীৱীৰ পোহৰ চাবলৈ দিয়া......

পাৰ ভঙা নদীৰ ক্ৰন্দনেৰে ৰূপালী এছাৰ খাই পৰিল নীৰেনৰ বুকুৰ মাজত।

পাথৰৰ মূৰ্তিৰ দৰে থিয় হৈ ৰ'ল নীৰেন। □



ঊনত্ৰিশ

## দুখ আৰু সুখ, হাঁহি আৰু কান্দোন দুয়োটাই সংক্ৰামক

কেতিয়াবা ৰাতিপুৱা বহুত দেৰিলৈকে শুই উঠিবৰ মন নাযায়। যেন আকৌ মাত্ৰ পাঁচ মিনিটৰ বাবে এনেয়ে শুই থাকোঁ: শুই শুই কিবা এটা কথা এতিয়াই নাভাবিলে যেন জীৱনৰ সকলো আনন্দই মিছা হৈ যাব!

অৰুণাভৰো ঠিক তেনেকুৱা লাগিল।

ডিচেম্বৰ মাহ হ'লেও উৰিষ্যাত শীত নাই। কেতিয়াবা মন গ'লে হাফ ছুৱেটাৰ এটা পিন্ধিব পাৰি, নিপিন্ধিলেও চলি যায়। তথাপি শেষ ৰাতি কম্বল এখন গাত লবৰ মন যায়।

হোটেলৰ ভিতৰত এতিয়াও অন্ধকাৰ; তথাপি অৰুণাভে অনুমান কৰিব পাৰে খিৰিকিৰ ডাঠ সেউজীয়া পৰ্দা আঁতৰাই দিলেই ভিতৰলৈ সোমাই আহিব ৰাতিপুৱাৰ সতেজ, উজ্জ্বল ৰ'দ।

কম্বলেৰে ঢাকি লৈ ডানলপৰ মসৃণ কোমল গাৰুত অৰুণাভে আকৌ কেইটামান মুহূৰ্তৰ বাবে মূৰটো গুজি দিলে। কেইটামান অলস মুহূৰ্ত পাৰ হৈ যাওক।

টোপনি ভগাৰ পিছত বিছনাৰপৰা উঠালৈকে এই মুহূৰ্তকেইটাই মানুহৰ আটাইতকৈ নিজৰ। ক'ত জানো অৰুণাভে শুনিছিল,—এই মুহূৰ্তত প্ৰথমতে যাৰ কথা মনলৈ আহে, তেৱেঁই মানুহৰ আটাইতকৈ আপোন।

অৰুণাভৰ কাৰ কথা মনলৈ আহে ৰাতিপুৱাৰ এনেকুৱা অলস মুহূৰ্তত।

ক্ৰিং-ক্ৰিংকৈ বিছনাৰ ওচৰৰ ছাইড টেবুলৰ ওপৰত থোৱা এক্সটেনশ্যন ফোনটো হঠাতে বাজি উঠিল। শুই থকা সময়ত এনেকৈ টেলিফোন আহিলে কোনো কাৰণ নোহোৱাকৈয়ে হঠাতে চক খাই উঠিব লগীয়া হয়।

বাঁওহাতেৰে অৰুণাভে টেলিফোনটো উঠাই ল'লে। ভাহি আহিল নাৰীকণ্ঠ,—গুড মৰ্নিং ছাৰ।

অৰুণাভে অনুমান কৰি ল'লে, এয়া হোটেলৰ কাউণ্টাৰৰপৰা হালধীয়া

গেঞ্জি পৰিহিতা সেই ছোৱালীজনীৰ মাত।

আপোনাৰ টেলিফোন আছে ছাৰ।...হেলো, প্লিজ টক।

সেইফালৰপৰা আৰু কাৰোবাৰ মাত ভাহি অহাৰ আগতেই কেইটামান ছেকেণ্ডৰ ভিতৰতে অৰুণাভে ভাবিলে,—নিশ্চয় হোটেল কোনাৰ্কৰপৰা মেহৰা চাহাবৰ টেলিফোন হ'ব। ৰিগৰপৰা পঠোৱা মৰ্নিং ৰিপ'ৰ্টত নিশ্চয় কিবা গুৰুত্বপূৰ্ণ খবৰ আছে। দ্বিতীয় খাদৰ টেষ্টিং হোৱাৰ কথা। ভূতত্ত্ববিদসকলে 'লগিং'-অৰ ডাটাৰ ওপৰত নিৰ্ভৰ কৰি টেষ্টিংৰ বাবে তিনিটা জ'ন নিৰ্বাচিত কৰিছে। টেষ্টিংৰ পিছতে জনা যাব দ্বিতীয় খাদৰ ভৱিষ্যতৰ কথা।

এইটো খাদৰ পিছতে ৰিগ পেলিকান গুচি যাব এই প্ৰকল্পৰ শেষ ঠাইলৈ;—পাৰাদ্বীপৰপৰা প্ৰায় এশ সত্তৰ কিল'মিটাৰ দূৰৈৰ পুৰী আৰু কোনাৰকৰ উপকূলৰ মাজত থকা ঠাইলৈ। হয়তো তাত তেল পোৱা যাব অথবা নাযাব; কিন্তু তেলবিজ্ঞানীৰ বাবে সঞ্চিত হৈ ৰ'ব বহু অভিজ্ঞতা, মহানদী বেছিনৰ গুৰুত্বপূৰ্ণ ডাটা, যি বিজ্ঞানীৰ ভৱিষ্যত পৰিকল্পনাৰ বাবে অমূল্য সম্পদ।

পোৱা নোপোৱাই জীৱনৰ শেষ হিচাপ নহয়। পাৰ হৈ অহা প্ৰতিটো মুহূৰ্ত কেনেকৈ পাৰ হ'ল, আন্তৰিকতাৰে কাক আমি কি দিলো—সেই অভিজ্ঞতায়েইতো ভৱিষ্যতৰ বাবে মানুহৰ বৰ্ণময় সম্পদ!

এই, ইমান দেৰিলৈ শুই থাকিব নালাগে, উঠা, খিৰিকি খুলি চোৱা দুপৰ হ'ল।

মুহূৰ্ততে ৰাতিপুৱাৰ ৰ'দৰ নিচিনা সতেজ, উজ্জ্বল, সুগন্ধি বতাহে যেন ভৰাই পেলালে হোটেলৰ বন্ধ কোঠালি। গাৰপৰা কম্বলখন দলিয়াই দি ফোনটো অৰুণাভে আৰু ওচৰ চপাই ললে। অলপ আগতে এইজনী ছোৱালী,—অনুৰাধাৰ কথাকে অৰুণাভে ভাবি আছিল নেকি?

বাঃ, ইমান ৰাতিপুৱাই তুমি আজি প্ৰথম টেলিফোন কৰিছা! ক'ৰপৰা?

ছাৰহঁতৰ ঘৰৰপৰা কৰিছোঁ। আমাৰতো আৰু তোমালোকৰ নিচিনাকৈ বিছনাৰ কাষতে টেলিফোন নাথাকে।

কোন ছাৰ?

আমাৰ নেক্সট বিল্ডিংটোৰ—মহাপাত্ৰ ছাৰ। উৎকল বিশ্ববিদ্যালয়ৰ বুৰঞ্জীৰ হে'ড। সেইবোৰ বাদ দিয়া। ভাল খবৰ এটা আছে। কম?

কি?



কালিৰেপৰা তোমাক বিচাৰি আছোঁ। খবৰটো জনাবলৈ। কালি সন্ধিয়া ক'লৈ গৈছিলা?

কালি সন্ধিয়া অৰুণাভ মেহৰা চাহাবৰ সৈতে হোটেল কোনাৰ্কত বহিছিল। যাব বুলি ভাবিও তেওঁ অনুৰাধাৰ ঘৰলৈ যাবলৈ সময় উলিয়াব নোৱাৰিলে। অৰুণাভে ক'লে,—এফালে ওলাই গৈছিলো!

মই দুবাৰো ফোন কৰিছিলো। বাৰে বাৰে বেলেগৰ ঘৰৰপৰা ফোন কৰিবলৈ কেনেকুৱা লাগে।

খবৰটো কি?

সেই যে তোমালোকৰ ৰিগৰ বিষয়ে ডকুমেণ্টৰি এখন কৰাৰ প্ৰ'প'জেল দিছিলো,—এপ্ৰুভ হৈ গ'ল।

বাঃ! বঢ়িয়া খবৰ। তুমি যে ইমান ছিৰিয়াছলি লবা মই ভবাই নাছিলো। তলে তলে দেখিছোঁ বহুত কিবাকিবি কৰি আছা!

সঁচাকে অৰুণাভে কোনোদিনে ভবাই নাছিল অনুৰাধাই ডকুমেণ্টৰিৰ কথাটো ইমান ছিৰিয়াছলি লব বুলি। কি আচৰিত ছোৱালী! এদিনো কোৱা নাই অৰুণাভক—অফিচত এই সম্পৰ্কে কিবা কৰি আছে বুলি। অৰুণাভে মাজে মাজে কেতিয়াবা অনুৰাধাক কৈছিল—আমাৰ মানুহেতো ৰিগৰ কথা একো নাজানে। ৰিগত ক'ত কি কাম আছে! কিছু শিক্ষা, অলপ অভিজ্ঞতা থাকিলে সেই কাম সকলোৱে কৰিব পাৰে; অথচ কিমান বিদেশী মুদ্ৰা খৰচ কৰি বাহিৰৰপৰা লোক আনি থাকিব লগীয়া হৈছে। তোমালোকেতো চৰকাৰৰ ফালৰপৰা উৰিষ্যাক লৈ বহুতো ডকুমেণ্টৰি কৰিছা; এইবাৰ ৰিগক লৈ এখন কৰা। বাহিৰৰ মানুহৰ লগতো আমি কাম কৰিলো। তেওঁলোক আমাতকৈ বেছি টেলেণ্টেড বুলি ভাবাটো ভুল। কিন্তু তেওঁলোকে শিকিবলৈ যিখিনি সা-সুবিধা পাইছে, আমাৰ ল'ৰা-ছোৱালীবোৰে পোৱা নাই। বহুতে বহুত সুবিধাৰ কথা নাজানেই। যেতিয়া গম পায়, তেতিয়া বহুত দেৰি হৈ যায়।

আকৌ ভাহি আহিল অনুৰাধাৰ মাত।

কালিৰপৰা তোমাক খবৰটো জনাবলৈ ভীষণ একছাইটেড হৈ আছোঁ জানা। আমি প্ৰফেশ্যনেল গ্ৰুপ এটা লম। তুমি কিন্তু হে'লপ কৰিব লাগিব।

কি হে'লপ?

ক'ত কি শুটিং লব লাগে সেইবোৰ চিন্তা কৰাৰ ভাৰ তোমাৰ ওপৰত।

এদিন আমাৰ অফিচলৈ ওলাবা, ডাইৰেক্টৰৰ লগত চিনাকি কৰি দিম। ভাল পাব।

দৰকাৰ নাই মোৰ। মই ইয়াত চাকৰি কৰিবলৈ আহিছোঁ। তেল কোম্পানিৰ চাকৰি। চিনেমা কৰিবলৈ অহা নাই।

বাঃ? এতিয়া এনেকুৱা কৰিলে নহ'ব। মই অফিচত তোমাৰ বিষয়ে এটা বিৰাট ইমপ্রেশন দিছোঁ। তুমি হে'লপ নকৰিলে একদম প্রেষ্টিজ যাব মোৰ।

তেতিয়া হ'লেতো হে'লপ কৰিবই লাগিব! তোমাৰ প্রেষ্টিজৰ কথা!

আজি সন্ধিয়া আহিবা। কথা আছে।

ঠিক আছে? তোমাৰ আদেশ মানিবই লাগিব। নামানি জানো উপায় আছে?

ফোনটো ক্রেডেলত থৈ অৰুণাভে খিৰিকিৰ পৰ্দা তুলি দিলে। আশা কৰা মতেই কোঠাৰ ভিতৰলৈ সোমাই আহিল মুকুতাৰ নিচিনাকৈ জলমলাই থকা ৰাতিপুৱাৰ ৰ'দ। বাহিৰত পথৰ ব্যস্ততা। নীল ৰঙৰ পেন্ট আৰু বগা ছাৰ্টৰ ইউনিফৰ্ম পিন্ধা কণ কণ ল'ৰা-ছোৱালীবোৰে ৰাস্তা পাৰ হৈ প্রবেশ কৰিছে স্কুলৰ প্রাংগণত। ৰাতিপুৱাৰ ৰ'দৰ নিচিনা উজ্জ্বল প্রাণময় পবিত্র সেই শিশুৰ মুখ।

অৰুণাভৰ মনটো এনেয়ে ভাল লাগি গ'ল। হয়তো ৰাতিপুৱাই পোৱা অনুৰাধাৰ টেলিফোনটোৰ কাৰণে। টেলিফোনত ভাহি অহা কাৰোবাৰ মাতে কেতিয়াবা মনৰ ভিতৰত এনে এক অনুভূতি জগায় তোলে যে পৃথিৱীৰ সকলো সুন্দৰ যেন অনুভৱ হয়। জীৱনৰ একাকিত্ব আঁতৰাই পেলাবৰ বাবে কেতিয়াবা এনেকুৱা এটা মাতৰ প্রয়োজন।

লৰালৰিকৈ ব্রেকফাষ্ট কৰি অৰুণাভ অফিচলৈ গ'ল। ৰেডিঅ' ৰুমত সোমাই তেওঁ ৰাতিৰ মেছেজকেইটা চালে। নাই, টেষ্টিং এতিয়াও হোৱা নাই। নতুন লোকেশ্যনলৈ ৰিগ মুভমেন্ট কৰাৰ সময়ত অৰুণাভ ৰিগত থাকিব লাগিব;—হয়তো অহা সপ্তাহত।

উত্তাল সমুদ্রৰ ওপৰেৰে এটা লোকেশ্যনৰপৰা আন এটা লোকেশ্যনলৈ পকাণ্ড ৰিগটো টানি লৈ যোৱাটো কি এক অবিস্মৰণীয় অভিজ্ঞতা! প্রথম মুভমেন্টৰ সময়ত অৰুণাভ ৰিগত আছিল।

ৰিগৰ তিনওটা 'লেগ' ওপৰলৈ তুলি দিয়া হৈছিল। ৰিগ পেলিকান



ওপঙি আছিল সমুদ্রৰ ওপৰত। ভিক্টৰ আৰু ছি-গল নামৰ ছাপ্লাই ব'ট দুখনে অদ্ভুত মন্থৰ গতিৰে টানি লৈ গৈছিল তুলুং ভুটুংকৈ থকা প্রকাণ্ড ৰিগটো।

তাৰপিছত অষ্টাৰংগ আৰু পাৰাদ্বীপত স্থাপন কৰা কেম্পৰ ছেটেলাইটৰ জৰিয়তে প্রকৃত স্থানত ৰিগ জেক আপ কৰাৰ নির্দেশ দিছিল ইঞ্জিনিয়াৰ্ছ ইণ্ডিয়া লিমিটেডৰ ডাঢ়িৱালা ইঞ্জিনিয়াৰ হৰিশ খান্নাই। বহুত দিন হৰিশ খান্নাৰ লগত অৰুণাভৰ দেখা দেখি হোৱা নাই।

অফিচতো ব্যস্ততা।

মিছেছ ডালভিৰ কোঠাৰপৰা ভাহি আহিছে টাইপৰাইটাৰৰ টক-টক শব্দ। দুৱাৰখন সামান্য খুলি আৰুণাভে ভুমুকিয়াই চালে।

গুড মর্নিং।

অৰুণাভে কিবা এটা কোৱাৰ আগতে হাঁহি মাৰি মিছেছ ডালভিয়ে ক'লে। ডালভিয়ে আজিকালি অফিচলৈও কেতিয়াবা শাৰী পিন্ধি আহে। আজি পাতল বেঙুনীয়া ৰঙৰ ছিল্কৰ শাৰী এখন পিন্ধিছে ডালভিয়ে। কিয় জানো ডালভিৰ মুখলৈ চাই হঠাতে অৰুণাভৰ ভাব হ'ল, তেওঁৰ বয়স যেন যোৱা কেইটামান মাহত অন্ততঃ পাঁচ বছৰ কমি গৈছে। মুখত এক সলজ্জ কমনীয়তা, দুচকুৰ ক'ৰবাত ফুটি উঠিছে তৃপ্তিৰ ৰেখা।

অৰুণাভে ভাবিলে, মিছেছ ডালভিক ডেনিছৰ কথা সুধিব। নুসুধিলে। সুধিলে মেহৰা চাহাবৰ কথা।—ৰুমত অকলে আছে নে!

ইয়েছ, হি ইজ এল'ন।

দুৱাৰত সৰুকৈ নক কৰি অৰুণাভ মেহৰা চাহাবৰ কোঠাত সোমাল।

ইয়েছ অৰুণাভ। কাম ইন।

মেহৰা চাহাবেও অৰুণাভক ক'লে,—ষ্টেট গৱৰ্ণমেন্টে আমাৰ প্রকল্পৰ বিষয়ে ডকুমেন্টেৰি এখন কৰাৰ প্রপ'জেল দিছে। মই ভাবোঁ দিছ ইজ এ গুড আইডিয়া। আমাৰো এটা এক্সপ'জাৰ হ'ব, আৰু মানুহেও জানিব ৰিগৰ কথা। আমাৰ ফালৰপৰা সকলো সহায় আগবঢ়াব লাগিব।

দিনটো অৰুণাভৰ অফিচতেই গ'ল। অসমৰ অফিচৰপৰা ৰ'টেশ্যনত কেইবাজনো আহিছে। অজি ৰিগলৈ গ'লগৈ। দিলীপ বৰুৱাৰপৰা অৰুণাভে জানিবলৈ পালে তৃতীয় খাদটোৰ শেষৰ ফালেহে প্রতুলদা অহাৰ কথা।

অৰুণাভে সুধিলে দিলীপ বৰুৱাক,—প্রতুলদা অকলে আহিব নে অৰুণিমা

বাইদেৱো আহিব?

অৰুণিমাৰতো আহিবৰে ইচ্ছা। যোৱা সপ্তাহত লগ পাইছিলো। কিন্তু প্ৰতুলতো আহি ৰিগলৈ যাব লাগিব। অৰুণিমাই আহি কি কৰিব? অকলে অকলে মিছামিছি ব'ৰ হ'ব। ক'ত থাকিব?

গেষ্ট হাউছত থাকিব পাৰিব।

জানো কি কৰে। মইতো আমাৰজনীক চাফ চাফ কৈ দিছোঁ, যেতিয়া ফুৰিবলৈ যাম তেতিয়া লৈ যাম। এতিয়া কামৰ সময়ত যাওঁ যাওঁকৈ নাথাকিবা।

আপুনি কিন্তু গীতা বাইদেউক লৈ আহিব পাৰিলেহেঁতেন।

তুমি বিয়া কৰোৱা নাই, সেইকাৰণে গম পোৱা নাই। শাস্ত্ৰত পণ্ডিতে এনেয়ে লিখা নাই—পথে নাৰী বিবৰ্জিতা।

গীতা বাইদেউক কৈ দিম কিন্তু বৰুৱাদা!

একো লাভ নাইহে'। ছাল ডাঠ হৈ গ'ল। গঁড়ৰ ছালৰ নিচিনা।

অনুৰাধাক অফিচৰপৰা এবাৰ ফোন কৰাৰ কথা ভাবিছিল অৰুণাভে। কৰা নহ'ল। অফিচ ছুটিৰ পিছত হোটেলত অলপ ফ্ৰে'ছ হৈ অৰুণাভ ওলাই গ'ল অনুৰাধাৰ ঘৰলৈ। বহুত দিন সেইফালে যোৱা নাই।

দুমহলীয়া ঘৰটোৰ সম্মুখত গাড়ী ৰখোৱাৰ লগে লগেই ভিতৰৰপৰা ওলাই আহিল অনুৰাধা। গাড়ীত বহি থাকিয়েই মুহূৰ্তৰ বাবে অৰুণাভে অনুৰাধাৰ মুখৰ ফালে চালে,—সেই একেই প্ৰভাতী ব'দৰ নিচিনা উজ্জ্বল, প্ৰাণময় হাঁহি, বুকুৰ ওপৰত পৰি আছে অবিন্যস্ত বাদামী চুলিৰ বেণী।

দুখ আৰু সুখ, হাঁহি আৰু কান্দোন দুয়োটাই সংক্ৰামক। অনুৰাধাৰ মুখৰ শিশুৰ সাৰল্যৰে ভৰা, পৃথিৱী পবিত্ৰ কৰা হাঁহিত এনেকুৱা কিবা এটা আছে যাৰ সংস্পৰ্শই ধুই নিয়ে হৃদয়ৰপৰা দুখ আৰু বিষাদৰ ছাঁ। যিকোনো নাৰীয়ে যিকোনো পুৰুষৰ হৃদয়-তন্ত্ৰীত ঝংকাৰৰ সৃষ্টি কৰিব নোৱাৰে,—সেই নাৰী যিমানেই ধুনীয়া নহওক কিয়! প্ৰত্যেক পুৰুষে অকল নিজৰ প্ৰকৃত পছন্দৰ নাৰীৰ সংস্পৰ্শতহে নিজৰ হৃদয়ৰ বিদ্যুৎবাহী তাঁৰত হঠাতে চৌম্বকত্বৰ উমান পায়। অৰুণাভে ভাবিলে।

এইজনী ক্ষীণ-মীন ছোৱালীৰ মুখৰ হাঁহিত কি আছে;—দেখিলেই কিয় জানো ভৰি যাব খোজে বুকু।

আৰে, গাড়ীৰপৰ নানামা নেকি? আহা ভিতৰলৈ।

গেটখন খুলি ওলাই আহিল অনুৰাধা। হয়তো অলপ আগতে অফিচৰ



পৰা আহি পাইছে। এতিয়াও ড্ৰে'ছ চেঞ্জ কৰা নাই। ক'লা ব্লাউজৰ লগত দিপ ব্লু ৰঙৰ শাৰী এখন পিন্ধি আছে তাই।

ভিতৰলৈ সোমাই গ'ল অৰুণাভ।

অনুৰাধাই ক'লে,—আজি ব'লা এনেয়ে খোজ কাঢ়ি ফুৰিবলৈ যাম। তোমাৰ অফিচৰ গাড়ী যাবলৈ দিয়া। ঘৰৰ সন্মুখত অফিচৰ গাড়ী ৰৈ থাকিলে ভাল নালাগে।

অৰুণাভে নীলকণ্ঠক যাবলৈ ক'লে;—আজি আৰু আহিব নালাগে। কাইলৈ বাতিপুৱা হোটেলত ৰিপ'ৰ্ট কৰিলেই হ'ব।

অনুৰাধাৰ মাকে ক'লে—তোমাৰ দেখোন বহুত দিন খবৰ নাই। এইৰ মুখত কেতিয়াবা শুনো তুমি পাৰাদ্বীপতে, নহলে সাগৰৰ মাজৰ জাহাজত।

চাকৰিয়েই তেনেকুৱা। আপোনাৰ ভাল নে?—অৰুণাভে হাঁহি মাৰি ক'লে।

আছোঁ। কালিৰপৰাতো এইৰ বেচ স্ফুৰ্তি। তোমালোকৰ তেলৰ জাহাজৰ বিষয়ে বোলে কিবা চিনেমা কৰিব।

অনুৰাধাই ক'লে—আমি কিন্তু অহা সপ্তাহত কাম আৰম্ভ কৰিমেই। এইবাৰ তোমালোকৰ ৰিগ চাম! তুমি নিনিলা নহয় আগতে, ইমান ক'লো।

অৰুণাভে হাঁহিলে।

তুমি কিন্তু এদিন সঁচাকৈ আমাৰ অফিচলৈ যাব লাগিব। আমাৰ ডাইৰেক্টৰে লগ পাব খুজিছে।

কিয়?

মই কি জানো? ডকুমেণ্টৰিৰ কথা সুধিব চাগে।

চাহ খোৱাৰ পিছত অনুৰাধাৰ সৈতে অৰুণাভ এনেয়ে কেপিটেল মাৰ্কেটৰ ফালে ওলাই গ'ল। বৰ ওচৰ নহয়;—তথাপি খোজ কাঢ়িয়েই গ'ল,—অনুৰাধাৰ কাৰণে।

সদায় গাড়ীত ফুৰিব নালাগে দিয়াচোন। এই কণ খোজ কাঢ়িব পাৰিবা। ফুৰিলে সদায় খোজ কাঢ়িয়েই ফুৰিব লাগে। তেতিয়াহে ফিল কৰিব পাৰি।

সঁচাকৈ' কলেজত পঢ়াৰ পিছত এনেকৈ সন্ধিয়া কোনো এক নাৰীৰ সৈতে উদ্দেশ্যবিহীনভাৱে খোজ কাঢ়ি এইফালে-সেইফালে ঘূৰি ফুৰাৰ অভ্যাস নোহোৱাই হৈ গৈছে। মানুহে জীৱনৰ সৰু সৰু আনন্দ, সৰু সৰু অনুভৱ কিছুমান কেনেকৈ লাহে লাহে বিদায় দিব লগীয়া হয়! কলেজত পঢ়া

কালৰ সেই উদ্দাম চঞ্চলতা, পৃথিৱীৰ সকলোৰে ওপৰত আৰোপ কৰা সেই নির্ভেজাল আস্থা, কোনো কাৰণ নোহোৱাকৈয়ে হঠাতে কাৰোবাৰ সান্নিধ্যত আনন্দত আন্দোলিত হৃদয়,—সেইবোৰ অৰুণাভইঁতে কেতিয়াবা ঘূৰাই পাব নে?

অনুৰাধাৰ মুখৰ ফালে ঘূৰি চালে অৰুণাভে। প্রতিটো খোজত দোলায়িত বেণী, ঘেঁহু বৰণৰ মসৃণ মুখত আনন্দৰ আভা। কিয় জানো অৰুণাভৰ ভাব হ'ল অনুৰাধায়েই কিজানি পৃথিৱীৰ একমাত্র নাৰী যাক এই পৃথিৱীৰ একঘেয়েমি, বিমর্ষতা—একোৱে স্পর্শ নকৰে। কোনো কোনো মানুহৰ বাবে এই পৃথিৱীৰ প্রতিটো মুহূর্ত নতুন আৰু আনন্দোজ্জ্বল।

সন্ধিয়াৰ বতাহ বৈ গৈছে শৰীৰ স্পর্শ কৰি।

দ্রুতগামী টেক্সি এখনৰপৰা নিজক বচাবলৈ গৈ ৰাস্তাৰ কাষ চাপি অহা অনুৰাধাৰ শৰীৰে মুহূর্তৰ বাবে স্পর্শ কৰি গ'ল অৰুণাভৰ শৰীৰ।

সকলো সময়তে সকলো স্পর্শতে চৌম্বকত্ব নাথাকে। কেতিয়াবা থাকে। এই স্পর্শত কিজানি আছিল। অৰুণাভে ভাবিলে।

পিছৰ সপ্তাহৰপৰাই ডকুমেন্টেৰিৰ কাম আৰম্ভ হ'ল। ওমেগা নামৰ প্রফেশ্যনেল গ্রুপ এটাক কামৰ দায়িত্ব দিয়া হৈছে। কো-অর্ডিনেটৰ হিচাপে কাম কৰিছে অনুৰাধাই।

হেলিকপ্টাৰৰপৰা ফটো লোৱা হ'ল মাজ সমুদ্রত ওপঙি থকা পেলিকান ৰিগৰ। কেমেৰাত ধৰি ৰখা হ'ল শূন্যৰপৰা পাৰাদ্বীপ বন্দৰ;—অদূৰত লংগৰ পেলাই বৈ থকা বিদেশী জাহাজ আৰু ৰিগৰ আশে পাশে ঘূৰি ফুৰা মাছমৰীয়া নাও।

অনুৰাধাই ক'লে,—জানা অৰুণাভ, কোনো এখন ডকুমেন্টৰি কৰোঁতেই আজিলৈকে ইমান একছাইটেড অনুভৱ কৰা নাছিলো। চাবা এইখন বিউটিফুল ডকুমেন্টৰি হ'ব। এৰিয়েল ফ'টোগ্রাফিৰ ৰিজাল্ট ইমান ক্লিয়েৰ আহিছে নহয়।

ৰিগৰ ভিতৰত নাৰীৰ প্রবেশাধিকাৰ বন্ধ নহ'লেও কাচিৎ কেতিয়াবাহে কোনো নাৰীয়ে ৰিগত পদাপর্ণ কৰে। পেলিকান ৰিগততো আজিলৈকে কোনেও ছোৱালী দেখা নাই।

প্রথমতে ভীষণ অস্বস্তি লাগিছিল অনুৰাধাৰ।

ৰিগৰ হেলিপেডৰ ওপৰত অৱশ্যে বৈ আছিল অৰুণাভ।

ৰিগৰ ওপৰত দুটামান পাক মাৰি ধীৰে ধীৰে অকণমানি হেলিকপ্টাৰখনে



স্পর্শ কৰিলে ৰিগ। প্রচণ্ড বেগত ঘূৰি আছে হেলিকপ্টাৰৰ ব্লেড। খিৰিকিৰে অনুৰাধাৰ চকুত পৰিল হেলিপেডৰ একোণত থিয় হৈ থকা অবিন্যস্ত চুলিৰে অৰুণাভক। ৰেলিঙত ধৰি পাছফালে বৈ আছে ডেনিছ ছিলভিয়া।

হেলিকপ্টাৰৰপৰা নমাৰ কেইটামান মুহূর্তৰ ভিতৰতে সমগ্র ৰিগতে প্রচাৰ হৈ গ'ল ৰিগলৈ এজনী ছোৱালী অহাৰ কথা। ক'ৰিড'ৰৰ দুইফালে থকা শাৰী শাৰী কেবিনৰপৰা দুৱাৰৰ ফাঁকেৰে ওলাই আহিল কৌতূহলী মুখ।

অইন কোনেও নুশুনাকৈ অনুৰাধাই অৰুণাভক ক'লে—ৰিগত থকা মানুহে জীৱনত কেতিয়াও ছোৱালী দেখা নাই নেকি! কি অসভ্য চাৱনি।

অৰুণাভে হাঁহি ক'লে,—বেচেৰাহঁত কিমান দিন সাগৰৰ মাজত আছে। সদায় সদায় একেবোৰ মুখ কিমান চাব? আজি নতুন মুখ দেখিছে। তাতে আকৌ ছোৱালীৰ মুখ। চাবই। জাহাজত থকা মানুহৰ বাবে হঠাতে দেখা পোৱা নাৰীৰ মুখ দুর্লভ ৰত্নৰ নিচিনা।

বাঃ! ইয়াত থাকি থাকি তুমিও অসভ্য হৈ গৈছা!

নাৰীৰ মুখতনো ক'ত অসভ্যতা দেখিলা?

উঠা নমা সৰু সৰু চিৰিৰে এইফালে-সেইফালে যাবলগীয়া হওঁতে অনুৰাধাই অনুভৱ কৰিলে শাৰী পিন্ধি আহি তাই ভুল কৰিছে। আৰু সাগৰৰ মাজৰ অনবৰত কি প্রচণ্ড বেগৰ বতাহ! ছেফটি পিন খুলি বাৰে বাৰে উৰি যাব খোজে শাৰীৰ আঁচল। মুখেৰে একো নামাতিলেও অনুৰাধাই গম পাইছে অৰুণাভে তাইৰ অৱস্থা বেচ উপভোগ কৰিছে। বাকীবোৰ মানুহ ওচৰত নথকা হ'লে তাই অৰুণাভক কিবা এটা কৈ দিলেহেঁতেন,—এনেকৈ অসভ্যৰ নিচিনাকৈ কিয় চাই থাকিব লাগে!

অনুৰাধাই গম পালে তাইৰ কাণ দুখন লাহে লাহে গৰম হৈ আহিছে।

শ্যুটিঙৰ শেষত অৰুণাভে ক'লে—ব'লা, আমাৰ কেবিন চাবা।

বাকীকেইজন গৈ 'গেলি'ত বহিল। তাতে খোৱাৰ আয়োজন কৰা হৈছে। খোৱাৰ নামবোৰ শুনিয়েই অনুৰাধাৰ পেটৰ নাড়ী পাক খাই উঠিল। বিফ ষ্টেইক খাব পাৰি নেকি? তাতকৈ তাই শুকাই মৰিব।

ক'ল্ড ড্রিংক দুটা পঠাই দিবলৈ কৈ অৰুণাভ অনুৰাধাৰ সৈতে কেবিনত সোমাল।

কেবিনৰ ভিতৰত বতাহ নাই।

অনুৰাধাই চুলিখিনি ঠিক কৰি ল'লে।

সম্মুখত কাচ।

অৰুণাভে ক'লে,—এইফালে চোৱা। ইয়াৰপৰাই ক'ত কি কাম হৈছে দেখা পোৱা যায়।

তুমি চাগে ইয়াত বহি বহি আৰামত কাম কৰা দেখুউৱা।

অৰুণাভে হাঁহিলে।

এই কম্পিউটাৰ স্ক্রিনত তুমি সকলো গম পাবা—কিমান বেগত বিটটো ঘূৰিছে, কিমান তললৈ পাইপডাল সোমাইছে, চব।

অনুৰাধাৰ পিছে আটাইতকৈ ভাল লাগিল কাচৰ মাজেৰে দৃষ্টিগোচৰ হোৱা চকুৰে ঢুকি পোৱালৈকে নীলা দলিচা। এয়া যেন মহাকাশযানত উঠি মহাশূন্যৰপৰা আকাশ চোৱাৰ দৰে। গোপালপুৰ, পুৰীত অনুৰাধাই বহুবাৰ সমুদ্ৰ দেখিছে, দেখি মুগ্ধ হৈছে, কিন্তু উপকূলৰ স্পৰ্শবিহীন চৌদিশৰ এই সীমাহীন নীলা বিশালতাৰ যেন তুলনা নাই।

মন্ত্ৰমুগ্ধৰ দৰে তন্ময় হৈ অনুৰাধাই চাই ৰ'ল। চৰম আনন্দৰ লগত সদায়ে মিহলি হৈ থাকে একপ্ৰকাৰৰ বেদনাবোধ।

হঠাতে অৰুণাভে ক'লে,—অনু, তোমাক এটা কথা সুধিম।

কি কথা?

আগতে কোৱা তুমি বেয়া নোপোৱা।

অৰুণাভৰ মাতত কিবা এটা আছিল। অনুৰাধাই পাছফালে ঘূৰি চালে। এক দৃষ্টিৰে কেইবাটাও মুহূৰ্ত তাই চাই ৰ'ল অৰুণাভৰ মুখলৈ। যেতিয়াই অৰুণাভৰ বুকুৰ ওপৰত জপিয়াই পৰাৰ উদগ্ৰ হেঁপাহে অনুৰাধাক বলিয়া কৰি তোলে, ঠিক তেতিয়াই কিয় অনুৰাধাৰ দুচকুৰ সম্মুখত স্থিৰ হৈ ভাহি ৰয় অতনুৰ করুণাকাতৰ সেইযোৰ চকু।

হৃদয় তোলপাৰ কৰিব খোজা কিবা এটা অনুভূতি চেপি ৰাখি অনুৰাধাই ক'লে—আজি একো সুধিব নালাগে অৰুণাভ। থাকক।

অৰুণাভৰ কিয় জানো ভাব হ'ল অনুৰাধাৰ কণ্ঠস্বৰত যেন এক নিঃসহায় কাতৰ ধ্বনি মিহলি হৈ আছে।

ডকুমেণ্টৰিৰ শ্বুটিং শেষ হোৱাৰ পিছৰ সপ্তাহত পোন্ধৰ দিনৰ বাবে অৰুণাভে ছুটি ল'লে। বহুতদিন ছুটি লোৱা নাই। অৰ্জুনমামায়ো বহুদিনৰ পৰা এবাৰ গৈ অহাৰ বাবে লিখি আছে। সেই এজন মানুহৰ বাবেইতো আজি অৰুণাভে এইদৰে ইমানবোৰ বিদেশীৰ সৈতে একেলগে থিয় হ'ব



পাৰিছে!

ছি-অফ কৰিবৰ বাবে ষ্টেচনলৈ অনুৰাধা আহিছিল। তাই হাঁহি কৈছিল,—এইবাৰ চাবা, তোমাক জোৰকৈ বিয়া কৰাই দিব। আগে-ভাগে খবৰ দিবা। আমি ৰিচিভ কৰিবলৈ ৰৈ থাকিম।

ৰাতিৰ ট্ৰেইন চলিবলৈ আৰম্ভ কৰিছিল। খিৰিকিৰ কাষত থিয় হৈ অৰুণাভৰ মনলৈ আহিছিল বহুদিন আগতে বেনাৰছ ৰেল ষ্টেচনত অনুৰাধাক ছি-অফ কৰাৰ কথা। প্লেটফৰ্মত থিয় হৈ সেইদিনা অৰুণাভৰ চকুত পৰিছিল অপসৃয়মান ট্ৰেইনৰ খোলা খিৰিকিৰে অনুৰাধাৰ কঁপি থকা লিহিৰি হাত।

সেই একেই হাত আজি কঁপি আছে প্লেটফৰ্মত।

আন্ধাৰৰ মাজেৰেই অৰুণাভে চাই ৰ'ল ক্ৰমশঃ অনুজ্জ্বল হৈ অহা ষ্টেচনৰ পোহৰ। বিদায়ৰ এনেকুৱা মুহূৰ্তবোৰতে চাগে' তীব্ৰতম হৈ উঠে মানুহৰ প্ৰতি মানুহৰ আকৰ্ষণ। □

## ত্ৰিশ

## সেই দুখেই তীব্ৰতম যাৰ কোনো অংশীদাৰ নাই

শেষৰাতিৰ কলিকতা জাগি উঠিছে।

ক্ৰমশঃ মন্থৰ হৈ অহা ট্ৰেইনৰ বন্ধ কোঠাৰ খিৰিকি খুলি অৰুণাভে বাহিৰলৈ চাই পঠিয়ালে। মুক্ত, সতেজ, শীতল বতাহ এজাক সোমাই আহিল কোঠাৰ ভিতৰলৈ। বাহিৰত কিজানি ঠাণ্ডা পৰিছে।

কলিকতাত অৱশ্যে আজিকালি বৰ ঠাণ্ডা নপৰে। যিমানেই চহৰ ডাঙৰ, লোকাৰণ্য হয়, সিমানেই তাৰ উষ্ণতা বাঢ়ি যায়। প্ৰতিখন চহৰৰে নিজস্ব উষ্ণতাৰ মান থাকে।

প্ৰথম শ্ৰেণীৰ কোঠা কাৰণেই বৰ বেছি হুলস্থুল নাই। ঠেক ক'ৰিডৰেৰে টয়লেটৰ ফালে কোনোবা আগবাঢ়ি গৈছে। চাকৰি জীৱনৰ আগতে কেতিয়াও অৰুণাভে প্ৰথম শ্ৰেণীত উঠি পোৱা নাছিল।

কলেজত থাকোঁতে পূজাৰ বন্ধত দল বান্ধি বেনাৰছৰপৰা অসমলৈ অহাৰ

সময়ত শেষ ৰাতি মুগলচৰাই ষ্টেচনৰ দ্বিতীয় শ্ৰেণীৰ নিবন্ধ্ৰ ডবাৰ খিৰিকিৰে জোৰ-জবৰদস্তি কৰি যেতিয়া ভিতৰলৈ সোমাইছিল, সেই সময়ত সেই জনতাৰ ভিৰৰ মাজতো অৰুণাভইঁতে অনুভৱ কৰিছিল এক প্ৰকাৰৰ অদ্ভুত আনন্দ। ডবাৰ ভিতৰত পাণ-মুৰিৱালাৰ অবাধ গতি, অন্ধ গায়কৰ সেই বেদনাভৰা গান, সকলোৰে মাজত কিয় জানো অনুভূত হৈছিল সহজ সৰল জীৱনৰ স্পৰ্শ।

বিছ টাকা খৰচ কৰি এবাৰ ৰাতিৰ বাবে অৰুণাভে কোনোমতে এটা বাৰ্থ যোগাৰ কৰিছিল। মাজৰাতি টয়লেটলৈ যোৱাৰ সময়ত ভৰিৰ কাষত অৰুণাভে দেখিলে প্ৰচণ্ড শীতত কঁপি কঁপি এজন বৃদ্ধ বহি আছে। কি অসহায় বৃদ্ধৰ মুখ!—তেনেকুৱা মুখ দেখিলে করুণাবোধে স্পৰ্শ কৰি যায় হৃদয়। অৰুণাভে কৈছিল—আপুনি ভালদৰে শুই যাওক ইয়াত।

যেন কিবা এটা অবিশ্বাস্য কথা হঠাতে কাণত পৰিছে, তেনেদৰে হতভম্ব হৈ বিষাদ-আদ্ৰ দুচকুৰে বৃদ্ধই অৰুণাভৰ মুখলৈ চাইছিল।

অৰুণাভে কৈছিল, —মোৰ টোপনি ধৰা নাই। এনেয়ে বাগৰি আছিলো। আপুনি ইয়াত বহি কষ্ট খাব নালাগে। ভালদৰে শুই যাওক বাৰ্থত।

সেই অৰুণাভ আজি ক'লৈ গ'ল? কোনো কোনো চাকৰিয়ে মানুহক জনতাৰ ভিৰৰ মাজৰপৰা আঁতৰাই নিঃসংগ, একাকী কৰি পেলায় নেকি? এজন অচিনাকি মানুহৰ মনত সুখ আৰু তৃপ্তিৰ হাঁহি ফুটাই তুলিবলৈ, অথবা মানুহৰ প্ৰতি মানুহৰ আস্থা জগাই তুলিবলৈ যি সামান্য মানৱতাবোধৰ প্ৰয়োজন, সেই মানৱতাবোধো কোনো কোনো চাকৰিয়ে মানুহৰপৰা কাঢ়ি লৈ যায় নেকি?

অৰুণাভৰ কোঠাটোত মুঠতে চাৰিজন আছিল। দুজন চৰকাৰী বিষয়া, আৰু এজনে ছেলছত কাম কৰে। কলিকতাৰ কি এটা প্ৰাইভেট কম্পেনিত। নামটো অৰুণাভক কৈছিল। এতিয়া অৰুণাভে পাহৰিলে। ইংৰাজী গোন্ধ থকা নাম। চৰকাৰী বিষয়া দুয়োজন নামি গৈছে খড়গপুৰত; ছেলছৰ ভদ্ৰলোক ৰাতিপুৱাই উঠি ব্ৰাছ কৰি এতিয়া কোঠাৰ ভিতৰতে শ্বে'ভ কৰাত লাগিছে।

ছেলছত কাম কৰা মানুহবিলাকো কেতিয়াবা অদ্ভুত ধৰণৰ! ক্লায়েণ্ট সম্পৰ্কে অবাস্তৱ ধাৰণা কিছুমান লৈ নিজকে কেতিয়াবা হাস্যকৰ ব্যক্তিলৈ পৰিবৰ্তিত কৰে। উগ্ৰ গ্ৰীষ্মতো, যেতিয়া শৰীৰৰ সমস্ত কাপোৰ খুলি মানুহৰ নদীৰ শীতল পানীত জঁপিয়াই পৰিবৰ মন যায়, সেই সময়তো এওঁলোকে



এটা অফিচৰপৰা আন এটা অফিচলৈ ডিঙিত টাই মাৰি ঘূৰি ফুৰিব,—যেন তেওঁলোকৰ ভাব-ভংগী, পোছাক-পৰিচ্ছদ, আদব-কায়দা দেখি মূৰ্খ ক্লায়েণ্টবোৰ প্ৰেমত পৰি যাব তেওঁলোকৰ নিৰ্গুণ প্ৰডাক্টছৰ!

ওপৰৰ বাৰ্থত পাৰি লোৱা বে'ডছিটখন অৰুণাভে ব্ৰিফকেছত ভৰাই ল'লে। জাৰ্নিৰ সময়ত এটা এয়াৰপিল' থাকিলে ভাল। প্ৰত্যেক বাৰেই ট্ৰেইনত উঠাৰ সময়ত অৰুণাভে এয়াৰপিল' এটা কিনাৰ কথা ছিৰিয়াছলি চিন্তা কৰে; শেষত কি জানো কাৰণত মাৰ্কেটত কথাষাৰ মনত নপৰে! এইবাৰ কলিকতাত কিনিব লাগিব, নিউ মাৰ্কেটৰ কাষতে ফুটপাততে পোৱা যায়; সন্ধিয়া ফুৰিবলৈ অহাৰ সময়ত কিনি লৈ যাব পাৰে।

হাতৰ ঘড়ীলৈ চাই ছেলছৰ ভদ্ৰলোকে ক'লে,—একদম ৰাইট টাইম। মিৰাকল। ফাৰ্ষ্ট টাইম ইন মাই লাইফ। জানে বছৰৰ তিনিশ পয়ষষ্টি দিনৰ তিনিশ দিন মই ট্ৰেইনেৰে জাৰ্নি কৰোঁ, যোৱা আট বছৰ। কিন্তু এনেকুৱা কেতিয়াও ঘটা নাই। আই কানট বিলিভ। বিশ্বাস কৰিবলৈ টান লাগিছে জানে? ট্ৰেইন কেতিয়াবা ৰাইট টাইমত অহা আপুনি শুনিছে? মই শুনা নাই। আজি দেখিলো।

অৰুণাভে ক'লে এনেয়ে,—মাষ্ট বি এ লাকি ডে' ফৰ ইউ।

সুন্দৰ, বিউটিফুল কৈছে। লেট ইট বি ট্ৰু।

খিৰিকি দুয়োখন খুলি দিলে সম্পূৰ্ণৰূপে অৰুণাভে। বাহিৰত শীতৰ ৰাতিপুৱা। প্ৰেমিকাৰ চুম্বনৰ দৰে প্ৰভাতী ৰ'দে পৃথিৱীত সানি দিছে উষ্ণতাৰ স্পৰ্শ।

ওচৰৰে ৰেলওৱে ক্ৰছিং এটাত যাত্ৰীবাহী বাছ এখন ৰৈ আছে। খিৰিকিৰ ফ্ৰেমত উদগ্ৰীৱ মানুহৰ মুখ। এই ৰাতিপুৱাই মানুহে ক'লৈ জানো অহাযোৱা কৰে!

ঘৰৰ পাছফালৰ পুখুৰীৰ পাৰত টোপনিৰপৰা উঠি অহা কিশোৰী থিয় হৈ আছে; অবিন্যস্ত চুলি, সন্তীয়া ফ্ৰকত ৰাতিৰ ভাঁজ। কোমল ফুলৰ দৰে অৰ্ধ প্ৰস্ফুটিত নিদ্ৰালসা কিশোৰীৰ বুকু।

চলন্ত ট্ৰেইনৰপৰা খোলা খিৰিকিৰে বাহিৰৰ পৃথিৱী ৰাতিপুৱাৰ এই মুহূৰ্তত সদায় অৰুণাভে এনজয় কৰি আহিছে। কেনেকৈ পৃথিৱী জাগি উঠে, কেনেকৈ এটা ৰাতিৰ শেষত আৰু এটা নতুন দিনক স্বাগত জনাবলৈ মানুহে নিজকে সাজু কৰে, এই মুহূতৰ্ত তাকেই নিবিড়ভাৱে অনুভৱ কৰা যায়।

জীৱনৰ ভিতৰত থাকি কেতিয়াবা জীৱনক নিবিড়ভাৱে চোৱাৰ অৱকাশ

নাথাকে; সেই কাৰণেই বহিৰ্বিশ্বৰ জীৱন কেতিয়াবা চলন্ত ট্ৰেইনৰ বন্ধ কোঠাৰপৰা আৰু অধিক গভীৰভাৱে অনুভূত হয়। সেই একেই কাৰণতে চাগে জীৱনক বুজিবৰ বাবেই কোনো কোনোৱে জীৱন এৰি সন্ন্যাসৰ পথ লয়।

ধীৰে ধীৰে হাওড়া ষ্টেচনৰ ভিতৰত প্ৰৱেশ কৰিলে পুৰী এক্সপ্ৰেছ।

ৰাতিপুৱাৰ ষ্টেচনৰ প্লেটফৰ্মো লোকাৰণ্য। মাইকত ভাহি আহিছে লোকেল ট্ৰেইনৰ ঘোষণা। ৰাতিপুৱাৰ আনন্দ বজাৰ পত্ৰিকা লৈ দহবছৰীয়া হকাৰ দৌৰি ফুৰিছে ভিৰৰ মাজে মাজে।

অ'কে' বছ, ছি ইউ ছামটাইমছ। কেতিয়াবা নিশ্চয় দেখা হ'ব।

হাতত ব্ৰিফকেছ লৈ ক্ষিপ্ৰ গতিৰে ছেলছ ভদ্ৰলোক নামি গ'ল ট্ৰেইনৰ পৰা; মুহূৰ্ততে অদৃশ্য হৈ গ'ল ভিৰৰ মাজত।

অৰুণাভৰ কোনো দৌৰাদৌৰি নাই।

আজিৰ দিনটো অৰুণাভে কলিকতাতে কটাব লাগিব। কাইলৈ ৰাতিপুৱাৰ ফ্লাইটত গুৱাহাটীলৈ অৰুণাভৰ টিকট বুক কৰা আছে। পাৰ্কষ্ট্ৰিটৰ অপ্সৰা বিল্ডিঙৰ গেষ্ট হাউছত কলিকতাৰ অফিচে নিশ্চয় ঠাই ৰাখি থৈছে। ভুবনেশ্বৰ অফিচৰপৰা অৰুণাভে টেলেক্স পঠিয়াইছিল, কনফাৰ্মেশ্যান অৱশ্যে নাপালে।

ষ্টেচনৰ বাহিৰলৈ ওলাই আহিল অৰুণাভ। টাইমছ অব ইণ্ডিয়া এখন কিনি ল'লে। গেষ্ট হাউছত বাতৰি কাকত ৰাখে, কিন্তু কনমানি হকাৰটো দেখি অৰুণাভৰ মায়া লাগি গ'ল; সেয়েহে কিনি ল'লে। ইমান আশাৰে বেচেৰা ল'ৰাটোৱে প্ৰতিজন মানুহৰ মুখলৈ চাই থাকে!

কম্পেনিৰপৰা অৰুণাভে ষ্টেচনৰপৰা গেষ্ট হাউছলৈ যোৱা টেক্সিৰ ভাৰাখিনি পাব। তথাপি কিয় জানো বহুদিনৰ মূৰত অৰুণাভৰ মন গ'ল কলেজৰ এক্সকাৰছনৰ সময়ত যোৱাৰ দৰে যাত্ৰীৰে ঠাহ খাই থকা বাছ অথবা ট্ৰামত ওলমি যাবলৈ।

সকলো বাছ-ট্ৰামেই গৈ গৈ শেষত এছপ্লানেড পাবগৈ। এছপ্লানেডৰ পৰাতো গেষ্ট হাউছ ওচৰতে; খোজ কাঢ়ি যাব পাৰি। ট্ৰাম লাইনৰ ওচৰ পালে অৰুণাভ। ঢং ঢং শব্দ কৰি ট্ৰাম আহি ৰৈছে সন্মুখত ষ্টপেজত। নিশ্চিত হ'বৰ বাবেই কিউত থিয় হৈ থকা এজনক অৰুণাভে সুধিলে,—এছপ্লানেডলৈ যাব নে?

যাব যাব। উঠক। বহিবলৈ ছিট নাপাব। অলপ দেৰি কৰিলেই দেখিব



ভিতৰত ভৰি থবৰো ঠাই নাই।

সোঁহাতেৰে ব্ৰিফকেছটো লৈ অৰুণাভ কোনোমতে উঠিল। ঢং ঢং শব্দ কৰি লাইনৰ ওপৰেৰে আগবাঢ়িল কলিকতাৰ ঐতিহ্যৰ ধ্বজা-বহনকাৰী ট্ৰাম গাড়ী। ট্ৰামৰ ভিতৰত প্ৰাণচাঞ্চল্য আছে। জীৱন্ত মানুহ গৈছে চহৰৰ ইমূৰৰপৰা সিমূৰলৈ। টেক্সিত নিঃসন্দেহে আৰাম আছে; কিন্তু আৰাম আৰু মনৰ আনন্দ যে সমাৰ্থক নহয়, সেই কথা অৰুণাভে মানুহৰে ভৰি থকা ট্ৰামৰ ভিতৰত হাওড়াৰপৰা এছপ্লানেডলৈ গৈ আজি যেন জীৱনত প্ৰথমবাৰৰ বাবে অনুভৱ কৰিলে।

পৃথিৱীৰ বেছিভাগ মানুহে এতিয়াও ঐশ্বৰ্য আৰু আৰামকে বাৰে বাৰে সুখ বুলি ভুল কৰে। সেয়েহে মানুহে সমস্ত জাগতিক ঐশ্বৰ্যৰ অধিকাৰী হৈও, সুখী হোৱাৰ স্বপ্ন দেখিও সুখী হ'ব নোৱাৰে। সুখে যদি ৰাতিৰ জোনাকৰ স্নিগ্ধতাৰে জীৱন ভৰাই তোলে, ঐশ্বৰ্যই মাথোঁ আনি দিয়ে এটাৰ প্ৰতি লোভ আৰু কামনা।

ট্ৰাম টাৰমিনেলত নামি আৰুণাভ গেষ্ট হাউছলৈ খোজ কাঢ়িয়েই গ'ল। এই ৰাতিপুৱাই ব্যস্ত হৈ উঠিছে চহৰৰ পথ। দোকানৰ শ্বাটাৰ লাহে লাহে ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিছে; গ্ৰেণ্ডৰ তলত বহি গৈছে হকাৰৰ শাৰী; বিদ্যুৎ-গতিৰে ফুটপাথৰ ওপৰেৰে খটক খটককৈ অফিচ অভিমুখী নাৰী। টেক্সিৰ পাছৰ ছিটত আউজি ফুলি থকা চকুৰে বিৰাট বপুৰ ব্যৱসায়ী, লুভীয়া কুকুৰৰ নিচিনা পিৰিক পাৰাক দৃষ্টি।

অপ্সৰা বিল্ডিঙৰ সন্মুখত আহি অৰুণাভে লিফটৰ বুটাম টিপিলে। চাৰি নম্বৰ ফ্ল'ৰৰ ৰঙা লাইট জ্বলি আছে। নিম্নমুখী তীৰে নিৰ্দেশ দিলে লিফট এতিয়া অধোগামী।

লিফটৰ দুৱাৰ খোলাৰ লগে লগে পাঁচ ছজন নাৰী-পুৰুষ প্ৰচণ্ড ব্যস্ততাৰে ভিতৰৰপৰা যেন ছিটিকি ওলাই আহিল। চহৰৰ আন এটা নাম চাগে প্ৰচণ্ড গতিময়তা;—য'ত ধুমুহাৰ দৰে মানুহ বাচি থাকে; সন্ধিয়াৰ সেই গছৰ জিৰিজিৰি মৃদুকম্পিত পাতত লাগি থকা মলয়া বতাহৰ ইয়াত স্থান নাই।

কলিং বে'ল টিপিলে অৰুণাভে।

নমস্কাৰ চাহাব।

সেই একেই নেপালী বিয়েৰাৰ। নাম ৰাজু।

আপোনাৰ কাৰণে তিনি নম্বৰ কম বুক কৰা আছে চাহাব। কালিৰ ফ্লাইটৰ টিকেট আছে। টিকেট ইয়াতে দি গৈছে। ব্ৰেকফাষ্ট লগাম চাহাব?

যেন অৰুণাভৰ বাবেই অপেক্ষা কৰি আছিল,—সেইদৰে ফৰফৰকৈ কৈ গ'ল বাজুৱে।

আৰু কোন আছে গেষ্ট হাউছত?

এক নম্বৰত গণপতি চাহাব, ইভিনিং ফ্লাইটত দিল্লীলৈ যাব। দুই নম্বৰত কোনোবা অডিটৰ চাহাব, সুব্ৰমনিয়াম নে কি মাদ্ৰাজী চাহাব। চাৰি নম্বৰত চাহাব-মেমচাহাব আছে।

কোন চাহাব-মেমচাহাব?

চাপৰ, শকতকৈ, দিল্লীৰ ফালৰ চাহাব, অলপতে শাদী হৈছে...

ছোপ্ৰা চাহাব?

চোপ্ৰা চাহাব?

না, চাব, ৰ্ভামা, হাঁ ভাৰ্মাজী!

প্ৰদীপ ভাৰ্মাজী।

হাঁ হাঁ প্ৰদীপ ভাৰ্মা চাহাব। নয়া নয়া শাদী হৈছে। মেমচাহাবক লৈ কলিকতা চাব আহিছে।

দিল্লী অফিচৰ লিয়াছন অফিচাৰ প্ৰদীপ ভাৰ্মা। প্ৰথম ভুবনেশ্বৰলৈ যাওঁতে প্ৰদীপ ভাৰ্মাকে এই গে'ষ্ট হাউছত অৰুণাভে লগ পাইছিল। বিয়াৰ কাৰ্ড এখন পাইছিল অৰুণাভে; কোনো উত্তৰ অৱশ্যে দিয়া নহ'ল।

সন্ধিয়াৰ সময়খিনি আগৰ বাৰৰ দৰে ভাৰ্মাৰ লগতে কটাব পৰা গ'ল-হেঁতেন, সুন্দৰ কম্পেনি। কিন্তু নতুনকৈ বিয়া কৰাই কলিকতাত ফুৰিবলৈ আহিছে, অৰুণাভে তেওঁলোকক ডিষ্টাৰ্ব কৰাটো উচিত হ'ব জানো? তেওঁলোকৰ নিজৰেই কত কি প্লেন থাকিব পাৰে?

ট্ৰেইনত কোনো দিনে ভাল টোপনি নহয় অৰুণাভৰ! সেয়ে দিনটো তেওঁ শুই থাকিল। ক'লৈকো ওলাই নগ'ল। অকলে অকলে চহৰৰ জনঅৰণ্যৰ মাজৰ ব্যস্ত পথেৰে ঘূৰি ফুৰিবলৈও ভাল নালাগে। গভীৰ জংঘলৰ মাজৰ নিৰ্জনতাৰে ভৰা নিঃসংগতাৰ কিবা এটা চাৰ্ম আছে; কিন্তু জন-অৰণ্যৰ মাজৰ নিঃসংগতা ভয়াবহ। কি জানো এক অনামী বিষণ্ণতাই সমস্ত হৃদয় মন আগুৰি ধৰিব খোজে।

আবেলি অলপ ওলাই যাবলৈ বুলি কমৰ দুৱাৰ খুলিলে অৰুণাভে। লাউঞ্জত ক'ৰবালৈ যাবৰ বাবে সাজি কাচি ওলাইছে প্ৰদীপ ভাৰ্মা; লগত সেয়া হয়তো নৱ-বিবাহিতা পত্নী। নৱ-বিবাহিতা নাৰীৰ শৰীৰত বিয়াৰ গোন্ধ লাগি থাকে। ওচৰলৈ গ'লেই গম পোৱা যায়।

আৰে অৰুণাভ! ক'ৰপৰা। এওঁ—আৰতি—। বিয়াৰ কাৰ্ড পঠাইছিলো; পাইছিল নিশ্চয়?

সলজ্জ হাঁহিৰে নমস্কাৰ কৰিলে আৰতিয়ে। প্ৰদীপ ভাৰ্মাৰ লগত বেছ মিলিছে। সাংঘাতিক ধুনীয়া বুলি কব নোৱাৰি; কিন্তু স্বাস্থ্যৱতী। আৰু স্বাস্থ্যৰ সদায় এটা নিজস্ব সৌন্দৰ্য আৰু দীপ্তি আছে।

প্ৰদীপ ভাৰ্মাই কৈ গ'ল,—বুজিছে চৌধুৰী, বিয়া নকৰাম বুলি ভাবি আছিলো। বুঢ়া মা-বাপতো ল'ৰাৰ বিয়া-বিয়া বুলি মৰি থাকিল। একদম নকৰাম বুলি ভাবি আছিলো। কিন্তু কি হ'ল জানে? হঠাতে দিল্লীৰপৰা কলিকাতালৈ আহোঁতে ট্ৰেইনত এদিন আৰতিৰ লগত দেখা। দিল্লীৰপৰা কানপুৰলৈ একো নাই। কানপুৰৰপৰা এলাহাবাদৰ ভিতৰত চিনাকি; এলাহাবাদৰপৰা খড়গপুৰৰ ভিতৰত ভাব হ'ল—ছোৱালীজনী মোৰ ভাল লাগিছে।

কৃত্ৰিম খঙেৰে আৰিতিয়ে ক'লে,—হৈছে, তুমি এতিয়া চুপ থাকা।

ভাৰ্মাই কৈ গ'ল হাঁহি হাঁহি,—আৰে অৰুণাভ য়াৰ—দোষ্ট; দিল খুলি দিব পাৰি। তাৰ পিছত—খড়গপুৰৰপৰা হাওড়ালৈ ভাবি আছোঁ মনে মনে, কেনেকৈ কথাটো কোৱা যায়। হাওড়া প্লেটফৰ্মত নামিয়েই দি দিলো।

—কি?

—প্ৰস্তাৱ। বিয়াৰ। বচ, হৈ গ'ল। বুজিছে চৌধুৰী, ছোৱালী বস্তুটো আচৰিত। কাক ক'ত কেতিয়া কিয় ভাল লাগে তাৰ একো কাৰণ নাথাকে। বাই দি ওৱে, আপুনি এতিয়াও বিয়া কৰোৱা নাই; কওক চাব লাগে যদি।

অৰুণাভে একো নকলে। হাঁহিলে।

কিন্তু বহুত প্ৰব্লেমো আছে। আপোনাক বন্ধু বুলি কৈছোঁ। চাওক এতিয়া আপোনাৰ লগত গ্লাছ এটা লৈ সুন্দৰভাৱে সন্ধিয়াটো কটাই দিব পাৰিলোহেঁতেন; কিন্তু মেম-চাহাবৰ এইফালে মাৰ্কেটিঙৰ তাগিদা; নিউ মাৰ্কেটলৈ লৈ যাব লাগে।

লৈ যাব নালাগে; মই নিজেই যাব পাৰিম।

নাঃ নাঃ মেমচাহাব। বান্দা তোমাৰ হাজিৰ। ভাই অৰুণাভ। পিছত দেখা হ'ব। এনজয় ইয়ৰছেল্‌ফ। ইউ আৰ এ লাকি গাই।

লিফটৰ দুৱাৰ খুলি প্ৰদীপ ভাৰ্মা আৰু আৰতি সোমাই গ'ল। বন্ধ দুৱাৰৰ এই ফালৰপৰা অৰুণাভে এনেয়ে চাই ৰ'ল অধোগামী লিফটৰ ভিতৰৰ প্ৰদীপ আৰু আৰতিলৈ। বিয়াৰ পিছত বন্ধুৰ মাজতো এনেকৈ একোখন বন্ধ দুৱাৰৰ সৃষ্টি হয় নেকি?

সন্ধিয়া বেলকনিত বহি অৰুণাভে এনেয়ে চাই ৰ'ল নিয়ন লাইটৰ তলৰ ব্যস্ত চহৰৰ পথলৈ। নদীৰ সোঁতৰ দৰে সাৱলীল গতিত বৈ যাব লাগিছে বিভিন্ন ডিজাইনৰ গাড়ীৰ শাৰী; এটা যুৱতী সন্ধিয়া জাহ যাব ধীৰে ধীৰে ৰাতিৰ বুকুত।

ঠিক এনেকুৱা মুহূৰ্তবোৰতে অৰুণাভৰ মনত পৰে কাৰোবালৈ। প্ৰতিজন পুৰুষৰ হৃদয়ৰ গভীৰতে কিজানি কোনো নাৰী থাকে। ৰক্তমাংসৰ শৰীৰবিহীন এই নাৰী, কৈশোৰৰ সেই প্ৰথম প্ৰেম-বোধৰ দিনৰপৰাই কল্পনাৰ তুলিকাৰে তিলতিলকৈ গঢ়ি তোলে পুৰুষে এই মানস প্ৰতিমা;—নদী, পাহাৰ আৰু পৃথিৱীৰ দৰেই সেই নাৰীৰ অশৰীৰী শৰীৰৰ গোন্ধ।

সেই নাৰীৰ নাম অৰুণিমা বাইদেউ নেকি?

কেতিয়াবাহে হঠাতে কোনো এক মুখে মানুহৰ সমস্ত সত্তাক চুম্বকৰ দৰে আকৰ্ষণ কৰে; জীৱনৰ সকলো প্ৰাপ্তিকে এই আকৰ্ষণে অপ্ৰাপ্তি, অপূৰ্ণতাত পৰিণত কৰে। তথাপি কি যে এক আকৰ্ষণ!

সাৱধানী মানুহে কেতিয়াও এই আকৰ্ষণক স্বীকাৰ নকৰে; যাৰ হেৰোৱাৰ একো ভয় নাই, অকল সেইজনেহে প্ৰেমৰ বাবে সকলো হেৰুৱাব পাৰে।

আৰু অনুৰাধা!

কোনো কোনো নাৰীৰ সান্নিধ্যই পৃথিৱীৰ সকলোতে আস্থা, সৌন্দৰ্য আৰু আশা আৰোপিত কৰে। অনুৰাধা থকা হ'লে আজি এই সন্ধিয়া বেলকনিত বহি দূৰৈৰপৰা সন্ধিয়াৰ অচিনাকি পথচাৰীক নিৰীক্ষণ নকৰি অৰুণাভ হয়তো হেৰাই গ'লহেঁতেন চহৰৰ এই জন অৰণ্যৰ মাজত। অনুৰাধাৰ চকুৰে চালে সমগ্ৰ পৃথিৱীকে সুন্দৰ লাগে।

হঠাতে অৰুণাভে ঠিক কৰিলে, প্ৰদীপ ভাৰ্মাৰ দৰেই এইবাৰ চুটিৰপৰা ঘূৰি আহি প্ৰস্তাৱ দিব অনুৰাধাক। অনুৰাধাই নিশ্চয় প্ৰথমতে হাঁহি-হাঁহি উৰুৱাই দিবলৈ চেষ্টা কৰিব—বাঃ দৰকাৰ পৰিছে মোৰ বিয়া হ'বলৈ।



দিনৰাতি তুমি অৰ্ডাৰ দিবা! তাতকৈ এয়াই ভাল, যি খুচি কৰিছোঁ, আৰামত আছোঁ।

সন্ধিয়াটো ক'লৈকো ওলাই নগ'ল অৰুনাভ। কেতিয়াবা কিবা একোটা ভাবে হৃদয় মন এনেদৰে বিভোৰ কৰি ৰাখে যে বহিৰ্বিশ্ব অস্তিত্ববিহীন যেন লাগে। এই যে ব্যস্ত চহৰ, তাতকৈ ব্যস্ত হাজাৰ পথচাৰী, চলন্ত গাড়ীৰ হিজিবিজি শব্দ,—একোৱে স্পৰ্শ নকৰে। এনেকুৱা সুগন্ধিক্ষণতে প্ৰতিজন পুৰুষ হৃদয়ৰ সেই একান্ত নিজস্ব নাৰীৰ প্ৰেমত পৰে।

অৰুণাভে ঠিক কৰিলে এইবাৰ অৰ্জুন মামাক গৈ কব—মামা, আপোনাৰ আশা মই পূৰণ কৰিম। জানো আপুনি সহজে নল'ব। এজন ছোৱালীৰ কথা মই ভাবিছোঁ। আপুনি আপত্তি নকৰিব। উৰিষ্যাৰ ছোৱালী। অনুৰাধা।

পিছদিনা ঠিক চাৰি বজাত আহি অফিচৰ গাড়ী গেষ্ট হাউছ পালেহি। ছয় বজাত গুৱাহাটী অভিমুখী ফ্লাইট। দৌৰাদৌৰিকৈ সাজু হৈ অৰুণাভ গাড়ীত বহিল।

নিয়ৰ-তিতা পথেৰে আগবাঢ়িল দমদম অভিমুখে গাড়ী। কেইবাখনো টেক্সি একেই মুখে ধাবমান; সকলোৰে হয়তো লক্ষ্যস্থান বিমান বন্দৰ।

প্ৰায় চল্লিছ মিনিটৰ ৰাস্তা।

চকু দুটা মুদি দিলে অৰুণাভে।

সম্মুখত ভাহি উঠিল—অনুৰাধাৰ মুখ।

অনুৰাধাই হয়তো নাজানে কালি সন্ধিয়াৰপৰাই অৰুণাভৰ জীৱনত অনুৰাধাই এক বেলেগ স্থান অধিকাৰ কৰিছে।

জীৱনত এই প্ৰথমবাৰৰ বাবে অৰুণাভে অনুভৱ কৰিলে সি আৰু নিঃসংগ নহয়। ক'ত জানো পাইছিল অৰুণাভে,—পৃথিৱীৰ কোনো দুখ দুখ হৈ নাথাকে,—যদিহে সেই দুখ 'মোৰ'পৰা 'আমাৰ'লৈ ৰূপান্তৰিত হয়। সেই দুখেই তীব্ৰতম যাৰ কোনো অংশীদাৰ নাই।

ঠিক সময়তে গুৱাহাটী অভিমুখী বিমানে উৰা মাৰিলে ৰাতিপুৱাৰ ৰ'দত তিৰবিৰাই থকা সুনীল আকাশলৈ। কিমান দিনৰ মূৰত আকৌ অসমলৈ আহিছে অৰুণাভ। মানুহে যিমানেই পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ ঘূৰি নুফুৰক কিয়, এটা সময়ত সকলোৱে অনুভৱ কৰে চিনাকি মাটিৰ সেই গোন্ধ।

চলন্ত বিমানৰ খিৰিকিৰে অৰুণাভে বাহিৰলৈ চাই ৰ'ল। শূন্যত ওপঙি থকা শুকুলা মেঘ প্ৰভাতী ৰ'দ পৰি হীৰাৰ দলিচাৰ দৰে জলমলাই আছে।

বহু দূৰত হিমেল পাহাৰ। কাণৰ কাষত কোনোবা দৰদী কণ্ঠই গুণগুণাই গাব লাগিছে—এইখন গামোচা......।

বতাহ আৰু মাটিৰ চিনাকি গোন্ধে বুকু স্পৰ্শ কৰি গ'ল বৰঝাৰ বিমান বন্দৰত নমাৰ সময়ত। নাই বুলি জানিও এনেয়ে চকু ফুৰাই চালে অৰুণাভে;—কিজানি কোনোবাই বিছিভ কৰিবলৈ আহিছেই!

অৰ্জুন মামালৈ টেলিগ্ৰাম এখন পঠাইছিল। পাইছে নে নাই জানো!

এই পৃথিৱীত আপোন বুলিবলৈ যদি অৰ্জুন মামাৰ কোনোবা আছে, তেনেহ'লে অৰুণাভ। আৰু অৰুণাভৰেই বা কোন আছে।

অৰ্জুন মামাই এবাৰ কৈছিল—আকাশলৈ মাজে মাজে মূৰ তুলি চাবি। পৃথিৱীৰ সকলো তোৰ নিচেই আপোন যেন ভাব হ'ব। আমি এই ডাঙৰ মানুহবোৰে সমাজ, দেশ, সম্বন্ধ পাতি পৃথিৱীখন ভাগ ভাগ কৰিছোঁ। শিশুৰ যেতিয়া জন্ম হয় তাৰ কোনো দেশ, সমাজ নাথাকে। প্ৰতিটো শিশুৱেই এই পৃথিৱীৰ মানুহৰ সন্তান।

বিশালতাৰে ভৰা আকাশে কোনো কোনো মানুহক এইদৰে জীৱনবোধ শিকায়।

ব্ৰিফকেছটো হাতত লৈ বৰঝাৰ বিমান বন্দৰৰপৰা ওলাই আহিল অৰুণাভ। টেক্সি এখন ল'লে।

কিয় জানো ভাব হৈছে যিমান সোনকালে পৰা যায় ঘৰলৈ যাব লাগে, অৰ্জুন মামাই চাগৈ অপেক্ষা কৰি আছে।

ক'লৈ যাব ছাৰ?

পল্টন বজাৰ।

পল্টন বজাৰৰ ৰেল লাইনৰ ওচৰৰ এটা নিঃসংগ পুৰণি ঘৰত অৰ্জুন মামা থাকে। এসময়ত, যেতিয়া ৰুমী আৰু নিমি আছিল, (মামীৰতো কোন কাহানিবাই মৃত্যু হ'ল! অৰুণাভৰ ভালকৈ মনতেই নপৰে।) প্ৰাণ চাঞ্চল্যৰে ভৰি আছিল সেই পুৰণি ঘৰ; নিঃসংগতাই অকল মানুহকে আগুৰি নধৰে, কেতিয়াবা ঘৰ আৰু তাৰ চৌদিশো ধীৰে ধীৰে গ্ৰাস কৰি পেলায়, যেনেকৈ যোৱা বছৰৰোৰত কৰিছে অৰ্জুন মামৰ ঘৰটো।

জালুকবাৰীত চাগৈ উইন্টাৰৰ বন্ধ।

লাইব্ৰেৰিৰ ফালে অকলে অকলে ছোৱালী এজনী আগবাঢ়ি গৈছে, তললৈ মুখ কৰি।



পৰম উৎসুকতাৰে চলমান টেক্সিৰ খিৰিকিৰে অৰুণাভে বাহিৰলৈ চাই গ'ল। চিনাকি বতাহ চিনাকি মানুহৰ গোন্ধ ভাহি আহিছে। বতাহে কঢ়িয়াই আনিছে আপোন ভাষাৰ শব্দ। বাহিৰৰপৰা বহুদিনৰ অন্তত নিজৰ ঠাইলৈ ঘূৰি আহিলে হঠাতে কেনেকুৱা অনুভূতিয়ে স্পৰ্শ কৰি যায় হৃদয়!

পল্টন বজাৰৰ চিনাকি গলিৰ মূৰত অৰুণাভে টেক্সি বিদায় দিয়ে। এইখিনি খোজ কাঢ়ি যাব পাৰি। ইলেকট্ৰিকেলছৰ দোকান এখন আছে ঘৰৰ সন্মুখত। কাঠৰ দুৱাৰত অৰুণাভে নক কৰিলে।

ভিতৰত লৰ-চৰ শব্দ। অৰ্জুন মামাৰ ধীৰ স্থিৰ চিনাকি পদধ্বনি আগবাঢ়ি আহিছে বন্ধ দুৱাৰৰ কাষলৈ। দুৱাৰ খুলি অৰ্জুন মামাই চাই ৰ'ল এক দৃষ্টিৰে অৰুণাভলৈ। আনন্দৰ প্লাৱনে স্পৰ্শ কৰি যোৱা অৰ্জুন মামাৰ সজল চকুত অৰুণাভে দেখিবলৈ পালে মমতাৰ আলোড়ন। একাকীত্বৰ অভিশাপ লৈ জীয়াই থকা এই বৃদ্ধই কিমান দিন চাগৈ অকণমান স্নেহৰ পৰশ পোৱা নাই! অৰুণাভে অনুভৱ কৰিলে বুকুৰ ভিতৰত যেন কিবা এটাই গলি গলি সমস্ত অভ্যন্তৰ ভৰাই পেলাইছে।

ক্ৰমশ শীৰ্ণ হৈ অহা অৰ্জুন মামাৰ শুষ্ক মুখৱয়বত অৰুণাভে যেন দেখিবলৈ পালে আসন্ন মৃত্যুৰ স্পৰ্শ। কি পালে এই মানুহজনে জীৱনত? হৃদয়ৰ প্ৰেম আৰু স্নেহ উজাৰি দি যিজন মানুহে আজীৱন পৃথিৱীৰ সকলো মানুহকে ভাল পাই আহিছে কি দিলে পৃথিৱীয়ে সেইজন মানুহক?

মৃত্যুৰ আগমুহূৰ্তত এইজন মানুহৰ মুখত যদি অলপ সুখ আৰু তৃপ্তিৰ হাঁহি অৰুণাভে ফুটাই তুলিব পাৰে, তেনেহ'লে সেয়াই অৰুণাভৰ জীৱনৰ চৰম সাৰ্থকতা হ'ব। অৰুণাভে মনে মনে ভাবিলে।

সেই চৰম সাৰ্থকতাৰ মুহূৰ্তলৈ অৰুণাভে বেছি দিন অপেক্ষা কৰিব লগীয়া নহ'ল। দুদিন পিছত ৰাতি ভাত খোৱাৰ সময়ত অৰ্জুন মামায়ে পোনে পোনে অৰুণাভক প্ৰস্তাৱটো দিলে।

তোৰ কাৰণে ছোৱালী এজনী চাইছিলো। মোৰ ভালেই লাগিছে। তই এবাৰ গৈ চাই আহিবি।

মুখ তুলি অৰুণাভে অৰ্জুন মামাৰ মুখলৈ চালে। শীৰ্ণ মুখৰ বাৰ্ধক্যৰ ৰেখা লাইটৰ পোহৰত জিলিকি আছে। এক মুহূৰ্তৰ বাবে অৰুণাভে ভাবিলে—কোনো দিনে অসম্ভৱ বাহিৰ নেদেখা, আজীৱন সমাজৰ সকলো সংস্কাৰ নিষ্ঠাৰে মানি চলা অৰ্জুন মামাই অৰুণাভৰ কথা সহজভাৱে মানি

ল'ব নে?

এটা কথা কম অৰ্জুন মামা?

মুখ ঘূৰাই অৰ্জুন মামাই অৰুণাভৰ মুখৰ ওপৰত দৃষ্টি ৰাখিলে। অকণো দ্বিধা নোহোৱাকৈ অৰুণাভে অনুৰাধাৰ কথা ক'লে।

কেইবাটাও মৌন মুহূৰ্ত পাৰ হৈ গ'ল।

গভীৰ মমতাৰ দৃষ্টিৰে অৰুণাভৰ মুখলৈ চাই পৰম তৃপ্তিৰে অৰ্জুন মামাই ক'লে,—ইমান সুখৰ খবৰ এটা মোৰপৰা তই লুকুৱাই ৰাখিব লাগে নে? তোৰ ভাল লগাইতো মোৰ ভাল লগা। মানুহৰ কোনো দেশ, ভাষা নাই, এইবোৰ মানুহে নিজে নিজে সজা।

বিস্ময়-বিমুগ্ধ হৈ অৰুণাভে অৰ্জুন মামাৰ মুখলৈ চাই ৰ'ল। জীৱনৰ ঘাত-প্ৰতিঘাত, দুখ-বেদনাই চাগৈ মানুহক সমাজৰ সকলো সংস্কাৰৰপৰা উৰ্ধলৈ তুলি দিয়ে।

ৰুমীৰ মৃত্যু আৰু নিমিৰ নিৰুদ্দেশেও চাগৈ অৰ্জুন মামাকো ঈশ্বৰত্ব প্ৰদান কৰিছে।

লাইটৰ ক্ষীণ পোহৰতো অৰ্জুন মামাৰ শীৰ্ণ মুখ পবিত্ৰ আভাৰে আলোকিত হৈ আছে। □

## একত্ৰিশ

**অপত্য স্নেহতকৈ**
**গভীৰতৰ বোধ কিজানি**
**মানুহৰ জীৱনত আৰু একো নাই**

এইখিনি মেহৰা চাহাবৰ নিজস্ব সময়।

হোটেলৰ সুবিশাল কোঠালিৰ ভিতৰত নিঃসংগ মেহৰা চাহাবে এতিয়া অফিচৰ কামৰ অন্তত মুখামুখি হ'ব নিজৰ সৈতে সন্মুখত পানীয়ৰ গিলাচ লৈ।

ৱাৰ্ডৰ'বৰ ভিতৰত থকা মিনি বাৰখন খুলি চালে মেহৰা চাহাবে। ষ্টক



আছে। আগতে গা ধুই লোৱা যাওক।

সন্ধিয়া সদায় বাথ টাবত শুই শুই প্ৰায় এঘণ্টা সময় নিঃশব্দে পাৰ কৰি দিয়াটো মেহৰা চাহাবৰ বহুদিনৰ অভ্যাস। দিনটোৰ সমস্ত ক্লান্তি, একঘেয়েমি শৰীৰৰপৰা এইখিনি সময়তে মেহৰা চাহাবে ধুই-মচি আঁতৰাই দিয়ে। সেয়েহে বাথটাবৰপৰা যেতিয়া উঠি আহে তেতিয়া আৰু তেওঁ প্ৰকল্প মেনেজাৰ নহয়, লাখ লাখ মানুহৰ ৰেই সুখ-দুখ অনুভূতিৰে ভৰা এজন সাধাৰণ মানুহ।

বাথৰুমৰ দুৱাৰখন খুলি দিলে মেহৰা চাহাবে।

লাইটৰ পোহৰত চিমমিক কৰি আছে বাথৰুমৰ ফ্ল'ৰ। দেৱালৰ অফ-হোৱাইট ৰং। ওৱাছ-বেছিনৰ কাষৰ ৰেকত শ্বেম্পু, চাবোন আৰু শুধ বগা টাৱেল।

গৰম আৰু ঠাণ্ডা পানীৰ টেপৰ সোঁত নিয়ন্ত্ৰিত কৰি বাথ-ফ'ম ঢালি ললে মেহৰা চাহাবে। বুৰবুৰকৈ ফেনেৰে ভৰি পৰা টাবত অলসভাৱে এৰি দিলে নিজৰ শৰীৰ।

দুই চকু মুদি তেওঁ পাৰ কৰি দিলে বহু সময়। নিস্তব্ধ কোঠালিৰ ভিতৰত বাথটাবত শুই শুই তেওঁ যেন শুনিবলৈ চেষ্টা কৰিলে বহুত দূৰৰপৰা ভাহি অহা নিৰ্জনতাৰ শব্দ।

এনেকুৱা মুহূৰ্ততে, ঠিক এনেকুৱা মুহূৰ্ততে মেহৰা চাহাবৰ মন উৰি যাব খোজে স্মৃতিৰ চহৰলৈ, দুখ আৰু বেদনামিশ্ৰিত গোন্ধেৰে ভৰা স্মৃতিৰ সুবাসে এনেকুৱা একাকী ক্ষণতে মেহৰা চাহাবৰ হৃদয় গভীৰত লুকাই থকা অন্য এক মানৱীয় সত্তাক প্ৰচণ্ডভাৱে আলোড়িত কৰি তুলিব খোজে।

এলিনা—

আৰু—

ৰুমৰ ভিতৰত নীৰবিচ্ছিন্নভাৱে ক্ৰিং-ক্ৰিংকৈ বাজি আছে টেলিফোনটো।

ৰেকৰপৰা টাৱেল এখন লৈ গাত মেৰিয়াই ল'লে মেহৰা চাহাবে। বাথৰুমৰ দুৱাৰ খুলি সোমাই আহিল মেইন-ৰুমলৈ।

মেহৰা স্পিকিং?

গুড ইভনিং ছাৰ। মই ৰেডিঅ'ৰুমৰপৰা মহান্তিয়ে কৈছোঁ।

ইয়েছ?

পাৰাদ্বীপৰ মিষ্টাৰ নিৰেন দত্তৰপৰা মেছেজ এটা আছে। তেখেতে কেইদিনমানৰ বাবে ছুটি বিচাৰিছে।

কেতিয়াৰপৰা ?

কাইলৈৰপৰা। খুব সম্ভৱ তেখেতে তেখেতৰ মিছেছক কটক অথবা ভুবনেশ্বৰ নার্ছিং হোমত এডমিট কৰাব।

ওঁ, ঠিক আছে; কৈ দিয়া—ইটছ অ'কে' উইথ মি।

ফোনটো থৈ দিলে মেহৰা চাহাবে।

অন্য সময়ত হোৱা হ'লে মেহৰা চাহাবে এই ছুটি নাকচ কৰি দিলেহেঁতেন। অৰুণাভো এতিয়া ছুটিত। পৰহিলৈ জইন কৰাৰ কথা। কাইলৈ আহিবও পাৰে। আহিলে অৱশ্যে চাৰ্জ লবৰ বাবে লগে লগে পাৰাদ্বীপলৈ পঠিয়াই দিব পৰা যাব। নহ'লে নতুনকৈ জইন কৰা ট্ৰেইনি এজনৰেই মেনেজ কৰিব লাগিব।

মিছেছ দত্তৰ প্ৰথম ডেলিভাৰিৰ সময়। কেইদিনমানৰপৰা কিছু জটিলতাৰ সৃষ্টি হোৱাৰ খবৰ ৰাখিছে মেহৰা চাহাবে। পাৰাদ্বীপৰ ডাক্তৰ পাটনায়কেই উপদেশ দিছে কটক অথবা ভুৱনেশ্বৰৰ কোনোবা নাৰ্ছিং হোমত এড্‌মিট কৰাবলৈ। নীৰেন দত্তই কিয় জানো এতিয়াও কৰোৱা নাই!

গা ধুই উঠি মেহৰা চাহাবে গিলাচত এপেগ হুইস্কি ঢালি ল'লে। ছিগাৰেট এটা জ্বলাই হেলনীয়া চকীখনত বহি খোলা খিৰিকিৰে এনেয়ে চাই ৰ'ল সন্ধিয়াৰ পৃথিৱীখনলৈ।

লিংগৰাজ মন্দিৰৰপৰা ভাহি আহিছে ঘণ্টাৰ ধ্বনি। ৰাস্তাৰে আগবাঢ়ি গৈছে ৰিক্সা আৰু গাড়ীৰ শাৰী। অদূৰৰ ফায়াৰ ব্ৰিগেড অফিচত থিয় হৈ আছে তিনিখন ভেন। দৌৰাদৌৰিকৈ এহাল কিশোৰ-কিশোৰী ফুটপথেদি আগবাঢ়ি গৈছে। সিহঁতে মাজে মাজে হঠাতে ঘূৰি চাইছে হোটেল কোনাৰ্কৰ ফালে। হয়তো কোনো কাৰণ নোহোৱাকৈয়ে অকল এই বয়সতে মানুহে অকাৰণে বহু কাম আনন্দেৰে কৰিব পাৰে।

শূন্য পানীয়ৰ গিলাচটো পুনৰাই ভৰাই ল'লে মেহৰা চাহাবে।

হঠাতে কি জানো মন গ'ল,—তেওঁ ক্ৰেডেলৰপৰা ৰিচিভাৰটো তুলি ডায়েল কৰিলে অনাতাঁৰ ৰুমৰ নাম্বাৰ। ৰেডিঅ' অপাৰেটৰ মহান্তিয়ে টেলিফোন তুলিলে।

ৰেডিঅ' ৰুম!

মেহৰা স্পিকিং। মহান্তি, তুমি নীৰেন দত্তক কৈ দিয়া,—যদিহে প্ৰয়োজন হয় তেওঁ অফিচৰ গাড়ী লৈ এতিয়াই মিছেছক লৈ আহিব পাৰে।



অ'কে ছাৰ।

আৰু সোধা, কোনোবা নাৰ্ছিং হোম বুক কৰি ৰাখিব লাগিব নেকি। জীৱনতকৈ কেতিয়াও চাকৰি ডাঙৰ নহয়।

ফোনটো ক্ৰেডেলত থৈ তেওঁ পানীয়ৰ গিলাচটো তুলি ল'লে। খিৰিকিৰে সোমাই আহিছে সন্ধিয়াৰ শীতল বতাহ। বুকু ভৰাই মেহৰা চাহাবে নিশ্বাস টানি ল'লে। তেওঁৰ এনেকুৱা ভাব হ'ল—বহুত দূৰৰপৰা যেন বতাহত ভাহি আহিছে কোনোবা চিনাকি শিশুৰ শৰীৰৰ গোন্ধ।

কিমান দিনৰ মূৰত—আকৌ এবাৰ মেহৰা চাহাব চমকি উঠিল।

পানীয়ৰ গিলাচটো ছাইড টেবুলৰ ওপৰত থৈ তেওঁ আগবাঢ়ি গ'ল কোঠালিৰ এচুকত থোৱা চুটকেছটোৰ ওচৰলৈ। খুব সন্তৰ্পণে খুলি দিলে চুটকেছৰ সাঁফৰ। কেইটামান মুহূৰ্তৰ বাবে স্তব্ধ হৈ ৰ'ল মেহৰা চাহাব; যেন হৃদয়ৰ সমস্ত গভীৰতাৰে তেওঁ টানি নিবলৈ চেষ্টা কৰিছে স্মৃতিৰ সঁফুৰাৰপৰা ওলাই অহা সুগন্ধি নিৰ্যাস।

এয়া অন্য এক মেহৰা চাহাব।

কাগজৰ পেকেটটো খুলি তেওঁ চাই ৰ'ল ফটোখনলৈ।

তন্ময় হৈ।

এলিনা।

আৰু ঋত্বিক।

গাঢ় হালধীয়া স্কাৰ্ট এটা পিন্ধি আছে এলিনাই। ফিৰফিৰিয়া সোণালী চুলি উৰি আছে বতাহত। অসমৰ কোনো এক চাহবাগানৰ মাজত তোলা এই ফটো। চৌপাশে সেউজীয়া দলিচা। বহুত দূৰত ম্লান সন্ধিয়াৰ দৰে ধূসৰ পাহাৰৰ ৰেখা।

আৰু ঋত্বিক—ঋতু—

মুহূৰ্তৰ বাবে হৃদয়ৰ গভীৰৰপৰা পাথৰৰ দৰে সঞ্চিত হৈ থকা এক স্নেহ আৰু মমতাৰ বোধে যেন গলিত উষ্ণ লাভাৰ দৰে বাহিৰলৈ ওলাই আহিবলৈ হেতা-ওপৰা লগাই দিলে।

ফটো তোলাৰ সময়ত কিমানেই বা বয়স আছিল তাৰ! হয়তো চাৰি বছৰ। তাৰ কিছু দিন পিছতেইতো ডাইভোৰ্ছ হৈ যায় এলিনাৰ সৈতে।

সৰু ৰঙা কৰ্ডৰ পেণ্ট এটা, গাত ৰঙা-নীলা ষ্ট্ৰাইপৰ ছাৰ্ট, ওপৰত ক'লা শ্লিপ-অ'ভাৰ। চাহাবৰ দৰে ৰঙা গাৰ ৰং, উজ্জ্বল ক'লা দুটি চকু,

মৃৰত সোণালী চুলিৰ জোপোহা।

ঠিক এই মুহূৰ্তত মেহৰা চাহাবে অনুভৱ কৰিলে অপত্য স্নেহতকৈ গভীৰতৰ বোধ কিজানি মানুহৰ জীৱনত আৰু একো নাই। যুগ যুগ জুৰি এই যে মানৱ সমাজৰ এক নীৰৱিচ্ছিন্ন সোঁত বৈ আছে, এয়া অকল নাৰী আৰু পুৰুষৰ প্ৰেমে জীয়াই ৰখা নাই; জীয়াই ৰাখিছে পিতৃ-মাতৃক সন্তানৰ সৈতে জড়িত কৰি ৰখা স্নেহ আৰু মমতাৰ বান্ধোনে। নহ'লে মানৱ সভ্যতাৰ ইতিহাস হ'লহেঁতেন বদ্ধ পুখুৰীৰ দৰে। যুগৰ লগত যুগৰ বান্ধোন আছে বাবেই সম্ভৱপৰ হৈছে সভ্যতাৰ বিকাশ।

ডাইভোৰ্ছতো হোৱাৰ কথা নাছিল! অথচ কেতিয়াবা কেনেকৈয়ে ঘটনাবোৰ আগবাঢ়ি যায়!

হয়তো এলিনাৰ জীৱনত এটা পৰিবৰ্তনৰ প্ৰয়োজন আছিল। সুদূৰ বিদেশৰ গতিময় জীৱনৰপৰা আহি অসমৰ সেই গভীৰ অৰণ্যৰ মাজৰ প্ৰাকৃতিক নিৰ্জনতাত হয়তো কিছুদিনৰ বাবে মুগ্ধ হ'ব পাৰি; কিন্তু সময়ৰ লগে লগে সেই নিৰ্জনতা, সেই একাকীত্বই একঘেয়েমিৰ ৰূপ লৈ ভয়াবহ কৰি তোলে দৈনন্দিন জীৱন।

সেয়েহে এলিনা ঋত্বিকৰ সৈতে বিদেশৰ নিজৰ ঘৰলৈ যোৱাৰ পিছত যেতিয়া বহুদিনৰ বাবে কোনো খবৰ নাহিল, মেহৰা চাহাব তেতিয়া আচৰিত হোৱা নাছিল। এনেকুৱা কিবা এটাই যেন এদিন হোৱাৰ কথা আছিল। বহুদিনৰ মূৰত খবৰ আহিছিল এলিনাৰপৰা;—সুখ নাথাকিলেও সুখৰেই কল্পনা কৰি তোমাৰ সৈতে ইমানদিন জীয়াই থকাৰ প্ৰয়াস কৰিছিলো। তোমালোকৰ দেশত যিকোনো দৈনন্দিন কামৰ দৰেই দাম্পত্য জীৱনো যেন এটা অভ্যাস মাত্ৰ। তুমিতো সকলো সময়তে কাম লৈয়েই ব্যস্ত। তোমালোকৰ ভাৰতীয় পুৰুষৰ ওচৰত নাৰীৰ কোনো দাম নাই। পত্নীৰ প্ৰেম যেন তোমালোকৰ জন্মাধিকাৰ। সমস্ত সম্পৰ্কৰ উষ্ণতা যে ভালপোৱাৰ প্ৰদীপ জ্বলাইহে আদায় কৰিব পাৰি, সেই কথা কোনো দিনে তোমালোকে অনুভৱ কৰাৰ প্ৰয়োজন বোধ কৰা নাই—

আজি ইমান দিনৰ মূৰত মেহৰা চাহাবৰ আকৌ মনত পৰিছে এলিনাৰ পৰা পোৱা সেই শেষ চিঠিৰ কথা। হয়তো এলিনাৰ কথাই সঁচা। তথাপি......

আকৌ শূন্য গিলাচটো তেওঁ পূৰাই ল'লে পানীয়ৰে। ওচৰৰে ট্ৰেইন লাইনেৰে ৰাতিৰ ৰেল পাৰ হৈ গৈছে মন্থৰ গতিত। বাহিৰত চহৰৰ কৃত্ৰিম



আলোক ৰাতিৰ আন্ধাৰৰ সৈতে একেলগে ঘূৰাপকা কৰিছে।

পুনৰ ফটোখনলৈ তন্ময় হৈ চাই ৰ'ল মেহৰা চাহাবে।

ডাইভোৰ্ছ হোৱাৰ তিনি বছৰৰ পিছত তৈল বিজ্ঞানৰ কিবা এটা ট্ৰেইনিঙৰ বাবে তেওঁ এবাৰ বিদেশলৈ গৈছিল। ৰাতিপুৱা লণ্ডন চহৰত বিমান অৱতীৰ্ণ হোৱাৰ কথা। মেহৰা চাহাবৰ বাবে লণ্ডন আচিনাকি নহয়; আগতেও তেওঁ ইয়ালৈ আহি গৈছে; কিন্তু সেই অহা আৰু এই অহাৰ মাজত যেন কিবা এটা পাৰ্থক্য আছে। সেইবাৰ লণ্ডন চহৰৰে কোনো এটা চুকত আছিল তেওঁৰ এসময়ৰ পত্নী এলিনা, আৰু কৈশোৰ আৰু যৌৱনৰ স্বপ্নৰে গঢ় দিয়া তেওঁৰেই শৰীৰৰ টুকুৰা ঋত্বিক।

জানে সেয়া অসম্ভৱ; লণ্ডন চহৰৰ এই জন-অৰণ্যৰ মাজত হেৰাই যোৱা এলিনা আৰু সোণালী চুলিৰ সেই কিশোৰৰ সৈতে হঠাতে দেখাদেখি হৈ যোৱাটো সম্ভৱ নহয়; তথাপি যদি এবাৰ, মাত্ৰ এবাৰৰ বাবে...। আৰু বিচাৰি উলিওৱাৰ অধিকাৰ জানো মেহৰা চাহাবৰ আছে? হৃদয়ৰ তাগিদাতকৈ সমাজৰ সম্বন্ধ যে অধিক শক্তিশালী সেই কথা গভীৰ বেদনাৰে মেহৰা চাহাবে জীৱনত বহুবাৰ উপলব্ধি কৰিবলৈ বাধ্য হৈছে।

বিমানৰ খিৰিকিৰে বাহিৰলৈ চাই আছিল মেহৰা চাহাবে। ধীৰে ধীৰে দৃশ্যমান হৈ আহিছিল প্ৰভাতী আলোকেৰে উদ্ভাসিত হৈ উঠা লণ্ডন চহৰ।

এই লণ্ডন চহৰতে আছে এলিনা—আৰু ঋত্বিক—

সেয়া বৈ গৈছে টেমছ নদী, পিকাডিলি চাৰ্কাছ, কুইনছ গেট, ব্লুমছবেৰি ষ্ট্ৰিট, ট্ৰাফালগাৰ স্কোৱাৰ, এয়াতো মেহৰা চাহাবৰ সকলো চিনাকি।

ধীৰে-ধীৰে অৱতীৰ্ণ কৰিলে বিমানে।

বাহিৰত ঠাণ্ডা বতাহ। কাষ্টমছৰ চেকিঙৰ পিছত কাঁচৰ দুৱাৰেৰে বাহিৰলৈ ওলাই গ'ল মেহৰা চাহাব। দুঘণ্টাৰ পিছত মেহৰা চাহাবৰ কনেকটিং ফ্লাইট।

পেনট্ৰিৰ ফালে আগুৱাই গৈ একাপ কফি ল'লে তেওঁ।

ঠিক সেই মুহূৰ্ততে যাদুমন্ত্ৰৰ বলত ঘটাৰ দৰে ঘটি গ'ল সেই অসম্ভৱ অকল্পনীয় ঘটনাটো।

স্তব্ধ হৈ গ'ল মেহৰা চাহাব। তেওঁৰ ভুল হোৱা নাই। তেওঁৰ সন্মুখত থিয় হৈ আছে—সেউজীয়া স্কাৰ্ট পৰিহিতা এয়া এলিনা; আৰু তেওঁৰেই জীৱনৰ স্বপ্ন—যৌৱনৰ সমস্ত অবুজ অনুভূতি আৰু অনাবিল প্ৰেমেৰে এলিনাৰ সাহচৰ্যত কোনো এক দেৱদুৰ্লভ সুগন্ধিক্ষণত গঢ়ি তোলা এক পবিত্ৰ দেৱদূত!

এলিনাৰ মুখত কোনো বিষন্নতা নাছিল। নাছিল উদাসীনতাও। অদ্ভুত সহজভাৱে সম্বোধন কৰিছিল চাৰি বছৰৰ বিৰতিৰ মূৰত মেহৰা চাহাবক।

—কি আচৰিত। তুমি ইয়াত?

একেই আশ্চৰ্যৰে মেহৰা চাহাবে কৈছিল,—একে কথাকে ময়ো ভাবিছোঁ। এলবাৰ্টাত ট্ৰেইনিং এটা আছে। দুঘণ্টাৰ পিছত কানেকটিং ফ্লাইট আছে।

মই ৰিচাৰ্ডৰ বাবে ৱেইট কৰিছোঁ। তুমি ৰিচাৰ্ডক লগ পোৱা নাই। এয়াৰলাইনছত কাম কৰে।

ঋত্বিককলৈ আঙুলিয়াই দি এলিনাই কৈছিল, ইয়'ৰ ছন। .........ঋত্বিক! ঋত্বিক ইয়'ৰ ডেডি।

মুহূৰ্তৰ বাবে কুণ্ঠিত হৈ ৰ'ল কিশোৰ; তাৰ পিছত অবিন্যস্ত একোছা সোণালী চুলিময় সেই কিশোৰৰ দুই ওঁঠত খেলি গ'ল পৃথিৱীৰ পবিত্ৰতম হাঁহি।

হাই ডেডি। ডু ইউ ৰিকগনাইজ মি?

সেই মুখৰ ফালে চাই চমকি উঠিল মেহৰা চাহাব। তেওঁৰ সন্মুখত তেওঁৰেই ল'ৰা। সঁচাকে থিয় হৈ আছে তেওঁৰেই ল'ৰা। এই পৃথিৱীৰ আঠবছৰীয়া কিশোৰ এজন যে ইমান সুন্দৰ হ'ব পাৰে, সেই কথা যেন মেহৰা চাহাবে কল্পনাই কৰিব পৰা নাছিল কোনো দিনে।

মন্ত্ৰমুগ্ধৰ দৰে আগবাঢ়ি গ'ল মেহৰা চাহাব।

তেওঁ গম পালে হৃদয়ৰ গভীৰতম প্ৰদেশত দীৰ্ঘদিনৰ অনাস্বাদিত, অবুজ, অনিৰ্বচনীয় এক অনুভূতিয়ে এই মুহূৰ্তত তোলপাৰ লগাই দিছে।

পৃথিৱীৰ কোনেও নুশুনাকৈ সমস্ত আবেগ, অনুভূতিৰে মেহৰা চাহাবৰ কবৰ মন গ'ল—তোৰ যেতিয়া জন্মই হোৱা নাছিল, তাৰো কিমান দিন আগৰপৰাই তই মোৰ চিনাকি। সেই সময়ত তই আছিলি মোৰ দুচকুৰ স্বপ্নত; অফিচৰ ব্যস্ততাৰ মাজৰ যিখিনি অৱকাশ আছিল, সেই অৱকাশখিনি তয়েইতো ভৰাই ৰাখিছিলি। জান ঋতু, এতিয়াও ৰাতি শুবৰ সময়ত মই সদায় পাওঁ তোৰ গাৰপৰা অহা বেবি পাউদাৰৰ গোন্ধ।

সেইবোৰ একোকে নকলে মেহৰা চাহাবে। কিশোৰৰ মূৰত হাত দি তেওঁ মাত্ৰ সুধিলে,—হাউ আৰ ইউ ঋতু? তুমি যেচ ডাঙৰ হ'লা!

কিমান দিনৰ মূৰত লগ পোৱা ডেডিৰ শৰীৰৰ গোন্ধ লবৰ বাবেই যেন ঋতু আগবাঢ়ি আহিল মেহৰা চাহাবৰ ওচৰলৈ।



ওচৰতে এলিনা। এলিনাৰ শৰীৰৰপৰা ভাহি আহিছে বিদেশী পাৰফিউমৰ গোন্ধ। ঋতুৰ সোণালী চুলিত হাত বুলাই দি মেহৰা চাহাবে অনুভৱ কৰিলে,—নিজৰ সন্তানৰ শৰীৰৰ গোন্ধৰ নিচিনা সুগন্ধ কিজানি পৃথিৱীৰ কোনো পাৰফিউমতে নাই।

প্ৰচণ্ড গৰ্জনেৰে সুবিশাল বিমান এখন সেই মুহূৰ্ততে অৱতীৰ্ণ কৰিছিল। এলিনাই কৈছিল,—সম্ভৱ ৰিচাৰ্ড আহিল!

মেহৰা চাহাবৰ দুচকুত চকু ৰাখি এলিনাই ক'লে—বাই, ছি ইউ এগেইন। আকৌ দেখা হ'ব। ঋত্বিক, ডেডিক গুড বাই কোৱা।

কণমানি হাতখন তুলি ঋতুৱে কৈছিল, —টা, টা ডেডি....।

কাউণ্টাৰৰ ওচৰত এক মুহূৰ্তৰ বাবে ঋত্বিক থমকি ৰৈছিল; পাছফালে মুখ ঘূৰাই অপলক কেইটামান মুহূৰ্ত স্থিৰ দৃষ্টিৰে সি চাই ৰৈছিল মেহৰা চাহাবৰ মুখলৈ; তাৰ পিছত কৈছিল,—ডেডি, আই মিছড ইউ ভেৰি মাচ। ৰিয়েলি।....

ঠিক সেই মুহূৰ্তত, সেই মুহূৰ্তত মেহেৰা চাহাবৰ অনুভৱ হৈছিল,—ইমান দিনে বুকুৰ গভীৰত গোট মাৰি থকা দুখ, অভিমান, স্নেহ আৰু মমতাৰ এটা টুকুৰাই ওপৰলৈ উজাই আহি যেন তেওঁৰ ডিঙিত সোপা মাৰি ধৰিব খুজিছে।

ক্ৰিং ক্ৰিং

ফোনটো আকৌ হঠাতে বাজি উঠিল।

চমকি উঠিল মেহৰা চাহাব। টেলিফোনৰ ক্ৰিং ক্ৰিং শব্দই মুহূৰ্ততে তেওঁক অতীতৰ সেই স্মৃতিৰ চহৰৰপৰা টানি লৈ আহিল বাস্তৱৰ পৃথিৱীলৈ।

বেছিকৈ খালে নেকি তেওঁ? মূৰটো ঝিমঝিম কৰিছে। শূন্য গিলাচটো টেবুলত থৈ ফোনটো তুলিলে বাঁওহাতেৰে।

মেহৰা স্পিকিং।

মই আকৌ ৰেডিঅ' ৰুমৰপৰা মহান্তিয়ে কৈছোঁ ছাৰ।

ইয়েছ?

দত্ত চাহাবে কৈছে, নাৰ্ছিং হোমৰ প্ৰয়োজন হ'লে তেওঁ কাইলৈ খবৰ দিব। এতিয়াই নালাগে।

এক মুহূৰ্তৰ বাবে মনে মনে থাকি মেহৰা চাহাবে ক'লে,—তথাপি ভুবনেশ্বৰ নাৰ্ছিং হোমত তুমি কৈ ৰাখিবা এটা ছিটৰ বাবে। এনেকুৱা

কেছত শেষ মুহূৰ্তত কিবা অসুবিধা হোৱাটো মই নিবিচাৰোঁ।

অ' কে' চাৰ।

আৰু শুনা। হোটেল প্ৰাচীত মেছেজ এটা ৰাখিবা,—অৰুণাভ চৌধুৰী যদি কাইলৈ ছুটিৰপৰা আহে, তেনেহ'লে মোক টেলিফোন কৰিব। কাইলৈ ৰাতিপুৱাই ফ্লাইট ৰিগলৈ কেইবজাত আছে?

আঠ বজাত।

ভায়া পাৰাদ্বীপ ৰাখিবা। প্ৰয়োজন হ'লে যাতে দত্তৰ ৰিলিভাৰ পাৰাদ্বীপলৈ যাব পাৰে।

পিছদিনা ৰাতিপুৱা ঠিক সাত বজাত ছুটিৰপৰা আহি অৰুণাভে হোটেল প্ৰাচীত প্ৰবেশ কৰিলে। এইবাৰৰ অৰুণাভ এক বেলেগ অৰুণাভ। এই ছুটিৰ সময়ছোৱাতে অৰুণাভে এক বেলেগ অনুভূতিৰে অনুৰাধাক হৃদয়ত স্থান দিছে। সদায় দেখি থকা, চিনাকি ছোৱালী এজনীক লৈ অন্য এক নিবিড় সম্বন্ধৰ কথা ভাবিবলৈ কেনেকুৱা লাজ লাজ লাগে! কলিকতাৰপৰা ট্ৰেইনেৰে আহি থাকোঁতেই অৰুণাভে যোৱা নিশা ঠিক কৰিছে—আজিয়েই সন্ধিয়া অনুৰাধাক ক'ব—এইবাৰ ছুটিত ডাঙৰ সিদ্ধান্ত এটা ল'লো। কম?

কৌতুক ভৰা চাৱনিৰে মুখলৈ চাই অনুৰাধাই সুধিব—কি?

তুমি যে বিয়া নকৰাওঁ নকৰাওঁ কৰি থাকা, এইবাৰ জোৰকৈ তোমাৰ বিয়া পাতি দিম বুলি ভাবিছোঁ।

বাঃ কি গাৰ্জেন ওলাইছে। কাৰ লগত?

অৰুণাভ চৌধুৰীৰ লগত।

বাঃ বাঃ হৈছে, তাতকৈ মই মহানদীত জাপ দি মৰিম।

সঁচা, অনু, ছিবিয়াছলি....

হোটেলৰ কাউণ্টাৰত স্কাৰ্ট পৰিহিতা এংলো মহিলাগৰাকী বহি আছে; দুচকুত তেওঁৰ এতিয়াও নিদ্ৰাৰ ৰেখা। অৰুণাভক দেখি তেওঁ হাঁহি মাৰি ক'লে,—গুড মৰ্নিং ইয়ং মেন? ছুটি কেনেকৈ কটালা?

বঢ়িয়া।

মেছেজ এটা আছে।

কাউণ্টাৰৰপৰা কাগজ এখন উলিয়াই ৰিছেপশ্যনিষ্ট গৰাকীয়ে অৰুণাভৰ হাতত দিলে। অহাৰ লগে লগে মেহৰা চাহাবে ফোন কৰিবলৈ কৈছে। ডায়েল কৰিলে অৰুণাভে হোটেল কোনাৰ্কৰ নাম্বাৰ। কাউণ্টাৰত কৈ সংযোগ



স্থাপন কৰিলে মেহৰা চাহাবৰ লগত। ভাহি আহিল মেহৰা চাহাবৰ কণ্ঠস্বৰ।

ওৱেলকাম বেক, অৰুণাভ। ছুটি নিশ্চয় ভালদৰে গ'ল।

ইয়েছ ছাৰ। ৰিগৰ খবৰ কি ছাৰ?

তৃতীয় আৰু শেষ খাদ প্ৰায় অন্তিম স্তৰত। বেছ উৎসাহজনক ৰিজাল্ট। তেল নহলেও গেছ ষ্ট্ৰাইক কৰাৰ প্ৰচুৰ সান্ত্বনা আছে। যদিহে ক্লিক কৰোঁ, দেখিবা উৰিষ্যাৰ মহানদী বেছিনত অন্য এক বোম্বে হাই। —বাই দি ৱে', তোমাক বিশেষ এটা কথাৰ কাৰণে বিচাৰিছিলো।

কওক ছাৰ।

মিছেছ দত্তৰ ডেলিভাৰিৰ সময়। আজিৰপৰা দত্তই ছুটি লৈছে। তুমি আজিয়েই পাৰাদ্বীপৰ চাৰ্জ লব লাগে। আই ন', তুমি টায়াৰ্ড। কিন্তু ট্ৰেইনি এজনক পাৰাদ্বীপৰ চাৰ্জ দিয়াৰ ইচ্ছা নাই।

ন' প্ৰব্লেম ছাৰ।

তেতিয়াহ'লে তুমি লৰালৰি কৰিব লাগিব। ৰাছ। আঠ বজাত হেলিকপ্টাৰৰ ফ্লাইট আছে। তুমি হোটেলত ফ্ৰে'ছ হৈ লৈ এয়াৰপ'ৰ্টলৈ যোৱা। অ' কে'?

অ' কে' ছাৰ।

তুমি দত্তৰ ঘৰত নহ'লে প'ৰ্টৰ গেষ্ট হাউছত থাকিব পাৰা। নতুন এৰিষ্ট্ৰ'কেট নামৰ হোটেলখনো অ'পেন কৰা হৈছে। তাতো থাকিব পাৰা।

থেংক ইউ ছাৰ। মই কিবা এটা মেনেজ কৰি লম।

ফোনটো থৈ হাতৰ ঘড়ীলৈ চালে অৰুণাভে। আঠ বাজিবলৈ প্ৰায় চল্লিছ মিনিট বাকী! দহ মিনিটৰ ভিতৰত ৰে'ডি হ'ব লাগিব। অন্ততঃ গাটো ধুই লোৱা উচিত।

অনুৰাধাৰ অফিচ এতিয়াও খোলা নাই। খুলিলে অন্ততঃ ফোন এটা কৰিব পৰা গ'লহেঁতেন। এতিয়া তাইৰ ঘৰলৈ যোৱাৰো প্ৰশ্ন নুঠে। পাৰাদ্বীপলৈ যোৱা মানে জানো আৰু কেতিয়া অহা হয়। পাৰাদ্বীপৰপৰাই অনুৰাধালৈ ফোন কৰিব লাগিব। নিজকে মানসিকভাৱে প্ৰস্তুত কৰি সিদ্ধান্ত এটাত উপনীত হোৱাৰ পিছৰপৰাই কেতিয়া অনুৰাধাক লগ পাব তাৰেই চিন্তাত অৰুণাভ বিভোৰ হৈ আছে।

মই মাত্ৰ দহ মিনিট লম। লাগেজ ইয়াতে থাকক। কাউণ্টাৰৰপৰা বিটো লৈ অৰুণাভ ৰুমলৈ গ'ল। পিছে তেওঁৰ দহ মিনিটো নালাগিল। বিমান

বন্দৰত উপস্থিত হোৱাৰ সময়ত আঠ বাজিবলৈ তেতিয়াও দহ মিনিট আছে।

গোটেই ৰাতি ট্ৰেইন জাৰ্নি কৰাৰ বাবে অৰুণাভৰ শৰীৰ এনেয়ে অৱশ লাগি আছিল....এই মুহূৰ্তত অলপ গভীৰ নিদ্ৰাৰ প্ৰয়োজন। কিন্তু মেহৰা চাহাবৰ নিৰ্দেশতো উপেক্ষা কৰিব নোৱাৰি!

চকু দুটা মুদি দিলে অৰুণাভে।

ৰূপালীৰ ডেলিভাৰিৰ সময়।

ভালেই লাগিল অৰুণাভৰ। হয়তো ইয়াৰ পিছত নীৰেন আৰু ৰূপালী সুখী হ'ব। কোনো এক বৰ্ষণমুখৰ ৰাতি অৰুণাভৰ সৈতে ঘটি যোৱা সেই ঘটনাৰ স্মৃতি বুকুৰ গভীৰত কঢ়িয়াই ফুৰাৰ হয়তো ৰূপালীৰ আৰু প্ৰয়োজন নহ'ব। এটা নতুন প্ৰাণৰ আগমনে হয়তো ভৰাই তুলিব নীৰেন আৰু ৰূপালীৰ মাজৰ শূন্যতা।

অৰুণাভে ঠিক কৰিলে পাৰাদ্বীপত নীৰেন দত্তৰ ঘৰলৈ গৈ অন্ততঃ এবাৰ খবৰ লোৱাটো উচিত হ'ব।

পাৰাদ্বীপত অৰুণাভক ড্ৰপ কৰি হেলিকপ্টাৰ গুচি গ'ল বিগলৈ। অৰুণাভে ফোন কৰি প'ৰ্টৰ গেষ্ট হাউছতে ৰুম এটা ঠিক কৰিলে।

স্থি-গল নামৰ ছাপ্লাই ব'টখন বিগত আছে। ভিক্টৰত ডিজেল ভৰাব লাগিব। নীৰেন দত্ত হয়তো ঘৰত আছে। অফিচৰ যাবতীয় নিৰ্দেশ দিয়াৰ পিছত অফিচৰপৰা ওলাই আহি গাড়ীত বহিল অৰুণাভ।

প্ৰথমতে গেষ্ট হাউছলৈ ব'লা। তাত লাগেজখিনি থৈ দত্ত চাহাবৰ ঘৰৰপৰা আহিম।

সমুদ্ৰৰ পাৰৰ ৰাস্তাৰে গাড়ী আগবাঢ়িল। সোঁফালে ৰৌদ্ৰদীপ্ত সমুদ্ৰ পৃষ্ঠ, মাজে মাজে বতাহত কঁপি থকা ঝাউবনৰ আঁৰত আদিবাসীৰ জুপুৰি ঘৰ। দূৰৈৰপৰাই চকুত পৰিছে সমুদ্ৰ উপকূলত থিয় হৈ থকা ছমহলীয়া বিল্ডিং তিনিটা।

এইফালে অৰুণাভ বহুদিন অহা নাই। কিয় জানো ইয়ালৈ আহিলেই কি এক অপৰাধবোধে অৰুণাভৰ মন ভাৰাক্ৰান্ত কৰি তুলিব খোজে!

গাড়ীৰপৰা নামি অৰুণাভে ওপৰলৈ দৃষ্টি নিক্ষেপ কৰিলে। চতুৰ্থ ফ্ল'ৰৰ বেলকনিত কোনো থিয় হৈ নাই।

লিফটত উঠি চতুৰ্থ ফ্ল'ৰৰ বুটাম টিপি দিলে অৰুণাভে।

নীৰেন দত্তৰ ঘৰ ভিতৰৰপৰা বন্ধ।



কলিং বেল টিপিলে অৰুণাভে।

কোনো সাৰ-সুৰ নাই।

আকৌ টিপিলে।

নিঃশব্দ।

কাঠৰ দুৱাৰত নক কৰিলে অৰুণাভে। এইবাৰ ভিতৰৰপৰা ভাহি আহিল নীৰেন দত্তৰ অস্বাভাৱিক স্বৰ—হু ইজ দ্যট? কোন?

মই, অৰুণাভ।

কেইবাটাও নিঃশব্দ মুহূৰ্ত পাৰ হৈ গ'ল। বাহিৰৰপৰাই অৰুণাভে অনুমান কৰিলে থৰক বৰককৈ কোনোবা বন্ধ দুৱাৰৰ কাষলৈ আগবাঢ়ি আহিছে।

সশব্দে দুৱাৰ খুলি দিলে নীৰেন দত্তই।

কি অদ্ভুত উদভ্ৰান্ত দৃষ্টি নীৰেনৰ দুচকুত। অবিন্যস্ত চুলি, মুখৰপৰা ভাহি আহিছে পানীয়ৰ তীব্ৰ গোন্ধ। চমকি উঠিল অৰুণাভ। ৰূপালী ঠিকে আছে তো? নে...

ড্ৰয়িংৰুমত খোলা পানীয়ৰ বটল এটা; কাচৰ গিলাচত এতিয়াও আধাখিনি পানীয়। দত্তই ড্ৰিংক কৰে বুলি অৰুণাভে জানে, কিন্তু এনেকৈ দিন দুপৰতে,—আৰু যি সময়ত ৰূপালীৰ শৰীৰ ভাল নহয়—।

ভিতৰলৈ সোমাই আহক চৌধুৰী। বেচ আনন্দ লাগিছে, সেয়েহে অলপ ড্ৰিংক কৰিছোঁ। আপুনিও অলপ?

ধন্যবাদ দত্ত। মই গৈ অফিচ কৰিব লাগিব।

মাত্ৰ এক চিপ। এক্কো নহয়।....এয়া লওক। লেট আছ চিলেব্ৰেট।

ৰূপালীৰ কেনে? শুনিলো—

তীক্ষ্ণ দৃষ্টিৰে অৰুণাভৰ দুচকুলৈ চাই নীৰেন দত্তই ফিচফিচাই কলে—জানে চৌধুৰী, ৰূপালী মোৰ পত্নী, ৰূপালীৰ এটা সন্তান হ'ব, কিন্তু কি আনন্দৰ কথা জানে? শুনিলে আপুনিও আনন্দত নাচি উঠিব।

অৰুণাভে অনুমান কৰিলে কিজানি ৰাতিৰপৰাই নীৰেন দত্তই ড্ৰিংক কৰি আছে। এই সময়ত নীৰেনৰ খবৰ লৈ একো লাভ নাই। কিন্তু নীৰেনৰ এই অস্বাভাৱিকতা কিয়? কিয় জানো এক অদ্ভুত লজ্জা, অপমান, অপৰাধবোধ আৰু অস্বস্তিয়ে অৰুণাভক মুহূৰ্ততে স্পৰ্শ কৰি গ'ল।

পানীয়ৰ গিলাচ এটা অৰুণাভলৈ আগবঢ়াই দি নীৰেন দত্তই ঘোৰ খোৱা জিভাৰে কৈ গ'ল, চিয়েৰছ চৌধুৰী। আনন্দৰ কথা কি জানে? সেই

সন্তানৰ পিতৃ মই নহওঁ। সঁচাকে।

এক অদ্ভুত স্তব্ধতাৰে অৰুণাভে চাই ৰ'ল প্ৰকাশ বিহীন, বৰফৰ দৰে শীতল দত্তৰ দুচকুলৈ। অস্ফুট স্বৰেৰে দত্তই ক'লে,—কওক চৌধুৰী, এটা কথা কওক। আৰু মাত্ৰ কেইদিনমানৰ পিছত এইখন ঘৰত এটা শিশুৱে অনবৰত কান্দি থাকিব; মোৰ সন্মুখতে ঘূৰি ফুৰিব। পৃথিৱীৰ সকলোৱে জানিব সেইটো মোৰ সন্তান; কিন্তু মইতো জানো মই তাৰ পিতৃ নহওঁ।

স্তব্ধ হৈ গ'ল অৰুণাভ।

ভৰিৰ তলৰপৰা নিৰ্দয়ভাৱে কোনোবাই কাঢ়ি লৈ গৈছে পৃথিৱী। বতাহৰপৰাও কাঢ়ি নিছে সমস্ত অম্লজান। হৃৎপিণ্ড যেন স্তব্ধপ্ৰায়।

সেই মুহূৰ্ততে বেডৰুমৰপৰা ভাহি আহিল ৰূপালীৰ কাতৰ কণ্ঠস্বৰ।

দুয়োজন চমকি উঠিল। কোন প্ৰথমতে যাব বেডৰুমলৈ! □

## বত্ৰিশ

## প্ৰতিটো শিশুৱেইতো দেৱদূত; স্বৰ্গৰ ফুলনিৰপৰা সিহঁত পৃথিৱীলৈ নামি আহে

জীৱনৰ মধুৰতম স্বপ্নৰ মুখামুখি হোৱাৰ সময় সমাগত ৰূপালীৰ।

তলপেটত বৈ বৈ আৰম্ভ হোৱা অসহ্য যন্ত্ৰণা শেষ মুহূৰ্তলৈ ৰূপালীয়ে অকলে নীৰৱে সহ্য কৰি যোৱাৰ প্ৰতিজ্ঞা কৰিছিল। নাই, ৰূপালীক কাৰো সহায়ৰ প্ৰয়োজন নাই। নিজৰ শৰীৰৰ ভিতৰৰ সেই নাড়ীলগ্ন প্ৰাণৰ জন্ম দিব ৰূপালীয়ে অকলে; নিজে। এই এটা মাত্ৰ স্বপ্নময় মুহূৰ্তৰ বাবেইতো তিলতিলকৈ যোৱা কেইবাটাও মাহ অপৰিসীম সাহসেৰে ৰূপালীয়ে নিজকে প্ৰস্তুত কৰিছে!

আকৌ যন্ত্ৰণা!

শৰীৰৰ ভিতৰৰ সেই অসূৰ্য স্পৰ্শিত প্ৰাণময় টুকুৰাটোৱে হয়তো পৃথিৱীৰ পোহৰ চাবৰ বাবে উত্ৰাৱল হৈ উঠিছে।

যন্ত্ৰণাত দুই চকু মুদি দিলে ৰূপালীয়ে।



ড্ৰয়িংৰুমৰপৰা ভাহি আহিছে কাৰোবাৰ শব্দ। ৰূপালীয়ে বুজি নোপোৱাকৈ কোনে সৰু সৰুকৈ কথা পাতিছে। কাৰ সেই অসংলগ্ন কণ্ঠস্বৰ ধীৰে ধীৰে ক্ষীণ হৈ আহিছে?

আঃ!

দাঁত চেপি বন্ধ কৰি ৰাখিব খোজা এটা অস্ফুট গেঙনিৰ শব্দ শুকান ওঁঠৰ ফাকেৰে ওলাই আহিব খুজিছে।

বেডৰুমৰপৰাই ৰূপালীয়ে স্পষ্ট শুনিবলৈ পাইছে বেৰৰ সেইফালৰপৰা ভাহি অহা মানুহৰ কণ্ঠস্বৰ। নাই, তাইক কোনেও ফাঁকি দিব নোৱাৰে। ঠিক বুজি পাইছে তাই। সকলোৱে মিলি ষড়যন্ত্ৰ কৰিছে,—এই যে যোৱা দহ মাহ ধৰি হৃদয়ৰ সমস্ত স্নেহ আৰু মমতাৰে তাই শৰীৰৰ ভিতৰত ৰক্তমাংসৰ কণমাণি টুকুৰা এটা লুকুৱাই ৰাখিছে, সকলোৱে ষড়যন্ত্ৰ কৰিছে এই টুকুৰাটো পৃথিৱীৰ পোহৰ দেখাৰ আগতেই তাইৰপৰা কাঢ়ি নিবলৈ।

ওহোঁ, ৰূপালীয়ে নিদিয়ে।

প্লিজ, নীৰেন, এই কণমাণিটোক পৃথিৱীৰ পোহৰ চাবলৈ দিয়া। প্ৰতিটো শিশুৱেইতো দেৱদূত, স্বৰ্গৰ ফুলনিৰপৰা সিহঁত পৃথিৱীলৈ নামি আহে। সিহঁতৰ শৰীৰত জানো পাপ থাকিব পাৰে।

প্লিজ, নীৰেন!

আঃ!

তীব্ৰ দৃষ্টিৰে অৰুণাভে নীৰেন দত্তৰ মুখলৈ চালে। দত্তৰ হাতত এতিয়াও শূন্যপ্ৰায় পানীয়ৰ গ্লাচ, অলপ আগতে উত্তেজনাত ৰঙা পৰি উঠা মুখত এতিয়া বিস্ময়কৰ নিৰ্লিপ্ততা।

বেডৰুমৰপৰা পুনৰ ভাহি আহিল ৰূপালীৰ অস্ফুট গেঙনিৰ শব্দ। মুহূৰ্ততে অৰুণাভে নিজকে স্থিৰ কৰি ল'লে। জীৱনত কিছুমান মুহূৰ্ত আহে যেতিয়া কৃতকৰ্মৰ কথা বিশ্লেষণ কৰাৰ অৱকাশ নাথাকে। কাৰ্যপন্থা তেতিয়া নিয়ন্ত্ৰণ কৰে বৰ্তমানে।

দত্ত!

অৰুণাভে আকৌ নীৰেন দত্তৰ চকুলৈ চালে। দত্তৰ দুচকুত অপলক নীৰৱতা।

দত্ত, ৰূপালীয়ে জন্ম দিবলৈ ওলোৱা সন্তানৰ পিতৃ কোন তাৰ বিচাৰ কৰাৰ সময় এতিয়া নহয়। ৰূপালীক ইমিডিয়েটলি হস্পিটেললৈ নিয়াৰ প্ৰয়োজন।

ৰূপালী আৰু সন্তানৰ জীৱনৰ খাতিৰত। প্লিজ, দত্ত।

সেই একেই হিমশীতল দৃষ্টি নীৰেন দত্তই অৰুণাভৰ মুখৰ ওপৰত থলে।

সাগৰৰ ফালৰপৰা অহা বতাহত বেলকনিৰ দুৱাৰখন সশব্দে খুলি গ'ল। এচাটি শীতল বতাহ ভিতৰলৈ সোমাই আহিল। অৰুণাভে সাগৰৰ তেজাল বতাহেৰে হাওঁফাওঁ পূৰাই ল'লে।

এক মুহূর্তৰ বাবে দত্তৰ দুচকুৰ ওপৰেৰে কিবা এটা খেলি গ'ল। দত্তই ক'লে—ৰূপালী আৰু সন্তানৰ বাবে আপুনি ইমান চিন্তিত হৈছে কিয়! আৰু যদি ইমানেই চিন্তা হৈছে, তেন্তে আপুনিয়েইতো লৈ যাব পাৰে!

দত্তৰ প্ৰতিটো শব্দৰ লগতে উফৰি আহিল পানীয়ৰ উৎকট গোন্ধ। বেডৰুমৰ ভিতৰত ৰূপালীৰ চেপি ৰখা ক্ৰন্দন ধ্বনি। অকণো দ্বিধা আৰু সংকোচ নোহোৱাকৈ অৰুণাভে জীৱনৰ চৰম সিদ্ধান্ত লৈ ল'লে। জড়তাহীন স্বৰেৰে অৰুণাভে ক'লে—জানো দত্ত, আপুনি মনত অপৰিসীম আঘাত পাইছে; কিন্তু ঘটি যোৱা ঘটনা এটা অস্বীকাৰ কৰিলেই জানো নঘটা হৈ যাব? ভুল হওক, শুদ্ধ হওক নিজে কৰা প্ৰতিটো কাৰ্যৰ দায়িত্ব প্ৰতিজন মানুহে নিজেই ল'ব লাগিব। ৰূপালীৰ আৰু ৰূপালীৰ...সকলো দায়িত্ব লবলৈ মই প্ৰস্তুত আছোঁ। দত্ত, আপুনি নিনিলেও ৰূপালী হস্পিটেললৈ যাব।

অৰুণাভে আৰু পলম নকৰিলে।

এনেয়ে ভেজা দি ৰখা বেডৰুমৰ দুৱাৰত নক কৰি তেওঁ দুৱাৰখন ঠেলি দিলে। ৰূপালীৰ উপস্থিতিত দ্বিতীয়বাৰৰ বাবে এইটো কোঠাত অৰুণাভে প্ৰবেশ কৰিছে।

বতাহত কঁপি থকা পৰ্দাখন আঁতৰাই দি অৰুণাভে চাই ৰ'ল: সন্মুখত ওপৰলৈ মুখ কৰি বিছনাত পৰি আছে অৰ্ধচেতন ৰূপালী; সমস্ত মুখত যন্ত্ৰণাৰ ৰেখা; সোতমোচ খাই আছে শুধবগা বিছনাৰ চাদৰ, অবিন্যস্ত শাৰীৰে ঢাক খাই আছে স্ফীত উদৰ।

ৰূপালী!

স্প্ৰিঙৰ দৰে, শায়িতা ৰূপালীৰ শৰীৰৰ ওপৰেৰে এটা কম্পন পাৰ হৈ গ'ল। দুচকু বিস্ফাৰিত কৰি ৰূপালীয়ে এবাৰ মাত্ৰ অৰুণাভৰ মুখলৈ চালে; হাজাৰ তৰাৰ আকুতিৰে ভৰি আছে সেই দুচকুৰ দৃষ্টি। সমস্ত শৰীৰ আন্দোলিত কৰি ৰূপালীৰ দুৰু দুৰু বুকুৰ গভীৰৰপৰা ভাহি আহিল এক



অনিয়ন্ত্ৰিত, অসহায় ক্ৰন্দন ধ্বনি।

বিছনাৰ ওপৰলৈ আগবাঢ়ি গ'ল অৰুণাভ। এক মুহূর্তৰ বাবে সামান্য দ্বিধা;—তাৰ্‌পিছতে নিজকে সংযত কৰি অৰুণাভে দৃঢ়তাৰে হাত থলে ৰূপালীৰ মূৰত।

বলা ৰূপালী, এই মুহূর্তত তুমি হস্পিটেললৈ যোৱাটো প্ৰয়োজনীয়।

দুই হাতেৰে অৰুণাভৰ হাতখন খামুচি ধৰি ৰূপালীয়ে ব্যগ্ৰতাৰে সুধিলে,—কোৱা অৰুণাভ তুমি এই শিশুৰ কোনো অপকাৰ নকৰা, তাক জীয়াই থাকিবলৈ দিবা—

অৰুণাভে ৰূপালীৰ বহল ভয়াৰ্ত দুচকুলৈ চালে। তেওঁৰ সেই দৃষ্টিত কিজানি গভীৰ মমতাৰে ভৰা কিবা এটা আশ্ৰয়ৰ ঠিকনা আছিল। ৰূপালীয়ে দ্বিতীয় বাৰৰ বাবে আৰু কোনো প্ৰশ্ন নকৰিলে।

কোনো ৰকমে অৰুণাভে ৰূপালীক তললৈ নি অপেক্ষাৰত গাড়ীত বহুৱাই দিলে। ৰূপালীৰ মুখত তেতিয়াও স্পষ্টহৈ আছে যন্ত্ৰণাৰ ৰেখা।

গাড়ী ষ্টাৰ্ট দিবৰ সময়ত অৰুণাভৰ চকুত পৰিল ওপৰৰপৰা লিফটেৰে তললৈ নামি আহিছে নীৰেন দত্ত। মুখ অভিব্যক্তিহীন। যেন ক'তো একো ঘটা নাই, তেনেকুৱা সহজ, সাৱলীল ভংগীমাৰে গাড়ীৰ দুৱাৰ খুলি ৰূপালীৰ ওচৰত নীৰেন দত্ত বহি পৰিল। তাৰ পিছত তেওঁ ড্ৰাইভাৰক নিৰ্দেশ দিলে,—হস্পিটেললৈ বলা। জলদি।

অৰুণাভে নীৰেন দত্তৰ চকুলৈ চালে। সেই চকু যেন দৃষ্টিহীন।

পাৰাদ্বীপ বন্দৰৰ হস্পিটেলখন নতুনকৈ নিৰ্মিত হৈছে। অভিজ্ঞ ডাক্তৰৰ এতিয়াও অভাৱ। অলপ জটিল ৰোগ হ'লেই এতিয়াও কটকৰ মেডিকেল কলেজলৈ কেছবোৰ ৰেফাৰ কৰা হয়।

হস্পিটেল চৌহদৰ ভিতৰত গাড়ী সোমাল। কেবিন পাবলৈ অসুবিধা নহ'ল। আদ বয়সীয়া নাৰ্ছ এজনী ব্যস্ততাৰে কৰিড'ৰেৰে আগবাঢ়ি গৈছে।

অপাৰেশ্যন থিয়েটাৰৰ ওচৰৰ কৰিড'ৰত কেইবাজনো উৎকণ্ঠিত লোক থিয় হৈ আছে, হয়তো ভিতৰত কোনো পেছেন্টৰ কিবা অপাৰেশ্যন হৈছে। বন্ধ দুৱাৰৰ ঠিক ওপৰতে ৰঙা সংকেত জ্বলি আছে।

হস্পিটেলৰ আনটো মূৰৰপৰা সুদীৰ্ঘ কৰিড'ৰেৰে কম বয়সীয়া ডাক্তৰ এজন নাৰ্ছৰ পাছে পাছে আগবাঢ়ি আহিছে। কেবিনত সোমোৱাৰ আগে আগে এক মুহূর্তৰ বাবে প্ৰশ্নবোধক দৃষ্টিৰে তেওঁ একেলগে অৰুণাভ আৰু

নীৰেন দত্তৰ মুখলৈ চালে। অৰুণাভে এনেয়ে দত্তলৈ দেখুৱাই ক'লে,—এখেত দত্ত, দত্তৰ মিছেছ।

পলম নকৰাকৈ ডাক্তৰ কেবিনৰ ভিতৰলৈ গ'ল। বন্ধ দুৱাৰৰ বাহিৰত অপেক্ষা কৰি ৰ'ল অৰুণাভ আৰু নীৰেন দত্তই। ভিতৰত দত্তৰ মিছেছ আৰু অৰুণাভৰ অনাগত সন্তানৰ মাতৃ—একেজনী নাৰী—ৰূপালীয়ে জীৱনৰ মধুৰতম মুহূৰ্তৰ বাবে অলেখ যন্ত্ৰণা আৰু উৎকণ্ঠাৰে অপেক্ষা কৰি আছে।

ঠিক সেই মুহূৰ্ততে, সেই পৰম উৎকণ্ঠিত ক্ষণত অৰুণাভৰ অনুভৱ হ'ল—পৃথিৱীৰ সমাজে গম নোপোৱাকৈ তেওঁ পিতৃ হোৱাৰ সময় সমাগত। কিয় জানো কিবা এক অবুজ আবেগত অৰুণাভৰ হুকহুকাই কান্দিবৰ মন গ'ল। পৃথিৱীৰ প্ৰতিজন মানুহকে চিঞৰি চিঞৰি জনাবৰ মন গ'ল—এই যে বন্ধ কেবিনৰ ভিতৰত এজনী নাৰীয়ে আকুল আগ্ৰহেৰে এটা প্ৰাণৰ জন্ম মুহূৰ্তলৈ অপেক্ষা কৰি আছে, সেই প্ৰাণত সঞ্চাৰিত হৈ আছে অৰুণাভৰ তেজৰ পৰিচয়।

কেবিনৰ ভিতৰৰপৰা ডাক্তৰ ওলাই আহিল। ফলছ পেইন। এতিয়া কেবিনত অবজাৰভেশ্যনত থাকক। সকলো নৰ্মেল। চিন্তাৰ কাৰণ নাই। মই আছোঁ।—দৰকাৰ হ'ব নালাগে, তথাপি একে ব্লাড গ্ৰুপৰ কোনোবা থকা ভাল, ইন কেছ যদি তেজ দিবলগীয়া হয়। মিষ্টাৰ দত্ত আপুনি এক মিনিট মোৰ লগত আহিব নে?

ডাক্তৰক অনুসৰণ কৰিলে নীৰেন দত্তই। অৰুণাভৰ অনুভৱ হ'ল ডাক্তৰৰ লগত ৰূপালীৰ বিষয়ে সবিশেষ আলোচনা কৰাৰ যেন তেওঁৰ অধিকাৰ নাই। জীৱনত এই প্ৰথমবাৰৰ বাবে অৰুণাভে হৃদয়ংগম কৰিলে—অধিকাৰবোধৰো সীমা থাকে আৰু সেই সীমা নিয়ন্ত্ৰণ কৰে সামাজিক সমৰ্থনে, হৃদয়ৰ তাগিদাই নহয়।

মাজতে অৰুণাভে অফিচৰপৰা এপাক মাৰি আহিল। ছিগল নামৰ ছাপ্লাই জাহাজখন বাৰ্থত লাগি আছে; তেল ডিপোৰপৰা তেলৰ যোগান চলি আছে। ছেকেণ্ড ছিফ্টত থকা কেৰাণীজনক 'মোক প্ৰয়োজন হ'লে হস্পিটেলত খবৰ দিবা' বুলি কৈ অৰুণাভ পুনৰ হস্পিটেল পালেহি।

কেবিনৰপৰা ৰূপালীক যেতিয়া লেবাৰ ৰুমলৈ লৈ গ'ল, সময় তেতিয়া ৰাতি এঘাৰ বাজি গৈছে। জীৱনৰ এনেকুৱা মুহূৰ্ততে ভাব হয়,—পৃথিৱীৰ সকলো কাৰ্য নিয়ন্ত্ৰণ কৰাৰ ক্ষমতা ভগৱানে যেন অকৃপণ হাতেৰে তুলি



দিছে ডাক্তৰৰ হাতত। এনেকুৱা সময়ত অৰুণাভৰ পিছৰ জনমত ডাক্তৰী পঢ়াৰ বাবে প্ৰতিজ্ঞা কৰিবলৈ মন যায়।

যান্ত্ৰিক গতিৰে এজনী নাৰ্ছে এটা কেবিনৰপৰা আন এটা কেবিনলৈ অহা-যোৱা কৰি আছে। ডাক্তৰ আৰু নাৰ্ছবিলাকৰ হৃদয়ত কোনো অনুভূতি, কোনো উৎকণ্ঠা নাথাকে নেকি?—অৰুণাভে ভাবিলে।

তেজ দিবলৈ লৈ অনা প্ৰফেশ্যনেল ডনৰ দুজনে নিৰুদ্বেগভাৱে কৰিড'ৰৰ আনটো মূৰৰ বেঞ্চ এখনত বহি বহি টোপনিয়াই আছে।

বাহিৰত থিয় হৈ নীৰেন দত্তই যেন বহুত দিন আকাশ দেখা নাই, তেনে এক ভংগীমাৰে আকাশৰ ফালে তন্ময় হৈ চাই আছে। বন্দৰৰপৰা কোনোবা জাহাজৰ উকি ভাহি আহিছে ৰাতিৰ নীৰৱতা ভংগ কৰি। অৰুণাভৰ এনেকুৱা লাগিল যেন বহুত দূৰৰপৰা কোনোবাই কাৰোবাক হাত বাউল দি মাতিব লাগিছে। তেওঁৰ বুকুখন কঁপি উঠিল মুহূৰ্তৰ বাবে। তেওঁৰ হাতৰ ঘড়ীলৈ চালে। এঘন্টাৰো অধিক সময় লেবাৰ-ৰুমত পাৰ হৈ গৈছে?

অৱশেষত দুৰ্বহ যন্ত্ৰণাৰ অৱসান ঘটাই, নাড়ী ছিঙি, শৰীৰ অৱশ কৰি, ৰূপালীৰ শৰীৰৰপৰা নামি গ'ল প্ৰাণৰ পৰিচয় লৈ ইমান দিনে জোনটোৰ দৰে বাঢ়ি অহা সেই ৰক্তমাংসৰ টুকুৰা।

আদ বয়সীয়া নাৰ্ছ এজনী ব্যস্ত হৈ ওলাই আহিল লেবাৰ ৰুমৰপৰা—মিঠাই আনিব লাগে। দেউতাক ক'ত?

কিবা এটা সুধিবলৈ লৈও অৰুণাভে থমকি ৰ'ল। কোনো প্ৰশ্ন বা উত্তৰলৈ অপেক্ষা নকৰাকৈয়ে নাৰ্ছজনী কৰিড'ৰেৰে আগবাঢ়ি গ'ল।

অলপ পিছতে লেবাৰ-ৰুমৰপৰা ওলাই আহিল ডাক্তৰ—কংগ্ৰেচুলেশ্যন মিষ্টাৰ দত্ত। ল'ৰা। আঠ পাউণ্ড।

ঠিকে আছে নে?

কেঁচুৱা ঠিকে আছে। মাকৰ অলপ ব্লিডিং হৈ আছে। ড'ন্ট ৱ'ৰি। নাথিং ছিৰিয়াছ।

অৰুণাভৰ ভাব হ'ল যেন তেওঁ এতিয়াই লেবাৰ-ৰুমৰ দুৱাৰ খুলি ভিতৰলৈ সোমাই যাব আৰু এবাৰ মাত্ৰ স্পৰ্শ কৰি চাব সদ্য জন্মপ্ৰাপ্ত সেই কুসুম-কোমল শৰীৰ।

ষ্ট্ৰেচাৰত তুলি যেতিয়া লেবাৰ-ৰুমৰপৰা ৰূপালীক লৈ অহা হ'ল, তেতিয়াও ৰূপালী অৰ্ধচেতন অৱস্থান। তলপেটত এতিয়াও কি এক অসহ্য যন্ত্ৰণা

ৰৈ ৰৈ ৰূপালীৰ অনুভৱ হ'ব খোজে, আকৌ তাই হেৰাই যায় চেতনাৰ সিপাৰৰ গভীৰ অন্ধকাৰৰ মাজত।

শেষ ৰাতিলৈ নিজৰেই ৰক্তৰ স্ৰোতত যেন ভাহি যাব লাগিছে ৰূপালী। পাৰ ভাগি অহা নদীৰ দৰে শৰীৰৰ কোনোবা যন্ত্ৰণাময় উৎসৰপৰা যেন ভাহি আহিছে ৰক্তৰ অবিৰাম কলধ্বনি।

ডুবি যাব লাগিছে—পৃথিৱীৰ কোনেও নজনাকৈ, মধুৰতম স্বপ্নৰ সেই মুখ এবাৰো নোচোৱাকৈ, সেই স্বৰ্গৰ ফুল এবাৰো স্পৰ্শ নকৰাকৈ ডুবি যাব লাগিছে ৰূপালী এক ৰক্তৰ সাগৰত। ৰক্তৰ স্ৰোতত যেন উটি যাব লাগিছে অয়েল ক্লথৰ ওপৰত পাৰি দিয়া শুধ বগা চাদৰ।

তুমি কোন?

মই ৰূপালী।

তুমি ৰূপালী? মই তেনেহ'লে কোন?

তুমিও ৰূপালী। তুমি মিছেছ নীৰেন দত্ত আৰু মই এই মাত্ৰ জন্ম দিয়া সন্তানৰ মাতৃ।

মই এবাৰ চুই চাম সেই শিশু। ক'ত আছে সি! তাক জীয়াই থাকিবলৈ দিয়া; প্লিজ প্লিজ, তাক জীয়াই থাকিবলৈ দিয়া।

কুঁৱলীৰে ভৰা কোনো ছায়াচ্ছন্ন নদীৰ উপত্যকাত যেন হেৰাই গ'ল সেই নাৰী।

হস্পিটেলৰ চৌপাশে মৃত্যুশীতল থমথম নীৰৱতা। কৰিড'ৰৰ এচুকৰ একেখন বেঞ্চতে গভীৰ উৎকণ্ঠাৰে গোটেই নিশা বহি ৰ'ল অৰুণাভ আৰু নীৰেন দত্ত। প্ৰফেশ্যনেল ডনৰ দুজন গুচি গৈছে অৰ্থৰ বিনিময়ত। ৰক্ত দান কৰি।

শেষ ৰাতি দ্ৰুত গতিত ৰূপালীৰ কেবিনৰ ভিতৰত প্ৰৱেশ কৰিলে ডাক্তৰে। মুহূৰ্তৰ বাবে কিবা এটা ব্যস্ততা। অলপ পিছতে ষ্ট্ৰেচাৰত তুলি অপাৰেশান থিয়েটাৰলৈ লৈ যোৱা হ'ল ৰূপালীৰ দেহ নিশ্চল!

ইণ্টাৰনেল হেমোৰেজ। ব্লিডিং বন্ধ হোৱা নাই।

অপাৰেশ্যন কৰিব লাগিব নেকি?

খুব সম্ভৱ।

নীৰেন দত্ত আৰু অৰুণাভৰ মুখৰ সম্মুখতে বন্ধ হৈ গ'ল অপাৰেশ্যন থিয়েটাৰৰ দুৱাৰ। ৰক্তবৰ্ণ সংকেত জ্বলি উঠিল দুৱাৰৰ ওপৰত। অৰুণাভে



দত্তৰ মুখলৈ চালে। ভাব হ'ল—দুয়োৰে মাজতে যেন থিয় হৈ আছে একজেনী নাৰী—ৰূপালী।

ৰাতিৰ নিস্তব্ধতা ভাঙি আকৌ দূৰৈৰপৰা ভাহি আহিছে কোনোবা বিদেশী জাহাজৰ সেই সুদীৰ্ঘ উকি। কি সুতীক্ষ্ণ অথচ গমগম সেই উকিৰ শব্দ!

ৰাতিৰ বতাহো স্থবিৰ। অন্ধকাৰাচ্ছন্ন গছৰ পাত কম্পনবিহীন। খটখট শব্দ কৰি মৃত্যুদূতৰ দৰে হস্পিটেলৰ চকিদাৰটোৱে মাজে মাজে এনেয়ে বাহিৰত টহল দি আছে। জেনেৰেল ৱাৰ্ডৰপৰা কোনোবা পেছেণ্টৰ গেঙনিৰ শব্দ ভাহি আহিছে।

লাহেকৈ অপাৰেশ্যন থিয়েটাৰৰ দুৱাৰ খুলি নাৰ্ছ এজনী ওলাই আহিল। বাট ভেটি ধৰি অৰুণাভে সুধিলে,—কেনেকুৱা?

হেমোৰেজ এতিয়াও বন্ধ হোৱা নাই।

অপাৰেশ্যন হ'ল নেকি?

নাই। এতিয়াও তেজ দি আছে।

জ্ঞান আছে নে নাই।

এতিয়া নাই।

ক'মা?

তেনেকুৱাই। খুব ডিপ ক'মা নহয়। মাজে মাজে ছেন্স অহাৰ নিচিনা হৈ আছে।

কিবা কৈছে নেকি?

স্পষ্ট বুজা নাযায়। ডেলিৰিয়ামৰ নিচিনা। এটা কথাকে...

কি কথা?

বোধকৰোঁ কিবা এটা শ্বক, ইনছিকিঅ'ৰড ফিল কৰিছে।...বেবিটোক নামাৰিবা। তাক জীয়াই থাকিবলৈ দিয়া।

কলিজাৰ ভিতৰত এক গভীৰ ক্ৰন্দন-ধ্বনি অনুৰণিত হ'ল অৰুণাভৰ। ৰূপালীৰ ওচৰলৈ গৈ তেওঁৰ ক'বৰ মন গ'ল—ৰূপালী চোৱা, মই কৈছোঁ, প্ৰতিশ্ৰুতি দিছোঁ, তুমি ভাল হৈ উঠা, আমি একেলগে ডাঙৰ কৰিম এই শিশুক।

ইলাষ্টিকৰ দৰে যেন বাঢ়ি গৈ আছে সময়। ঘড়ীলৈ চালে অৰুণাভে—ৰাতিপুৱা চাৰি বাজি বিছ মিনিট।

কেৰেক্‌কৈ শব্দ কৰি অপাৰেশ্যন থিয়েটাৰৰ দুৱাৰখন খুলি গ'ল। মুখ

ঘূৰাই একেলগে চালে অৰুণাভ আৰু নীৰেন দত্তই।

ভিতৰৰপৰা ওলাই অহা ক্লান্ত ডাক্তৰৰ মুখলৈ চাই কিয় জানো অৰুণাভৰ ভাব হ'ল—সেই মুখত যেন কাৰোবাৰ ৰক্তহীন, বিবৰ্ণ, মৃত্যুশীতল মুখাৱয়বৰ প্ৰতিবিম্ব ভাহি উঠিছে।

শেষ ৰাতিৰ আন্ধাৰত তেতিয়াও পৃথিৱী ডুব গৈ আছে।□

## তেত্ৰিশ

## মানুহৰ শৰীৰ
## পৃথিৱীৰ পবিত্ৰতম কবিতা

পৃথিৱীৰ কোনো সম্বন্ধয়েই চাগে' কেতিয়াও যুগমীয়া নহয়। অথচ সকলো মানুহৰ জীৱনত এনেকুৱা কিছুমান সময় থাকে, তেতিয়া এনেকুৱা লাগে যেন কাৰোবাৰ ওচৰত জীৱনভৰ নাথাকিলেই এই পৃথিৱী অৰ্থহীন হৈ যাব।

স্কুল আৰু কলেজত থাকোঁতে ৰেমি, ডলী, লিপিহঁতৰ লগত অনুৰাধাৰ এনেকুৱা সম্বন্ধ আছিল যে দেখি ভাব হৈছিল যেন এজনীৰ অইন কোনো ঠাইলৈ বিয়া হৈ গ'লে আনজনীয়ে আত্মহত্যা কৰিব।

মনত পৰিলে অনুৰাধাৰ এতিয়া হাঁহি উঠি যাব খোজে। লিপিজনী যে স্কুলত থাকোঁতে ইমান পেনপেনীয়া আছিল! অনুৰাধাহঁতৰ ঘৰৰপৰা মাত্ৰ এক কিল'মিটাৰ আঁতৰত ঘৰ, তথাপি দিনটোত অনুৰাধালৈ এখন চিঠি নিলিখিলেই নহয়।

সেই লিপিৰ বিয়াৰ পিছত খবৰেই নাই। এতিয়া কানপুৰত থাকে বুলি অনুৰাধাই শুনিছে। গিৰিয়েকে এয়াৰফ'ৰ্চত কাম কৰে। যোৱাবাৰ পূজাত আহিছিল। অনুৰাধাক দেখাই নকৰিলে।

আৰু ৰেমি?

বিয়াৰ পিছত কিমানদিনৰ মূৰত যে সিদিনা দেখা হ'ল। অনুৰাধাৰ কোনো খবৰেই নল'লে; লগ পোৱাৰ গোটেই সময়খিনি গিৰিয়েকৰ গুণৰ কথা বকবকাই থাকোঁতেই গ'ল,—যেন পৃথিৱীত তাইৰ গিৰিয়েকতকৈ ভাল ল'ৰা আৰু কোনোৱেই নাই।



খং উঠি যাব খোজে অনুৰাধাৰ। সেইকাৰণে আগৰ বান্ধৱীহঁতৰ অনুৰাধাই কোনো খবৰেই নাৰাখে। সকলোৱে নিজৰ নিজৰ সংসাৰ হৈছে, সকলোৱে নিজৰ পছন্দৰ ল'ৰা পাইছে, সকলো সুখেৰে থাকক। অনুৰাধাৰ উপযাচি আন্তৰিকতাৰ পৰিচয় দিবলৈ গৈ অপমানিত হোৱাৰ কোনো দৰকাৰ নাই।

কালি অফিচত চন্দনাই কৈছে গিৰিয়েকৰ সৈতে অৰ্পি পুৰীলৈ ফুৰিবলৈ আহিছে। সাতদিনমান ভুবনেশ্বৰত থাকিব। অৰ্পিয়ে অনুৰাধাহঁতৰ লগত একেলগে অফিচত কাম কৰিছিল। যোৱা বছৰ কলিকতাৰ ল'ৰা এজনৰ লগত তাইৰ বিয়া হৈ গৈছে। প্ৰেম-বিবাহ। এডভাৰ্টাইজিং এজেন্সি এটাত কাম কৰে ল'ৰাটোৱে। চন্দনাই লগ ধৰিছিল অনুৰাধাক অৰ্পিহঁতৰ তালৈ যাবলৈ। অনুৰাধাই যাবৰ মন নাই বুলি কৈ দিছে। মনত আছে যদি অৰ্পি নিজে আহিব নোৱাৰে নেকি? আৰু, লগ পালে সেই একসোপা কথা—জানতো, আমাৰ এওঁ কি সাংঘাতিক কেয়াৰলেছ। ক'ত কি আছে একো হিচাপ নাই। মই নহলে পানী এগিলাচো লৈ খাব নোৱাৰে। উইণ্টাৰত ছাউথৰ ফালে যোৱাৰ কথা কৈ আছোঁ। এওঁৰ আকৌ যিহে চাকৰি, খালী কাম, ছুটিয়েই নাই। পায় নে নাপায় জানো....

এনেকুৱা কথাবোৰ শুনিলে অনুৰাধাৰ খং উঠি যায়। আৰু যে ল'ৰাবোৰ। ঘৈণীয়েক এজনী পালেই কেয়াৰলেছ, বেহিচাপীৰ অভিনয় আৰম্ভ কৰি দিয়ে; অথচ সেইবোৰ ল'ৰাই অফিচৰপৰা এক-এক পইচাকৈ হিচাপ কৰি টকা আদায় কৰে।

ৰেমি, লিপি, অৰ্পি—অনুৰাধাৰ স্কুলৰ অন্তৰংগ বান্ধৱীহঁতৰ প্ৰায় সকলোৱে বিয়া হৈ গৈছে। মাজে মাজে অনুৰাধাকো মাকে বিয়াৰ কথা ক'ব খোজে, অনুৰাধাই পাত্তাই নিদিয়ে।

বিয়া নকৰাওঁ।

বিয়া নকৰাই কি কৰিবি?

কি কৰিব লাগে? একো নকৰোঁ। ল'ৰা নহ'লে ছোৱালী জীয়াই থাকিব নোৱাৰে নেকি?

দেউতাক ঢুকোৱাৰ পিছত অৱশ্যে মাকেও বিয়াৰ কথা বেছিকৈ ক'বলৈ এৰিছে। তথাপি বহুদিন মাকৰ মুখত অনুৰাধাই দেখিবলৈ পাইছে দুঃচিন্তাৰ চাপ। তাৰ বাবে অৱশ্যে তাই মাকক দোষ দিব নোখোজে। মাকৰ কিবা এটা হ'লে এই বিশাল পৃথিৱীত তাই অকলশৰে কি কৰিব, কেনেকৈ

জীয়াই থাকিব, সেই চিন্তাই মাকক প্ৰায়ে আমনি কৰে। মন গ'লে অকলশৰে, বিয়া নকৰোৱাকৈ থকাৰ স্বাধীনতাও যে এজনী নাৰীৰ থাকিব পাৰে, সেই কথা অনুৰাধাৰ মাকৰ জেনেৰেশ্যনৰ নাৰীয়ে বিশ্বাসেই কৰিব নোখোজে।

সেই বিশ্বাসক অনুৰাধাই আঘাত কৰিব নোখোজে, অথচ সেই বিশ্বাসৰ ওচৰত আত্মসমৰ্পণ কৰাৰ ইচ্ছাও তাইৰ নাই। এইখিনি ব্যক্তি-স্বাধীনতা নাথাকিলে আজিৰ যুগৰ এজনী শিক্ষিতা ছোৱালী বুলি ক'বলৈ তাইৰ কোনো অধিকাৰেই নাথাকিব।

কিন্তু অনুৰাধাতো পুৰুষ-বিদ্বেষী নহয়।

হঠাতে অনুৰাধাৰ মনত পৰিল অৰুণাভৰ কথা। কি আশ্চৰ্যৰ কথা—সেই যে ছুটিত ঘৰলৈ গৈছিল, তাৰ পিছত অৰুণাভৰ কোনো খবৰেই নাই। অনুৰাধাইতো ছুটিৰপৰা অহা নাই বুলিয়েই ভাবিছিল, সেইদিনা কেপিটেল মাৰ্কেটত মিছেছ ডালভিৰ সৈতে দেখা হওঁতে ডালভিয়েহে ক'লে—অৰুণাভ চৌধুৰীতো কেতিয়াবাই ছুটিৰপৰা আহি পাৰাদ্বীপলৈ গ'লগৈ। এতিয়া পাৰাদ্বীপতে আছে।

প্ৰচণ্ড অভিমানেৰে ভৰি গৈছিল অনুৰাধাৰ মন। কোনোমতে মিছেছ ডালভিৰ ওচৰৰপৰা আঁতৰি আহিছিল তাই। অৰুণাভ ছুটিৰপৰা আহিল, আহি তাইক একো খবৰ নিদিয়াকৈয়ে গুচি গ'ল পাৰাদ্বীপলৈ। পাৰাদ্বীপলৈ যোৱাওতো কিমান দিন হ'ল। ঠিক আছে, চাকৰিত ব্যস্ত আছে, আহিব নোৱাৰে; ফোন এটা কৰি খবৰ এটা দিয়াততো একো বাধা নাই। চব ল'ৰা একে; তাইৰ ভালদৰে জনা আছে।

কিয় জানো একো কাৰণ নোহোৱাকৈয়ে অনুৰাধাই আশা কৰিছিল—ছুটিৰপৰা আহিয়েই অৰুণাভে তাইকেই প্ৰথম খবৰটো দিব, ভুবনেশ্বৰৰ বাহিৰলৈ ক'ৰবালৈ গ'লে অন্ততঃ তাইক কৈ যাব, পাৰাদ্বীপত থাকিলেও তাইলৈ কেতিয়াবা ফোন এটা কৰিব।

ঠিক আছে, তাইৰো কোনো দৰকাৰ পৰা নাই অৰুণাভৰ খবৰ লবলৈ। অৰুণাভনো তাইৰ কি হয়? কোনো নহয়। কিন্তু তেওঁ খবৰ কৰা নাই কিয়?

দেওবাৰে আবেলি বাৰাণ্ডাত বহি বহি অনুৰাধাই এনেয়ে ভাবি আছিল এইবোৰ কথা। গোটেই দিনটো ঘৰত বহি বহি অসহ্য লাগে। অথচ অকলে অকলে ক'লৈকো ওলাই যাবলৈও মন নাযায়। কথা পাতিবলৈকো ঘৰখনত



কোনো নাই। মাকৰ লগততো কথাই পাতিব নোৱাৰি, চকুৰে মুখে এনেকুৱা এটা কৰুণ ভাব ফুটাই তুলিব—যেন পৃথিৱীত মানুহৰ বিয়া কৰোৱাত বাহিৰে আৰু একো কামেই নাই।

সোঁফালৰ টাৰ্নিংটোৰ দুমহলীয়া ঘৰটোৰ চাদৰপৰা কোনোবাই চিলা উৰুৱাইছে। চিলা চাই অনুৰাধাৰ বৰ ভাল লাগে, যেন পৃথিৱীৰ বান্ধোন এৰি কোনোবাই স্বপ্নৰ কোনোবা দেশলৈ উৰি যাবলৈ প্ৰাণপণে চেষ্টা কৰিছে।

ওপৰলৈ উৰি গৈছে চিলাখন।

মানুহেও যদি এইদৰে উৰি উৰি দূৰলৈ গুচি যাব পাৰিলেহেঁতেন! আচলতে চিলাখন ৰচিৰে বান্ধি যিদৰে দূৰৰপৰা কোনোবাই নিয়ন্ত্ৰণ কৰে সেইদৰে মানুহবোৰকো উৰিব নোৱৰাকৈ ছাগে কোনোবাই বান্ধি ৰাখে। নহ'লে এই মুহূৰ্ততে তাই উৰি উৰি পাৰাদ্বীপলৈ গুচি গ'লহেঁতেন।

ধেৎ, পাৰাদ্বীপলৈ যাবলৈ তাইৰ একো দৰকাৰ পৰা নাই।

হঠাতে গেটখন খোলাৰ শব্দ শুনিহে তাই ৰাস্তাৰ ফালে চালে।

ডলী।

গেট খুলি সোমাই আহিছে।

ডলী স্কুলত অনুৰাধাহঁতৰ লগত একেলগে পঢ়িছিল। কি সাংঘাতিক লাজুক ছোৱালী। এতিয়াও কোনোবা ল'ৰাৰ কথা ক'লে গাল ৰঙা পৰি যায়। অনবৰতে এনেকুৱা ভাল ছোৱালী হৈ দেখুৱাব খোজে যেন কোনোবা ল'ৰাই, ভুলতে ভুল ঠাইত চুই দিলেও মহানদীত জপিয়াই আত্মহত্যা কৰিব। অনুৰাধাই তাইক এবাৰ কৈছিল—ডলী, এটা কাম কৰিবা।

কি?

তুমি বুকুত প্লেকাৰ্ড এখন লগাই ল'বা।

প্লেকাৰ্ড?

তাত লিখি দিবা—'হাতেৰে নুচুব, চুলেই আত্মহত্যা কৰিম।'

সেই ডলী সোমাই আহিছে গেট খুলি। বহুদিন অনুৰাধাই তাইক লগ পোৱা নাই, চাকৰিত সোমোৱাৰ পিছত স্কুলৰ আগৰ বান্ধৱীবোৰক লগ ধৰাৰ সময়েই নহয়। ডলীয়েই চাগে' তাইৰ একেলগে পঢ়া একমাত্ৰ বান্ধৱী যাৰ এতিয়াও বিয়া হোৱা নাই।

চিঞৰি উঠিল অনুৰাধাই।

বা—ডলী, ছাৰপ্ৰাইজিং। হঠাতে ক'ৰপৰা?

বিয়া।

ডলীয়ে এনেদৰে ক'লে যেন লাজতে মৰি যাব তাই।

বিয়া? কাৰ বিয়া?

মোৰ। অহা শনিবাৰে। যাব লাগিব।

চাওঁ, চাওঁ, ভিতৰলৈ আহাচোন। ভালকৈ কোৱা। তোমাৰ বিয়া, বিশ্বাসেই নহয়। বিয়াৰ পিছত যে ল'ৰাজনে চুই দিব কি কৰিবা, হাৰ্ট ফেইল—

যাঃ

অনুৰাধাই লক্ষ্য কৰিলে এসোপা তেজে আহি ৰ'দ পৰি থকা ডলীৰ গালত থুপ পাতিছে। লজ্জাৰুণ সেই মুখৰ ফালে চায়ো কিয় জানো অনুৰাধাৰ অনুভৱ হ'ল—যেন কিবা এক কমনীয়তা, আত্মবিশ্বাস আৰু সুখানুভূতিয়ে তাইৰ কোমল মুখাৱয়ক আগুৰি আছে, আবেলিৰ ৰ'দে চুই থকা তাইৰ মুখখন হঠাতে কিয় জানো এই মুহূৰ্তত বৰ সুন্দৰ দেখা গৈছে।

সঁচাকে কোৱাচোন?

সঁচাতো।

ল'ৰা ক'ৰ? লাভমেৰেজ নেকি?

ধেৎ। বহৰমপুৰৰ ল'ৰা। দাদাৰ লগত চাকৰি কৰে। দাদাই ঠিক কৰা।

তুমি কিমান দূৰ আগবাঢ়িছা? মোৰপৰা লুকুৱাব নালাগে দিয়া। সঁচাকে কোৱাচোন।

তুমি যে কি? ভালকৈ কথাই পতা নাই। এবাৰ মাত্ৰ আহিছিল, বচ, নাম সুধিছে, আৰু একো নাই।

বচ, তাতেই আউট!

অনু, জোকাই নাথাকিবা কিন্তু!

বাঃ বাঃ ল'ৰাৰ লগত ভালকৈ চিনাকিয়েই নাই, অথচ দুদিন পিছত সেইজনৰ লগতে একেলগে—

বিয়া হবতো—

কব নোৱাৰোঁ ভাই, ভালকৈ কথা নহ'ল, অলপ প্ৰেম নহ'ল, পুৰোহিতে মন্ত্ৰ মাতি দিলে, বচ একেবাৰে বুকুৰ আপোন হৈ গ'ল। মই বিশ্বাসেই কৰিব নোৱাৰোঁ। আগতে প্ৰেম নোহোৱাকৈ ছোৱালী এজনীয়ে যে হঠাতে কেনেকৈ অচিনাকি ল'ৰা এজনৰ লগত—

অনু, তুমি কিয় তেনেকৈ কৈছা? গম পাইছোঁ দিয়া।



ডলীৰ দুচকুত দুষ্টামিৰ হাঁহি খেলি গ'ল। মুখ ঘূৰাই অনুৰাধাক সুধিলে—কিয়, তুমি যে ক'ৰ অসমৰ ল'ৰা এজনক ভাল পোৱা—চবেই জানে।

এই ডলী, থাপ্পৰ খাবা কিন্তু!

ডলী গুচি যোৱাৰ পিছতো বহু সময় অনুৰাধা বহি ৰ'ল বাৰাণ্ডাত। কিয় জানো হঠাতে সন্ধিয়াৰ আন্ধাৰত লাহে লাহে ডুব যাবলৈ আৰম্ভ কৰা পৃথিৱীখনো তাইৰ ভাল লাগি গ'ল। গোটেই দিনটো গৰম, আকৌ এবাৰ গা ধুম বুলি তাই কেতিয়াবাৰপৰাই ভাবি আছিল, সেই গৰমো যেন গধূলিৰ বতাহে হঠাতে শান্ত কৰি গ'ল।

মাক কাৰ ঘৰলৈ ওলাই গৈছে, এতিয়াও অহা নাই, তাৰ আগতে গা ধুই লম বুলি তাই বাথৰুমত সোমাল।

বাথৰুমৰ লাইটৰ ছুইচটো তাই অন কৰি দিলে।

খিৰিকিৰ কাঁচেৰে ভাহি অহা শেষ সন্ধিয়াৰ ৰশ্মিৰে মিলিত হৈ লাইটৰ পোহৰে বাথৰুমৰ ভিতৰখন ভৰাই পেলাইছে।

খুব লাহে লাহে তাই শ্বাৱাৰটো খুলি দিলে। জিৰি জিৰি শব্দৰে পানী পৰিল ফ্ল'ৰত। তাইৰ খালী ভৰি স্পৰ্শ কৰিলে পানীৰ টোপালে। বাথৰুমৰ আয়নাত প্ৰতিবিম্বিত তাইৰ মুখ।

এখন এখনকৈ কাপোৰ খুলি অনুৰাধাই ওলোমাই থ'লে। হালধীয়া আভাই চুই গ'ল নিৰাভৰণ শৰীৰ। এনেদৰে নিজকে—আপাদমস্তক—তাই যেন এই প্ৰথম দেখিলে...।

....নিয়ৰে ধুই নিয়া নম্ৰতাৰে ভৰা অস্পৰ্শিত ফুলৰ দৰে সেই স্তন। সমগ্ৰ মুখত এক সুতীব্ৰ অনুভূতিৰ চাপ। এই মুহূৰ্তত তাইৰ ভাব হৈছে—মানুহৰ শৰীৰ পৃথিৱীৰ পবিত্ৰতম কবিতা। তাইৰ অকণো লাজ লগা নাই। কিয় জানো বন্ধ বাথৰুমৰ ভিতৰতো তাইৰ হঠাতে অনুভৱ হ'ল আয়নাত যেন প্ৰতিবিম্বিত হৈছে অৰুণাভৰ মুখ। কিমান নিষ্পাপ। অৰুণাভৰ লগত একেলগে তাই শিমলিপালৰ গভীৰ জংঘলৰ মাজত ৰাতি পাৰ কৰি দিছে; কিন্তু অৰুণাভেতো তাইক একো বেয়া ব্যৱহাৰ কৰা নাই। কত ঠাইত অকলে অকলে ঘূৰিছে, কোনো দিনেতো তাইক তেনেদৰে স্পৰ্শ কৰা নাই!

নিৰাভৰণ শৰীৰৰ ওপৰেৰে বৈ গ'ল শীতল পানীৰ স্ৰোত। শ্বাৱাৰৰ পৰা সৰি পৰা পানীৰ সোঁতে যেন এটা অদ্ভুত ভাল লগা অনুভূতিৰ দৰে তাইক সাৱটি থাকিল বহু সময়।

বাহিৰৰ কলিং বে'লটো বাজি উঠিল হঠাতে। দুবাৰ। মাক আহিল?

এক মিনিট, বাথৰুমত আছোঁ।

তিতা গাতে লৰালৰিকৈ ইটো-সিটো পিন্ধি শাৰীৰে গাটো ঢাকি তাই ওলাই আহিল। মাকক ক'লে—

ডলী আহিছিল। বিয়া।

ডলীৰ বিয়া পাতিছে নেকি?

ওঁ, শনিবাৰে, মাতিবলৈ আহিছিল।

তোৰ বাহিৰে দেখোন লগৰ চবৰে বিয়া হৈ গ'ল।

হ'বই।

বচ, ইয়াৰ পিছত আৰু মাকৰ ওচৰত থাকি একো লাভ নাই। কিবোৰ কথা এতিয়া আৰম্ভ কৰিব তাইৰ ভালদৰে জনা আছে, ইমানদিনে শুনি শুনি তাইৰ কাণ ঘোলা হৈ গৈছে।

বহুত দূৰৰপৰা ৰেলৰ উকিৰ শব্দ আহিছে। সন্ধিয়া সময়ত ক'ৰবালৈ ওলাই যাব নেকি অনুৰাধাই ভাবিলে। নাই নাযায়। কেতিয়াবা হৃদয় এনেদৰে ভৰি থাকে যে কাৰো সংগৰ প্ৰয়োজন নহয়। হৃদয়েই তেতিয়া সমস্ত পৃথিৱী।

বাৰাণ্ডাৰ চেয়াৰখনত বহি বহি অনুৰাধাই অনুভৱ কৰিলে—প্ৰতিজনী নাৰীৰ সেই সংগোপন পৃথিৱীতে চাগে' লুকাই থাকে সেই চাৰ্মিং প্ৰিন্স—স্বপ্নৰ ৰাজকুমাৰ।

অনুৰাধাৰ সেই হৃদয়ৰ পৃথিৱীতো আছে নেকি কোনোবা, যি স্নেহ আন্তৰিকতা আৰু বিশ্বাসৰ প্ৰতিশ্ৰুতিৰে সুৰভিত কৰি ৰাখিব তাইৰ জীৱনৰ প্ৰতিটো পল-অনুপল? নাই, যি আছে থাকক, তাই কোনোদিনে কাৰো আগত ক'বলৈ নাযায়, পৃথিৱীৰ কোনেও নজনাকৈ জীৱনৰ সুগন্ধি ক্ষণত তাই হৃদয়ৰ গভীৰত অনুভৱ কৰিব অকলে সেই একান্ত আপোনজনৰ প্ৰেম আৰু উষ্ণতাৰ পৰশ।

কিয় জানো অনুৰাধাৰ হঠাতে ভাব হ'ল—ইমান তীব্ৰতাৰে কিজানি আগতে তাইৰ কোনোদিনে অৰুণাভৰ কথা মনলৈ অহা নাই। অৰুণাভে কিয় একো খবৰ দিয়া নাই?

সেইদিনা ৰাতি শুবৰ সময়ত অনুৰাধাই এটা সপোন দেখিলে।



বহুত দূৰৰ কোনোবা এটা নিৰ্জন দ্বীপৰ এটা নিঃসংগ ঘৰত অকলশৰে অৰুণাভ শুই আছে। সম্পূৰ্ণ অচিনাকি সেই দ্বীপ, সেই ঘৰো কোনোদিনে অনুৰাধাই বাস্তৱত দেখা নাই। ঘৰৰ ভিতৰত প্ৰবেশ কৰি অনুৰাধা চমকি উঠিল। কোঠালিৰ মাজৰ এখন বিছনাত পৰি আছে অৰুণাভ। পাতল অন্ধকাৰৰ মাজত শীৰ্ণকায় শৰীৰ। মুখত শুষ্কতাৰ স্পৰ্শ। তীব্ৰ জ্বৰ উঠিলে যেনেকৈ দুচকুৰ দৃষ্টি ৰঙা হৈ যায়, তেনেকুৱা ৰক্তবৰ্ণ উদভ্ৰান্ত দৃষ্টি। মানৱীয় স্নেহ আৰু মমতাবিহীন কি অদ্ভুত নিৰাভৰণ সেই ঘৰৰ পৰিবেশ! এনেকুৱা অসহায় শূন্যতাৰে ভৰা কোনো ঘৰৰ লগত অনুৰাধাৰ পৰিচয় নাই। টেবুলৰ ওপৰত পৰি আছে এটা আধাখোৱা পাউৰুটিৰ পেকেট। অনুৰাধাৰ বুকুৰ ভিতৰত কিবা এটাই হাহাকাৰ কৰি উঠিল। বহুদিন আগতে অনুৰাধাৰ এবাৰ ভীষণ জ্বৰ হৈছিল; সকলোতে অৰুচি, একোকে খাবলৈ মন নাযায়, বাৰে বাৰে জোৰকৈ দেউতাকে কোৱাৰ পিছতহে তাই খাইছিল। অৰুণাভৰ চাগে' কোনেও তেনেকৈ খাবলৈ কোৱা নাই।

....তাইৰ ভাব হ'ল এই মুহূৰ্তত যেন অৰুণাভক তাইৰ ঘৰলৈ লৈ আহিব। মূৰত হাত দি চালে,—কি প্ৰচণ্ড উত্তাপ, জ্বৰৰ উষ্ণতাই যেন পুৰি নিব খোজে হাত। অনুৰাধাই সুধিলে ডাক্তৰক খবৰ দিম? উদভ্ৰান্ত দুচকুৰে একদৃষ্টিৰে অৰুণাভে বহুসময় চাই ৰ'ল অনুৰাধাৰ মুখলৈ। ইমান আন্তৰিকতাৰে, ইমান তীব্ৰতাৰে কিজানি অৰুণাভে কোনোদিনে অনুৰাধাৰ চকুলৈ চোৱা নাই। কিবা এটা আবেগত বুকুৰ ভিতৰখন অনুৰাধাৰ থৰথৰকৈ কঁপি উঠিল। অৰুণাভে ক'লে,—ডাক্তৰ নালাগে; বুকুৰ সমস্ত তীব্ৰতাৰে এই মুহূৰ্তত সি মাথোঁ অনুৰাধাক বিচাৰে। সেই অনুভূতিৰ তীব্ৰতাত ছাই হৈ গ'ল অনুৰাধাৰ সকলো দ্বিধা, সংকোচ আৰু সংস্কাৰ। পৃথিৱীৰ সকলো প্ৰেম প্ৰেম নহয়, কিন্তু কেতিয়াবা এনেকুৱা মুহূৰ্ততে আকাশৰপৰা পৃথিৱীলৈ নামি আহে দেৱতাৰ প্ৰেম। মন্ত্ৰমুগ্ধৰ দৰে অনুৰাধা সোমাই গ'ল অৰুণাভৰ বুকুৰ ভিতৰলৈ, সমুদ্ৰৰ দৰে অতলান্ত সেই হৃদয়। হৃদয়ৰ স্পৰ্শত কোনো পাপ নাই—।

পিছদিনা অফিচলৈ গৈয়েই অনুৰাধাই পাৰাদ্বীপলৈ টেলিফোন বুক কৰিলে। কালিৰপৰাই কিবা এটা অস্থিৰতাত তাইৰ বুকুৰ ভিতৰখন কঁপি আছে। অৰুণাভে কিয় ইমানদিন তাইৰ খবৰ লোৱা নাই, এবাৰো টেলিফোন কৰা নাই!

ক্রিং ক্রিংকৈ টেলিফোনটো বাজি উঠিল বহু দেৰিৰ মূৰত। দৌৰি গৈ ৰিচিভাৰটো তুলি ল'লে অনুৰাধাই। সেয়া অৰুণাভৰ মাত। অনুৰাধাই কৈ গ'ল—তোমাক ভীষণ বেয়া পাইছোঁ। একো খবৰ নাই কিয়?—ঘৰৰপৰা আহি একো নোকোৱাকৈ পাৰাদ্বীপলৈ গুচি গৈছা। —কালি জানা এটা সপোন দেখিছোঁ, তোমাৰ ভীষণ অসুখ, সঁচা নেকি?—সেই কাৰণে ফোন কৰিছোঁ, নহ'লে তোমাক ফোন কৰিবলৈ মোৰ একো দৰকাৰ পৰা নাই।—তুমি কেতিয়া আহিবা? মোলৈ ফোন কৰা নাই কিয়?

যেন বহুত দূৰৰপৰা সোঁ সোঁ বতাহৰ মাজেৰে ভাহি আহিছে, তেনেদৰে ভাহি আহিল অৰুণাভৰ মাত—অনু, তোমাৰ ভালৰ বাবেই কিজানি মই তোমাৰ ওচৰৰপৰা আঁতৰি আহিম, এনেদৰে আঁতৰি আহিম্ যে তুমি গমেই নাপাবা। মোৰ সন্নিধ্যত কলংক আছে। সেই কলংকই তোমাক স্পৰ্শ কৰক, মই সেয়া বিচৰা নাই।

হঠাতে ফোনটো কাটি গ'ল।

হেলো, হেলো........

স্তব্ধতাৰে অনুৰাধাই চাই ৰ'ল হাতৰ ৰিচিভাৰটোলৈ। পিছ মুহূৰ্ততে দাঁতেৰে ওঁঠ চেপি ধৰি তাই দৌৰি গ'ল টয়লেটৰ ফালে।

টয়লেটৰ দুৱাৰখন বন্ধ কৰি ঘূৰি চাই অনুৰাধাই আয়নাত দেখিলে—তাইৰ দুচকুত অশ্ৰুৰ প্লাৱন।

টেপটো খুলি তাই পানী অলপ দুচকুত ছটিয়াই দিলে,—যদিও তাই জানে কোনো টেপৰ পানীয়ে কেতিয়াও, কাৰো চকুলোৰ দাগ মচি নিব পৰা নাই। □

## চৌত্ৰিশ

### কিছুমান স্বপ্ন থাকে মানুহৰ,
### যিবোৰ হয়তো মৃত্যুলৈকে বুকুৰ
### গভীৰত গোট মাৰি বৰফৰ দৰে বৈ যায়

মাজ সমুদ্ৰৰ মাজত এটা দিন বেছিকৈ থাকিব লগা হ'লেও কেনেকুৱা অস্বস্তি লাগে, সেই কথা অৰুণাভে নজনা নহয়।



পৰহিৰ্য়েই অৰুণাভ ৰিগলৈ অহাৰ কথা আছিল। তেওঁ আহিলে ডেনিছ ৰিগৰপৰা যোৱাৰ কথা। ডেনিছে মি. দত্তৰ দুৰ্যোগৰ খবৰ পাইছে, আৰু তাৰ বাবেই যে অৰুণাভ পাৰাদ্বীপত থাকিব লগীয়া হৈছে, সেই কথাও জানিব পাৰিছে। সেয়েহে প্ৰয়োজন হ'লে আৰু কেইটামান দিন ৰিগত থাকিবলৈ ডেনিছে আপত্তি কৰা নাই।

অলপ আগতে শ্ৰান্ত ক্লান্ত হৈ ডেৰিক ফ্ল'ৰৰপৰা আহি নিজৰ কেবিনত সোমোৱা ডেনিছে অৰুণাভৰপৰা মেছেজ এটা পালে—ডেনিছ, কাইলৈ ৰাতিপুৱাৰ ফ্লাইটত মই যাম, তুমি একেটা ফ্লাইটতে ভুবনেশ্বৰলৈ যাবলৈ সাজু হৈ থাকিবা।

মেছেজটো পাই উৎফুল্লতাৰে ডেনিছৰ মন ভৰি পৰিল।

আগত উপকূলৰ সেই পৃথিৱীতো ডেনিছৰ বাবে বিশেষ কোনো আকৰ্ষণ নাছিল, কিন্তু এতিয়া তেওঁ জানে আশা আৰু উৎকণ্ঠাৰে মিছেছ ডালভিয়ে তেওঁৰ আগমনলৈ বাট চাই আছে। কাৰোবাৰ অপেক্ষায়ো কাৰোবাৰ বাবে সমস্ত পৃথিৱীৰ ৰং সলনি কৰি দিব পাৰে। কাৰোবাৰ উপস্থিতিয়ে এটা জীৱন কিমান বেলেগ কৰি দিব পাৰে সেই কথা ডালভিক লগ পোৱাৰ পিছতহে ডেনিছে উপলব্ধি কৰিছে।

ঘৰ্মাক্ত শৰীৰৰ ওপৰত লিপিট খাই ধৰা হালধীয়া গেঞ্জিটো খুলি ডেনিছে দলিয়াই দিলে। হেলমেটটো হুকত ওলোমাই থৈ তেওঁ বাথৰুমলৈ সোমাই গ'ল।

আয়নাত মুখখন চালে ডেনিছে। গালত ক'ৰবাত ইঞ্জিনৰ তেলৰ দাগ এটা লাগি আছে।

শ্বাৱাৰটো খুলি দি ডেনিছে শ্বৰ্টছ, জাঙিয়া খুলি ললে। ডেনিছৰ পেশীবহুল, নিৰাভৰণ শৰীৰৰ ওপৰেৰে বৈ গ'ল শ্বাৱাৰৰ শীতল পানী। চাবোনৰ টুকুৰাটো সিক্ত শৰীৰৰ ওপৰেৰে পিছলাই দিয়াৰ মুহূৰ্তত ডেনিছৰ এটা অদ্ভুত চখ হ'ল। ডেনিছে মনে মনে ঠিক কৰিলে—এইবাৰ এইদৰে একেলগে এবাৰ ডালভিৰ সৈতে স্নান কৰিব। ভাৰতীয় নাৰীৰ মানসিকতা ডেনিছৰ অদ্ভুত লাগে। শৰীৰো যে এক নিৰ্মল, সতেজ আৰু পবিত্ৰ আনন্দৰ আকৰ হ'ব পাৰে, সেই কথা তেওঁলোকে বিশ্বাস কৰিব খুজিও যেন মানি লব নোখোজে, ক'ৰবাত কিবা এটা অপৰাধবোধ মিহলি হৈ থাকে। মনত কোনো দ্বিধা নাথাকিলে শৰীৰৰ খেলো যিকোনো খেলৰ দৰেই ৰিফ্ৰেছিং হ'ব পাৰে।

এনেকুৱা কিবা এটা কথা অন্তৰংগ মুহূৰ্তত এবাৰ ডেনিছে মিছেছ্ ডালভিক কৈছিল। "তুমিতো এটা ৰাক্ষস, সেইকাৰণে এইচব যুক্তি ভাবি ভাবি উলিয়াইছা"—বুলি ডালভি ডেনিছৰ আৰু ওচৰ চাপি আহিছিল।

এতিয়া ডালভিৰ সৈতে ডেনিছৰ আৰু কোনো ব্যৱধান নাই। স্বামী-স্ত্ৰীৰ দৰেই দুয়োজনে এতিয়া একেলগেই আছে।

আপাতভাৱে শক্তিমান হ'লেও প্ৰতিজন পুৰুষে কিজানি এদিন আশ্ৰয় বিচাৰে নিজৰ প্ৰিয় নাৰীৰ বুকুত। পৃথিৱীৰ বিভিন্ন দেশ-মহাদেশৰ বন্দৰে বন্দৰে এটা অস্থিৰ, অশান্ত, ঠিকনাবিহীন মন লৈ ঘূৰি ফুৰা ডেনিছ ছিলভিয়াই অৱশেষত ডালভিৰ মাজতে পাইছে ইমানদিনে অৱচেতন মনেৰে বিচাৰি ফুৰা বন্দৰৰ শান্ত, নিৰিবিলি আশ্ৰয়।

বাথৰুমৰপৰা ওলাই অহাৰ পিছত ডেনিছৰ শৰীৰত আৰু কোনো ক্লান্তি নাই। শ্বৰ্টছ আৰু পাতল গেঞ্জি এটা পিন্ধি তেওঁ ওলাই গ'ল হেলিপেডৰ ওপৰলৈ। স্নানৰ শেষত সন্ধিয়া পৰত মুক্ত আকাশৰ তলৰ এই হেলিপেডত কিছু সময় পাৰ কৰি দিলেই সমস্ত শৰীৰ-মন এক অনিৰ্বচনীয় অনুভূতিৰে ৰোমাঞ্চিত হৈ উঠে।

চিগাৰেট এটা জ্বলাই ডেনিছে চাই পঠিয়ালে দূৰলৈ। আকাশত জ্যোৎস্না, শীতল বতাহত কঁপি থকা আদিগন্ত বিস্তৃত সমুদ্ৰপৃষ্ঠত প্ৰতিবিম্বিত তৰা ভৰা আকাশৰ মেলা; তলৰপৰা নীলিমাৰ বুকু চুই মৃদু বতাহ বৈ আহিছে ওপৰলৈ। ডেনিছৰ এনেয়ে ভাব হ'ল যেন ডালভিৰ শৰীৰ আবৰি ৰখা নীল শাৰীৰ আঁচলে বতাহত উৰি আহি স্পৰ্শ কৰিছে তেওঁৰ শৰীৰ।

ডেনিছে ঠিক কৰিছে পেলিকান ৰিগৰ সৈতে চুক্তি শেষ হোৱাৰ পিছত মিছেছ্ ডালভিকো লগত লৈ যাব। জীয়াই থাকিবৰ বাবে এই পৃথিৱী আৰু মানুহৰ ওপৰত যি আস্থাৰ প্ৰয়োজন, সেই আস্থা ডেনিছৰ মনলৈ পুনৰ ঘূৰাই আনিছে ডালভিয়ে; তাৰ বাবে ডালভিৰ ওচৰত ডেনিছ আজীৱন কৃতজ্ঞ হৈ ৰ'ব।

বংগোপসাগৰৰ মাজত সমুদ্ৰগৰ্ভত ইমানদিনে চলা তৈল অনুসন্ধানৰ এই অন্তিম খাদত আৰু হয়তো কেইদিনমান পিছত টেষ্টিং হ'ব। তেল পালে বা নাপালেও শেষ হ'ব পেলিকান ৰিগৰ চুক্তি; বিদেশী নাবিক আৰু বিশেষজ্ঞৰ দ'ল উভতি যাব দেশলৈ।

ডেনিছ কিছুদিনৰ বাবে জিৰণি ল'ব।



ইমানদিনে ধুমুহাৰ দৰে কাম কৰি কৰি নিজকে পাহৰি থকাৰ অবিৰাম প্ৰচেষ্টাত ধীৰে ধীৰে নিঃশেষ কৰি দিয়া ডেনিছৰ মন গৈছে এবাৰ কৰবাৰ নিৰ্জনতাত, কোনোবা নিঃসংগ দ্বীপত ডালভিৰ সৈতে নিবিড়ভাৱে বেচ কিছুদিন পাৰ কৰি দিবলৈ।

বহু ৰাতিলৈ ডেনিছে এনেয়ে বহি থাকিল হেলিপেডৰ ওপৰত। আৰু মাত্ৰ কেইদিনমান পিছত তেওঁ এই ভাৰতবৰ্ষ, য'ত তেওঁ আৱিষ্কাৰ কৰিছে নাৰীৰ নিৰ্ভেজাল প্ৰেম, আৰু এই উত্তাল বংগোপসাগৰ এৰি গুচি যাব নিজ দেশলৈ।

দেশৰ কথা মনলৈ অহাৰ লগে লগে হঠাতে কিয় জানো ইমান দিনৰ মূৰত ডেনিছৰ মনলৈ আহিল জেৰিণৰ কথা।

কৰ্তব্যৰ তাগিদাত বিয়াৰ মাত্ৰ চাৰিমাহ পিছত যেতিয়া জেৰিণক এৰি ডেনিছ গুচি আহিছিল, তেতিয়া জেৰিণৰ শৰীৰত নিশ্চিতভাৱে সঞ্চাৰিত হৈ আছিল ডেনিছৰ তেজৰ পৰিচয়।

কেতিয়াবা হঠাতে এতিয়াও নিঃসংগ মুহূৰ্তত ডেনিছৰ দুচকুৰ সন্মুখত ভাহি উঠিব খোজে মমৰ পুতলাৰ দৰে এজনী কণমানি ছোৱালীৰ মুখ। কিয় জানো অসম্ভৱ বুলি জানিও ডেনিছৰো কেতিয়াবা স্বপ্ন দেখিবৰ মন যায়..... বহুত দিন দেশে দেশে, বন্দৰে বন্দৰে ঘূৰি ফুৰাৰ পিছত, এদিন যেন তেওঁ উপস্থিত হৈছেহি লণ্ডনৰ হৰ্ষফেৰি ৰ'ডৰ সেই দুমহলীয়া ঘৰৰ সন্মুখত, প্ৰতিখন দেশৰপৰা বিচাৰি বিচাৰি ডেনিছে কঢ়িয়াই আনিছে অনেক স্মৃতিচিহ্ন। .... দুৱাৰত নক কৰিছে ডেনিছে, দুৱাৰ খুলি তেওঁৰ ডিঙিত সাৱটি ধৰি উৎফুল্লিত হৈ উঠিছে এজনী কণমানি পুতলাৰ দৰে ছোৱালী....।

কিছুমান স্বপ্ন থাকে মানুহৰ, যিবোৰ হয়তো মৃত্যুলৈকে বুকুৰ গভীৰত গোট মাৰি বৰফৰ দৰে বৈ যায়। সুখ আৰু আনন্দই জীৱনৰ প্ৰতিটো মুহূৰ্ত উচ্ছলতাৰে যিমানেই প্লাৱিত কৰি নাৰাখক কিয়, এনেকুৱা কোনো কোনো মুহূৰ্ত আহে, যি মুহূৰ্তত গোট মাৰি বৰফ হৈ ৰোৱা স্বপ্নও গলি গলি বিষণ্ণতাৰ টোপাল হৈ হৃদয়ৰ গভীৰৰপৰা ওলাই আহিব খোজে। চুলিৰ দৰে সূক্ষ্ম এই বিষণ্ণ অনুভূতি হয়তো বাহিৰৰপৰা দ্বিতীয়জনৰ দৃষ্টিগোচৰ নহয়, কিন্তু নিঃসংগ পৰত কেতিয়াবা অনুভৱ কৰা যায়, কেনেকৈ এটা ছিৰিঞ্জৰ দৰে কলিজাৰ মাজেৰে সূক্ষ্ম তীক্ষ্ণ এটা অনুভূতিয়ে অহা-যোৱা

কৰি ভিতৰখন ৰক্তাক্ত কৰি তোলে।

ডেনিছ আৰু মিছেছ ডালভিৰ এটা যুগ্ম স্বপ্ন হয়তো আমৃত্যু বুকুৰ ভিতৰত ৰৈ যাব। ভুবনেশ্বৰৰ প্ৰখ্যাত গাইন'ক'ল'জিষ্ট ডাঃ প্ৰমীলা দত্তই নিজেই কনফাৰ্ম কৰিছে ডালভিৰ আৰু কোনো সন্তান ধাৰণ কৰাৰ সম্ভাৱনা নাই।

ডেনিছৰ তাৰবাবে কোনো আক্ষেপ নাই। তেওঁৰ ছন্দহীন জীৱনত এটা বন্দৰৰ ছায়াৰ প্ৰয়োজন আছিল। সেই ছায়াভৰা সান্নিধ্য ডেনিছে মিছেছ ডালভিৰ ওচৰত পাইছে আৰু সেই সান্নিধ্যৰ স্নিগ্ধতাৰে এতিয়া তেওঁৰ মন ভৰি আছে।

হেলিপেডৰপৰা নামি ডেবিক ক্ৰু'ৰত এনেয়ে ৰুটিন চেক এটা কৰি ডেনিছ নিজৰ কেবিনত সোমাল। বেচ সুন্দৰ টোপনি আহিল ৰাতি। ৰাতিপুৱা যেতিয়া তেওঁ সাৰ পালে তেতিয়া নীল সাগৰৰ দলিচাত জকমক কৰি আছে প্ৰভাতৰ ৰ'দ।

'গেলিত গৈ ততাতৈয়াকৈ ব্ৰেকফাষ্ট কৰি পুনৰ কেবিনত সোমাল ডেনিছ। মৰ্ণিং ৰিপ'ৰ্টটো লিখি থব লাগিব অৰুণাভৰ বাবে।

ঠিক আঠবজাত বাহিৰৰপৰা ভাহি আহিল হেলিকপ্টাৰৰ শব্দ।

জাহাজৰ প্ৰতিজন নাবিকে উৎকণ্ঠাৰে প্ৰতিদিনে এই হেলিকপ্টাৰৰ আগমনলৈ অপেক্ষা কৰি থাকে। পৃথিৱীৰপৰা এই কণমানি আকাশীযানখনেই ডাকবেগৰ ভিতৰত কঢ়িয়াই আনে বিদেশত এৰি থৈ অহা প্ৰিয়জনৰ মনৰ খবৰ। হাজাৰ হাজাৰ মাইল দূৰৈত এইদৰে সমুদ্ৰত ওপঙি থকা জাহাজত দিনৰ পিছত দিন পাৰ কৰি দিলেহে মানুহে অনুভৱ কৰিব পাৰে এখন চিঠিৰ এটা শব্দ কিমান বাংময়।

কেবিনৰপৰা হেলিপেডলৈ ওলাই আহি ডেনিছে ৰেলিঙত ধৰি থিয় হৈ ৰ'ল।

হেলিকপ্টাৰৰ দুৱাৰ খুলি নামি আহিল অৰুণাভ, পিঠিত হেণ্ডবেগ এটা, বতাহত উৰি আছে অবিন্যাস্ত চুলি। উৎফুল্লিত ডেনিছে হাত ওপৰলৈ তুলি চিঞৰি উঠিল।

হায় অৰুণাভ, লং টাইম, নো ছি।

হায়। ছৰি ডেনিছ, পৰহিয়ে আহিব লাগিছিল। দুদিন দেৰি হৈ গ'ল।

ও, নেভাৰ মাইণ্ড। মই শুনিছো দত্তৰ কথা।



বেচ দুঃখজনক।

ৰাতিপুৱাৰ ৰ'দ পৰা অৰুণাভৰ শীৰ্ণ মুখলৈ চাই কিয় জানো ডেনিছৰ ভাব হ'ল স্বল্পবাক হ'লেও সপ্ৰতিভ সেই আগৰ অৰুণাভৰ কিবা এটা যেন ক'ৰবাত হেৰাই গৈছে; কিবা এক শূন্যতা প্ৰতিবিম্বিত হৈছে সমগ্ৰ মুখাৱয়বত। নিঃশব্দ হাঁহিতো কিবা এক বিষাদৰ প্ৰকাশ। ডেনিছে কিঞ্চিৎ আশ্চৰ্য হৈ সুধিলে— অৰুণাভ, তোমাক বেচ ক্ষীণোৱা যেন লাগিছে, অসুখ নেকি?

নাই, ঠিকেই।

নো মেন, তোমাক বেচ ডাউন যেন লাগিছে।

নিজৰ মনৰ দুখ আৰু সমস্যাৰ কথা কাৰোবাৰ আগত কোৱাটো অৰুণাভৰ বাবে নীতি-বিৰুদ্ধ কাম, সেইবাবেই মনৰ গভীৰত যিমানেই হাহাকাৰ, শূন্যতা নাথাকক কিয়, কোনোদিনে সেই কথা অৰুণাভে কাৰো আগতে প্ৰকাশ কৰা নাই।

ডেনিছে আকৌ সুধিলে— মিষ্টাৰ দত্তৰ এতিয়া কেনেকুৱা?

ভালেই।

ভেৰি ছেড নিউজ। কেনেকৈ হ'বলৈ পালে?

জাষ্ট হেপনড্। বেড লাক।

বেবিটো ক'ত আছে?

হস্পিটেলত।

ভালে আছে নে?

আছে। অলপ মাইনৰ ইনফেকছন।

ঘৰৰপৰা কোনোবা আহিছে নে?

এতিয়াও অহা নাই?

বেবিটোক কোনে চাব? মাক নোহোৱাকৈ?

দত্তই বেচ শ্বক পালে চাগে'।

স্বাভাৱিক।

অৰুণাভ, মোৰ কিন্তু আটাইতকৈ দুখ লাগিছে বেবিটোৰ বাবে। হাউ আনলাকি!

এই মুহূৰ্তত ঠিক এনেকুৱা এটা বিষয়ৰ কথা পাতিবলৈ অৰুণাভৰ মন নগ'ল সেয়েহে যিমানখিনি নক'লে নহয়, ঠিক সিমানখিনিৰেহে অৰুণাভে

উত্তৰ দিলে। ডেনিছেতো নাজানে কি এক ৰক্তাক্ত কলিজা বুকুৰ ভিতৰত লুকুৱাই অৰুণাভে কৰ্তব্যৰ তাগিদাত বিগলৈ আহিছে।

ঠিক ন বজাত হেলিকপ্টাৰ উভতি গ'ল ভুবনেশ্বৰলৈ। যাবৰ সময়ত ডেনিছে ক'লে—সময় হ'লে মই দুই-এদিনতে পাৱাদ্বীপলৈ যাম। দত্তৰ এবাৰ খবৰ লোৱা উচিত।

গতানুগতিকভাৱে ড্ৰিলিং চলি আছে বাবে বিগত অৰুণাভৰ বাবে সিমান ব্যস্ততাও নাই। মাজতে মাইকেলে সুধিলে— ভাল কেছেট এটা আছে। ৰিচাৰ্ডৰ পাৰ্ছনেল কেছেট। চাব নেকি ?

নো, থেংকছ। একদম মুড নাই।

অৰুণাভে ক'লে। মনৰ ভিতৰত আনন্দ নাথাকিলে কিজানি পৃথিৱীৰ একোৱেই মনোৰঞ্জন কৰিব নোৱাৰে।

সাত বজাতেই ডিনাৰ শেষ কৰি অৰুণাভ সোমাল নিজস্ব কেবিনত। তেওঁ দুৱাৰখন বন্ধ কৰি দিলে, যাতে কোনেও এই সময়ত তেওঁক ডিষ্টাৰ্ব নকৰে।

বন্ধ কেবিনৰ ভিতৰত বিছনাত পৰাৰ লগে-লগে অৰুণাভৰ দুচকুৰ সন্মুখত প্ৰথমতে ভাহি উঠিল মৃত্যুমুহূৰ্তৰ ৰূপালীৰ হাজাৰ আকুতি আৰু স্বপ্নৰে ভৰা প্ৰাণহীন বিবৰ্ণ মুখ।

মৃত্যুতো একো অস্বাভৱিক ঘটনা নহয়। কত-শত মানুহে প্ৰতিটো মুহূৰ্ততে প্ৰাণময় এই পৃথিৱী এৰি নিৰুদ্দেশ হৈ আছে ৰহস্যৰে ভৰা অচিন শূন্যতাৰ গৰ্ভত। অথচ এনেকুৱা এটা স্বাভাৱিক ঘটনায়েই কেতিয়াবা কাৰোবাৰ বাবে সমগ্ৰ পৃথিৱীৰ ৰং সলনি কৰি দিয়ে। একেখন পৃথিৱী একে হৈ নাথাকে।

ৰূপালীৰ সৈতে অৰুণাভৰ কোনো সামাজিক সম্বন্ধ নাছিল, কিন্তু জীৱনত কিছুমান মুহূৰ্ত আহে যেতিয়া সামাজিক সম্বন্ধৰ প্ৰশ্ন নিতান্তই তুচ্ছ আৰু অবান্তৰ বুলি অনুভৱ হয়।

সেই শেষ ৰাতি যেতিয়া মৃত্যুৰ শীতলতাই স্পৰ্শ কৰি গৈছিল ৰূপালীৰ শৰীৰ, ঠিক সেই মুহূৰ্ততে অৰুণাভে অনুভৱ কৰিছিল তেওঁ আৰু সেই আগৰ অৰুণাভ হৈ থকা নাই।

পৰহিয়েই অৰুণাভ বিগলৈ অহাৰ কথা আছিল। কিন্তু হস্পিটেলত পৰি ৰোৱা সেই মাতৃহীনা শিশুৰ ওচৰৰপৰা আঁতৰি অহাৰ মানসিক প্ৰস্তুতি অৰুণাভৰ নাছিল। নীৰেন দত্তৰ বাহিৰে পৃথিৱীৰ অইন কোনেও নাজানিলেও



অৰুণাভেতো জানে সেই অবুজ শিশুৰ হৃৎপিণ্ডৰ মৃদু স্পন্দনৰ লগত অৰুণাভৰ কলিজাৰ স্পন্দন মিহলি হৈ আছে।

যোৱা সপ্তাহত প্ৰতিদিনে দিনটোৰ অৰ্ধেক সময় অৰুণাভে হস্পিটেলত পাৰ কৰি দিছে। অপলক দৃষ্টিৰে চাই ৰৈছে—হস্পিটেলৰ বেবি ৰুমত শুধবগা বিছনাত পৰি থকা সেই কণমানি শিশুৰ মুখলৈ। বিস্ময় আৰু বিষাদেৰে লক্ষ্য কৰিছে গুলপীয়া ৰঙৰ সেই শিশুৰ অংগ সঞ্চালন। সমগ্ৰ পৃথিৱীলৈ অবাক বিস্ময়েৰে বহল দুচকুৰে চাই ৰোৱা সেই শিশুৱে এতিয়াও নাজানে জীৱনৰ দহোটা মাহ যিজনী নাৰীয়ে জীৱনৰ সমস্ত স্নেহ আৰু মমতাৰে তাক আৱৰি ৰাখিছিল, সেই অভিমানিনী নাৰী, সি চাই ৰোৱা পৃথিৱীখনত নাই।

কালি সন্ধিয়াও প্ৰতিদিনৰ দৰেই অৰুণাভ গৈ উপস্থিত হৈছিল হস্পিটেলত। বেবি-ৰুমৰ কণ কণ বিছনাত হাত-ভৰি জোকাৰি শুই আছে সদ্য জন্ম প্ৰাপ্ত অনেক শিশু। কিয় জানো হস্পিটেলৰ সেই পৰিবেশৰ মাজতো বেমি-ৰুমত সোমালে ভাব হয়—দেৱশিশুৰে ভৰা সেই কোঠালিৰ দৰে পবিত্ৰ সৰগ আৰু ক'তো নাই।

আদহীয়া নাৰ্ছজনীয়ে কেঁচুৱাৰ বিছনা ঠিক কৰি আছিল। কি জানো এটা সাধাৰণ ইনফেকশ্যান আছিল কেঁচুৱাটোৰ শৰীৰত,—অৰুণাভে সুধিছিল,—বেবি কেনেকুৱা ?

একদম পাৰ্ফেক্ট। কোনো কমপ্লেইন নাই।

চাওক, কি স্ফূৰ্তিত হাঁহি আছে।

কাষ চাপি গৈছিল অৰুণাভ। পৃথিৱীৰ কোনো কুলষতাই স্পৰ্শ নকৰা শিশুৰ হাঁহি আচলতে স্বৰ্গৰ দুৱাৰ, সেই হাঁহিৰ মাজেৰেই দৃষ্টিগোচৰ হয় সুখ আৰু প্ৰশান্তিৰ স্নিগ্ধতাৰে ভৰা দেৱতাৰ দেশ।

অৰুণাভে সুধিছিল—কেতিয়ামানে ৰিলিজ দিব ?

ৰিলিজতো এতিয়াই লব পাৰে। আজিতো দেউতাকক মাতি পঠিওৱা হৈছিল। এতিয়াও অহা নাই। ডাক্তৰ পাটনায়কে তেখেতক বিচাৰি আছিল।

.... আপুনি অলপ মোৰ লগত আহিব নেকি ?

মই ?

ডাক্তৰে আপোনালোকৰ কোনোবা এজনকে বিচাৰি আছিল।

কেঁচুৱাৰ দুই কাষে কণমানি গাৰু দুটা গুজি দি খট-খট শব্দ কৰি

ক’ৰিডৰেৰে নাৰ্চজনী হস্পিটেলৰ আনটো মূৰলৈ আগবাঢ়ি গৈছিল।

যোৱা দুদিন ধৰি দত্তৰ লগত অৰুণাভৰো দেখা হোৱা নাই। এক অদ্ভুত গাম্ভীৰ্য আৰু নীৰৱতাৰ মানুহজনে নিজকে যেন সকলোৰেপৰা আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিছে।

বহুবাৰ কোৱা সত্ত্বেও ইমান ডাঙৰ ঘটনাৰ খবৰ তেওঁ ঘৰৰ কালৈকো জনোৱা নাই।

হস্পিটেলৰ এমূৰত ডাক্তৰ পাটনায়কৰ কেবিন। খুব কম সময়ৰ ভিতৰতে তেওঁ ভাল গাইন’ক’ল’জিষ্ট হিচাপে নাম কৰিছে। অৰুণাভ ভিতৰলৈ সোমাই গ’ল।

আহক মিষ্টাৰ চৌধুৰী বহক।

ধন্যবাদ।

বুজিছে চৌধুৰী, দত্তক খবৰ এটা দিবলৈও বিচাৰি পোৱা নাই। মোৰ অলপ অস্বাভাৱিক যেন লাগিছে। বোধহয় মিছেছক হেৰুউৱাৰ শ্বকৰপৰা তেখেতে এতিয়াও বিক’ভাৰ কৰিব পৰা নাই। মিষ্টাৰ চৌধুৰী, আপুনি যদি কাইণ্ডলি হেল্প এটা কৰে?

কওকচোন?

চাওক মিষ্টাৰ চৌধুৰী, বেবি এতিয়া সম্পূৰ্ণৰূপে নৰ্মাল। নো ডাউট, দত্তই ছিভিয়াৰ মেণ্টেল শ্বক এটা পাইছে। তথাপি বাস্তৱৰ মুখামুখি মানুহতো হ’বই লাগিব! যি গ’ল তেওঁতো আৰু ঘূৰি নাহে। আপুনি দত্তৰ কলিগ, বন্ধু হিচাপে তেখেতক বুজাব লাগিব। বেবিকতো আৰু ইনডেফিনিটলি ইয়াত ৰাখিব পৰা নাযাব। আপুনি যদি কাইণ্ডলি দত্তক বুজায়, খবৰ এটা দিয়ে— অন্ততঃ দুই-এদিনত নিয়াৰ কিবা এটা ব্যৱস্থা কৰিবলৈ—।

নিশ্চয়, মই কিবা এটা ব্যৱস্থা কৰিম।

ডাক্তৰৰ কেবিনৰপৰা ওলাই অহাৰ সময়ত অৰুণাভৰ ভাব হৈছিল যেন আপোনজনৰ স্নেহ, মমতাৰপৰা জন্ম মুহূৰ্তৰপৰাই বঞ্চিত এই দেৱশিশুক বুকুৰ মাজত সুমুৱাই লৈ এতিয়াই হস্পিটেলৰপৰা লৈ যাব। কিন্তু সেই লৈ যোৱাৰ জানো অধিকাৰ অৰুণাভৰ আছে? কি অদ্ভুত, জটিল এই পৃথিৱী! বুকুত কাৰোবাক আশ্ৰয় দিয়াৰ বাবেও সামাজিক অধিকাৰৰ প্ৰয়োজন! ....আৰু অৰুণাভে লৈয়েই বা যাব ক’লৈ? অনুৰাধাৰ ওচৰলৈ? ....এই সময়তে যদি ইয়াত অৰুণিমা বাইদেউ থাকিলেহেঁতেন? অৰুণিমা বাইদেউহঁতে



আহিম বুলি কৈও কিয় নাহিল? জীৱনৰ কোনো কোনো দুৰ্বল মুহূৰ্তত আপোন কাৰোবাৰ অভাৱৰ কথা ইমান তীব্ৰতাৰে অনুভৱ কৰা যায়।

হস্পিটেলৰপৰা ওলাই অৰুণাভ গাড়ীত বাহিছিল। ড্ৰাইভাৰক কৈছিল— দত্ত চাহাবৰ ঘৰলৈ বলা।

অন্ততঃ নীৰেন দত্তক ডাক্তৰে বিচৰাৰ খবৰটো দিয়া উচিত।

গাড়ী আহি ৰ’ল সমুদ্ৰ উপকূলৱৰ্তী সেই তিনি নম্বৰ বিল্ডিঙৰ সন্মুখত।

মূৰ তুলি চাইছিল অৰুণাভে। নাই, চতুৰ্থফ্লৰৰ বেলকনিত কোনো বহি থকা নাই। এদিন সেই বেলকনিত গাড়ীৰপৰা দেখিছিল অৰুণাভে স্থিৰ দৃষ্টিৰে অপসৃয়মান গাড়ীৰ ফালে চাই থকা ৰূপালীক। বুকুৰ ভিতৰখন কিবা এক যন্ত্ৰণাই কঁপাই দিছিল মুহূৰ্তৰ বাবে।

লিফটেৰে ওপৰলৈ উঠি কিছু সময়ৰ বাবে অৰুণাভ নিঃশব্দে থিয় হৈ ৰৈছিল নীৰেন দত্তৰ বন্ধ দুৱাৰৰ সন্মুখত।

নিজকে মানসিকভাৱে স্থিৰ কৰি লোৱাৰ পিছতহে অৰুণাভে কলিং বেল টিপিছিল।

দুৱাৰ খুলি দি উদভ্ৰান্ত দৃষ্টিৰে দত্তই চাই ৰৈছিল অৰুণাভৰ মুখলৈ। সেই দৃষ্টিত ক্ষোভ, বিষাদ, হীনমন্যতা, কি আছে অৰুণাভে অনুমান কৰিব নোৱাৰিলে।

অৰুণাভে কৈছিল—ডাক্তাৰ পাটনায়কে আপোনাক খবৰ এটা দিবলৈ ক’লে। বেবিটোৰ কিবা এটা ব্যৱস্থা কৰাৰ কথা কৈছিল।

কি ব্যৱস্থা?

বেবি এতিয়া সম্পূৰ্ণৰূপে নৰ্মাল। হস্পিটেলৰপৰা ৰিলিজ দিব খুজিছে।

চাওক মিষ্টাৰ দত্ত.....

প্লিজ, মিষ্টাৰ চৌধুৰী.....

এক মুহূৰ্তৰ বাবে নীৰেন দত্ত উত্তেজিত হৈ উঠিব খুজিছিল। তাৰ পিছত লাহে লাহে গম্ভীৰ কণ্ঠেৰে তেওঁ কৈছিল,— মিষ্টাৰ চৌধুৰী, বেবিটোক লৈ কি কৰিব লাগে সেয়া মই কৰিম; আপুনি কাইণ্ডলি এই বিষয়ত নিজকে ইনভলভড কৰিবলৈ চেষ্টা নকৰিব। সি যদি মানসিকভাৱে এটা সুস্থ মানুহ হিচাপে ডাঙৰ হ’ব লাগে, তেনেহ’লে আপুনি তাৰপৰা আঁতৰি থকাটোৱেই উচিত হ’ব। মিষ্টাৰ চৌধুৰী, মই আপোনাক অনুৰোধ কৰিছোঁ, ভৱিষ্যতে এই শিশুৰ লগত কোনো ধৰণৰ সম্পৰ্ক ৰখাৰ চেষ্টা নকৰিব।

উত্তেজনাত দত্তই বৈ বৈ ফোপাইছিল।

এনেকুৱা এটা অপ্ৰত্যাশিত পৰিবেশৰ সন্মুখীন হোৱাৰ কথা সপোনতো ভবা নাছিল অৰুণাভে। মনে মনে অৰুণাভে কৈছিল—আপুনি কোৱা ধৰণেই হ'ব মিষ্টাৰ দত্ত। সেই শিশুক সুস্থভাৱে ডাক্তৰ কৰাৰ চৰ্ত হিচাপে আপুনি যদি মোক এই পৃথিৱীৰপৰা আঁতৰি যাবলৈও কয়, তাৰবাবেও মই প্ৰস্তুত আছোঁ।

শেষবাৰৰ বাবে অৰুণাভে গুচি আহিছিল নীৰেন দত্তৰ ঘৰৰপৰা।

সেয়া কালি ৰাতিৰ কথা।

ৰাতিপুৱাই অৰুণাভ গুচি আহিছিল ৰিগলৈ।

ডেৰিক ফ্ল'ৰৰপৰা ভাহি ভাহি আহিছে ইঞ্জিনৰ শব্দ।

বন্ধ কেবিনৰ ভিতৰত বিছনাত পৰি অৰুণাভে বৃথা চেষ্টা কৰিছে টোপনি যাবলৈ।

এতিয়াও দুচকুৰ সন্মুখত শূন্যতে ভাহি আছে ট-টকৈ জ্বলি থকা, এটা সদ্যজাত কেঁচুৱাৰ অবাক বিস্ময়েৰে ভৰা দুটা চকু।

সাবল্যৰে ভৰা প্ৰাণময় সেই দুটা চকুৱে আজীৱন শক্তিশালী চুম্বকৰ দৰে অৰুণাভক কাষলৈ টানিব আৰু অৰুণাভে চেষ্টা কৰিব প্ৰাণপণে সেই আকৰ্ষণৰপৰা দূৰলৈ যাবলৈ: যেন বুকুৰ ভিতৰত কলিজাত কোনোবাই দুটা সুতীক্ষ্ণ বৰশী লগাই দিছে, ৰচিৰে এজনে এফালে টানিছে আৰু আনজনে টানিছে বিপৰীত ফালে।

যোৱা বহু ৰাতিৰ দৰে সেই ৰাতিও অৰুণাভে নুশুলে। □

## পয়ত্ৰিশ

## এই পৃথিৱীৰ প্ৰতিজন মানুহ অকল নিজৰ বিবেকৰ ওচৰতহে দায়বদ্ধ; আৰু অইন কাৰো ওচৰত নহয়

অপেক্ষাও কেতিয়াবা হৈ পৰে জীয়াই থকাৰ বাবে মানুহৰ প্ৰেৰণা। কাৰোবাৰ প্ৰেমময় অপেক্ষাই এটা জীৱনৰ ৰুক্ষ, ধূসৰ বং মচি দি কেনেকৈ



তাক সজীৱ, উজ্জ্বলতাৰে বৰ্ণময় কৰি তুলিব পাৰে, সেই কথা ডেনিছৰ দৰে মানুহজনেও ধীৰে ধীৰে উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছে।

প্ৰতিজন মানুহকে ক'ৰবালৈ গৈ উভতি আহিবলৈ এটা ঘৰৰ প্ৰয়োজন। চাৰিখন বেৰ আৰু এখন চালে আৱৰি ৰখা নিৰাভৰণ শূন্যতাকেতো ঘৰ নোবোলে! প্ৰেমৰ প্ৰদীপ জ্বলাই ৰখা কাৰোবাৰ অপেক্ষাইহে সেই শূন্যতা প্ৰশান্তিৰে ভৰাই ৰাখিব পাৰে।

বিশ্বৰ বন্দৰে বন্দৰে ঘূৰি ফুৰা ডেনিছৰো এতিয়া তেনে এক ছায়াভৰা ঘৰ আছে।

প্ৰথম প্ৰথম অফৰ সময়ছোৱাত ৰিগৰপৰা আহিলে ডেনিছে সদায়ে চিন্তা কৰিবলগীয়া হৈছিল কোনখন হোটেললৈ যাব। সেই সমস্যা এতিয়া তেওঁৰ-নাই।

ভুবনেশ্বৰৰ বিমানবন্দৰত হেলিকপ্টাৰৰপৰা নামি ডেনিছ আগবাঢ়ি গ'ল বাহিৰত অপেক্ষাৰত গাড়ীৰ ওচৰলৈ। গাড়ীত উঠি তেওঁ চিগাৰেট এটা জ্বলাই ল'লে; তাৰ পিছত ড্ৰাইভাৰক নিৰ্দেশ দিলে ডালভিৰ ঘৰলৈ যাবলৈ।

বেচ কৌতুকেৰে এই কেইদিনতে ডেনিছে লক্ষ্য কৰিছে—ভাৰতীয় মানুহে এতিয়াও বিদেশী লোক এজনক বেলেগ চকুৰে চায়। এইদৰে এই দেশৰে কোনোবা পুৰুষ এজনে এজনী অকলশৰীয়া নাৰীৰ সৈতে একেলগে থাকিলে হয়তো মানুহে বহুত কিবা-কিবি ক'বলৈ আৰম্ভ কৰি দিলেহেঁতেন। পিছে ডেনিছ বিদেশী বাবেই কোনেও একো কথা কোৱা নাই। ক'লেও অৱশ্যে তাৰ বাবে চিন্তা কৰা মানুহ ডেনিছ নহয়।

নিজৰ বিবেকৰ বাহিৰে নিজৰ কৰ্মৰ বাবে অইন কাৰো ওচৰত জবাবদিহি দিয়াৰ অভ্যাস ডেনিছৰ নাই। তেওঁ বিশ্বাস কৰে—এই পৃথিৱীৰ প্ৰতিজন মানুহ অকল নিজৰ বিবেকৰ ওচৰতহে দায়বদ্ধ; আৰু অইন কাৰো ওচৰত নহয়।

হাতৰ ঘড়ীলৈ চালে ডেনিছে। বাৰ বাজিছে। অফিচৰ ৰে'ষ্টৰ সময়ছোৱাত হয়তো ডালভি ঘৰলৈ আহিছে। ডালভি নাথাকিলে ডেনিছৰ ব্ৰিফকেছৰ ভিতৰত ঘৰৰ চাবি এটা আছে। কিন্তু নিজে তলা খুলি ঘৰৰ ভিতৰত প্ৰবেশ কৰিলে এনেকুৱা লাগে যেন কিবা এক নিসংগ শূন্যতাইহে সম্ভাষণ জনাবলৈ বৈ আছে।

গাড়ীৰ দুৱাৰৰ কাচখন নমাই দিলে ডেনিছে। ভিতৰত অলপ বতাহৰ

প্ৰয়োজন, বেচ গৰম পৰিছে। তীব্ৰ বেগত চোঁ-চোঁকৈ অফ হোৱাইট ৰঙৰ গাড়ী এখন নিচেই ওচৰেৰে পাৰ হৈ গ'ল। কনভেণ্ট স্কুল হয়তো চুটি হ'ল। কণ-কণ ল'ৰা ছোৱালী লৈ ৰিক্সাৰ সমদল এটা সন্মুখৰপৰা আগবাঢ়ি আহিছে।

ডেনিছে ড্ৰাইভাৰক ক'লে—লাহে লাহে চলোৱা।

ৰিগত একেৰাহে বেছ কিছুদিন থকাৰ পিছত উপকূললৈ আহি চহৰৰ ব্যস্ত পথৰ যান-বাহন মানুহৰ সমদল দেখিলে ভাব হয় যেন পৃথিৱীত কিহবাৰ উৎসৱ চলিছে! মন প্ৰফুল্লিত হৈ উঠে।

চহৰৰ মূলকেন্দ্ৰৰপৰা বেছ কিছু দূৰৈত মিছেছ ডালভিৰ ঘৰ। সৰু গলি এটাইদি সোমাই যাব লাগে। হয়তো বৰ বেছি গাড়ী আহ-যাহ নকৰে বাবেই ডেনিছ আহিলে এতিয়াও তেওঁক দু-এজনে বেছ উৎসুকতাৰে লক্ষ্য কৰে।

ঘৰৰ সন্মুখত গাড়ীৰপৰা নামিল ডেনিছ। সোণালী ব্ৰিফকেছ হাতত লৈ ঘৰৰ ফালে মুখ ঘূৰাই দেখিলে দুৱাৰ খুলি সম্ভাষণৰ বাবে ৰৈ আছে ডালভি। ডেনিছৰ মনটো এনেয়ে ভাল লাগি গ'ল। অলপ আগতে কিজানি ডালভিয়ে গা ধুই উঠিছে। দুপৰৰ ৰ'দত সদ্যস্নাতা, শেষ-যৌৱনৰ মসৃণ মুখৰ লাৱণ্য জিলিকি উঠিছে। ডালভিৰ দুচকুত চকু পৰাৰ লগে লগে এক উষ্ণতাৰ পৰশ ডেনিছৰ শৰীৰৰ ওপৰেৰে পাৰ হৈ গ'ল।

মিছেছ ডালভিয়ে ডেনিছক এদিন কৈছিল—ৰিগৰপৰা আহিবৰ দিনা তুমি যে কেনেকুৱা পগলাৰ নিচিনাকৈ থাকা! মোৰ তোমাৰ ওচৰলৈ যাবলৈকে ভয় লাগে।

কিয়?

তুমি কেনেকুৱা দস্যু, মুখৰ ফালে চাই কোনেওতো অনুমান কৰিব নোৱাৰে।

দিনৰ পিছত দিন, মাহৰ পিছত মাহ মাজসমুদ্ৰত জাহাজৰ ওপৰত নাৰী স্পৰ্শবিহীন ৰুক্ষ জীৱনে যিকোনো পুৰুষকে চাগে নাৰীসংগৰ বাবে লালায়িত কৰে; শৰীৰৰ কিছু দাবীৰ তীব্ৰতা সিমানেই বাঢ়ি যায়, যিমানেই সেই দাবী অবদমিত হৈ থাকে।

কান্ধৰপৰা ভৰিলৈকে পৰা পাতল সেউজীয়া ৰঙৰ চেমিজৰ নিচিনা



পোছাক এটা পিন্ধি আছে ডালভিয়ে। কঁকালত একে ৰঙৰ ছিল্কৰ বচিৰ ঢিলা বান্ধ। কান্ধৰপৰা ওলমি আছে সম্পূৰ্ণ নিৱাভৰণ মসৃণ হাত।

দুৱাৰখন পিঠিৰে লাহেকৈ বন্ধ কৰি দি ডালুভিক ডেনিছে দুহাতেৰে ওচৰ চপাই ল'লে। বিদ্যুৎ তৰংগৰ দৰে এটা উষ্ণতাৰ সোঁত পাৰ হৈ গ'ল দুটা শৰীৰৰ মাজেৰে। ডালভিয়ে নিজেই উত্তাপময় শৰীৰ চেপি ধৰিলে ডেনিছৰ গাত।

ডলভিৰ দুচকুৰ ওপৰত দৃষ্টি ৰাখি ডেনিছে কলে—তুমি এই কেইদিনত আৰু বেছি এট্ৰেকটিভ হৈ উঠিছা। লুকিং ৰিয়েলি লাভলি।

তৃপ্তিত আৰক্তিম হৈ উঠা ডালভিয়ে নিজকে আঁতৰাই আনি ক'লে, এতিয়াই তোমাৰ প্ৰেম থোৱা। মোৰ অফিচ আছে। ডাইনিং টেবুলত তোমাৰ বাবে চব ৰেডি আছে। তুমি লাঞ্চ খাই অলপ ৰে'ষ্ট লোৱা মানে মই অফিচৰপৰা আহি পাম।

অফিচলৈ যোৱাৰ আগতে ডালভি মাত্ৰ দুইমিনিটৰ বাবে এনেয়ে ডেনিছৰ বুকুৰ মাজত সোমাই থাকিল। যেন অফিচৰ সময়খিনি এটা আমেজত পাৰ কৰি দিবৰ বাবে অলপ উষ্ণতা লৈ যাব খুজিছে! ইমান দিনৰ অভিজ্ঞতাৰ পৰা ডালভিয়ে জানে তাতকৈ অধিক সময়ে বিপদ মাতি আনিব পাৰে। তাতে ডেনিছ ইমান দিনৰ মূৰত ৰিগৰপৰা আহি পাইছে!

অফিচলৈ যোৱাৰ বাটতে ডালভিৰ মুড অফ হৈ গ'ল। এনেয়ে তেওঁ অফিচলৈ খোজকাঢ়ি যায়; দেৰি হোৱাৰ বাবেই আজি ৰিক্সাত গৈছিল। ডেনিছে বহুদিন গাড়ী ঠিক কৰি দিয়াৰ কথা কৈছে, ডালভিহে সন্মত হোৱা নাই।

ৰিক্সা আহি শ্বহীদ নগৰৰ চাৰিআলিটো পাইছেহি মাথোন, ডালভিয়ে দূৰৈৰপৰা দেখিলে সন্মুখৰপৰা তীব্ৰ গতিত এম্বেছেডৰ গাড়ী এখন আহি আছে। ৰাস্তাৰ কাষেৰে ৰিক্সাত উঠি কনভেণ্ট স্কুলৰ দুটা কণ-কণ ল'ৰা-ছোৱালী, মুখত আইছক্ৰিম বাৰ, চকুৰ সন্মুখতে গাড়ীখনে হঠাতে অন্য এখন মটৰ বাইকৰপৰা নিজকে বচাবলৈ গৈ খুন্দা মাৰি দিলে ৰিক্সাখনত। ডালভিয়ে মাথোঁ দেখিলে ছিটিকি পৰা আইচক্ৰিম বাৰ দুটা।

মুহূৰ্ততে হুলস্থূল লাগি গ'ল। অইন এখন গাড়ীত চেতনাহীন দুটা ৰক্তাক্ত শিশুৰ শৰীৰ মানুহে লাগি ভাগি হস্পিটেললৈ লৈ গ'ল।

অফিচৰ ভিতৰত প্ৰৱেশ কৰি নিজৰ ৰুমত বেছ কিছুসময় মনে মনে

বহি থাকিল ডালভি। অফিচত তেওঁৰ—বাহিৰেও আৰু এজনী ছোৱালীয়ে কাম কৰে। খুৰ্ধা ৰ'ডৰ এংলো ইণ্ডিয়ান ছোৱালী। এঞ্জেলিনা নাম। অফিচত সকলোৱে এনি বুলি মাতে।

মাজতে আহি এনিয়ে কৈ গ'ল—জানে মিছেছ ডালভি, পাৰাদ্বীপৰ মিষ্টাৰ দত্তৰ বেবিটো হস্পিটেলতে পৰি আছে। দত্তই বোলে যোৱা তিনি-চাৰিদিন খবৰেই কৰা নাই।

—কিয় ?

পাৰদ্বীপৰপৰা ৰেডিঅ' অপাৰেটৰ যে, —পাটনায়ক আহিছিল। বোধহয় দত্তই ভাবিছে মাকৰ মৃত্যুৰ বাবে বেবিটোৱেই দায়ী। আপুনি কওকচোন বেবিটোৰ গাত কি দোষ ? আই এম ৰিয়েলি ফিলিং ফৰ দি বেবি। হাও আনফৰচুনেট।

টাইপৰাইটাৰৰ ৰিডত আঙুল বুলাই বহু সময় ডালভিয়ে ভাবি ৰ'ল পৃথিৱীৰ আলোক দেখাৰ সেই পৰম আনন্দময় মুহূৰ্ততে মাতৃহাৰা সেই অবুজ শিশুটোৰ কথা।

ডালভিয়ে অনুভৱ কৰিলে—বুকুৰ ভিতৰত হঠাতে এটা শূন্য গহ্বৰ সৃষ্টি হৈছে আৰু লাহে লাহে সেই শূন্যতাই যেন তেওঁৰ সমগ্ৰ শৰীৰ গ্ৰাস কৰিবলৈ উদ্যত হৈছে।

তেওঁ বেৰত ওলোমাই থোৱা কেলেণ্ডাৰখনলৈ চালে! এটা চাৰি-পাঁচ বছৰীয়া শিশুৱে কাঠৰ ব্লকেৰে এখন দলঙৰ মডেল সাজি আছে।

স্নেহ আৰু মমতাৰ এক বিষাদমধুৰ অনুভূতিয়ে লাহে লাহে ডালভিৰ বুকুৰ ভিতৰৰ সেই শূন্য গৰ্ভ ভৰাই পেলালে।

ঠিক চাৰে -চাৰি বজাত ডালভি ঘৰ পালেহি।

দুৱাৰ খুলি দিলে ডেনিছে।

এই মাত্ৰ ডেনিছে টোপনিৰপৰা সাৰ পাইছে। আবেলি টোপনিৰপৰা উঠি একাপ কফি নাখালে তেওঁৰ মূৰটো ঠিক নাথাকে।

ডালভিৰ ঘৰৰ ক'ত কি আছে সেয়া আৰু ডেনিছৰ অজানা নহয়। কফি বনাই প্ৰথম শোহাটো মৰাৰ লগে লগে ডালভি আহি পাইছে।

বাঃ তুমি কফি বনালাই নেকি ?

ডালভিয়ে সুধিলে।

তোমাৰ কাৰণেও একাপ ৰেডি আছে।



ও, হাও চুইট ইউ আৰ!

ওচৰলৈ আহি ডালভিয়ে খুব সামান্যভাৱে ডেনিছৰ ওঁঠ স্পৰ্শ কৰিলে।

কফিৰ কাপটো হাতত লৈ ডালভিয়ে সুধিলে,—পাৰাদ্বীপৰ মিছেছ দত্তৰ ইনচিডেন্টটোৰ কথা শুনিছা ?

শুনিছো, ভেৰি ছেড!

জানা, আজি অফিচত শুনিলো বেবিটো এতিয়াও হস্পিটেলতে আছে। দত্তই বোলে চাবলৈকে যোৱা নাই।

কিয় ?

হি ইজ প্ৰবেবলি ভেৰি আপছেট। বোধহয় বেবিটোক বচাবলৈ গৈয়ে মিছেছক হেৰুৱালে,—তেনেকুৱা কিবা ভাবিছে।

বৰ বেয়া কথা। যি গুচি গ'ল তাৰ কথা ভাবি, যি আহিছে তাক অনাদৰ কৰা জানো উচিত।

ৰিয়েলি ছ' আনলাকি!

ৰিগৰপৰা অহাৰ দিনা সাধাৰণতে ডেনিছহঁতে ৰাতিৰ সাজ বাহিৰতে খায়। আজি কিয় জানো, ডালভিৰ বাহিৰলৈ যাবলৈ একেবাৰে মন নগ'ল।

ডিনাৰ ঘৰতে খাবা ?

নো প্ৰব্লেম।

ডিনাৰৰ পিছত বিছনাত পৰি চিগাৰেট এটা জ্বলাই ললে ডেনিছে। বাহিৰৰ লাইটটো অফ কৰি দি ডালভি বেডৰুমত সোমাল। তেওঁ ল' পাৱাৰৰ নীল লাইটটো জ্বলাই দিলে।

বিছনাৰ কাষলৈ অহাৰ লগে লগে ডেনিছে হাতখন আগবঢ়াই দি প্ৰথমতে ডালভিক স্পৰ্শ কৰিলে।

কাষ চাপি গ'ল ডালভি। খুব নিবিড় দৃষ্টিৰে চাই ৰ'ল কেইটামান মুহূৰ্ত ডেনিছৰ দুচকুলৈ। এনেকুৱা বিষাদ-গভীৰ দৃষ্টিৰে ডালভিয়ে কিজানি কোনদিনেই ডেনিছৰ চকুলৈ চোৱা নাই।

বিছনাত উঠি ডালভিয়ে ডেনিছৰ বুকুত হাত থ'লে; লাহেকৈ এটা চুম্বন আঁকি দিলে কপালত।

ডেনিছৰ একেবাৰে বুকুৰ কাষলৈ সোমাই আহি ডালভি কিছু সময় চুপ হৈ ৰ'ল।

এখন হাত লাহেকৈ ডালভিৰ বুকুৰ ওপৰত থৈ আনখন হাত ডেনিছে

ডালভিৰ কঁকালৰ ওপৰত থলে। হাতৰ তলুৱাত চেমিজৰ চিল্কৰ ৰচিৰ স্পৰ্শ।

ওপৰলৈ মুখ কৰি কিবা এক বিষন্নতা মিহলি আন্তৰিকতাৰে ডালভিয়ে ক'লে,—আজি থাকক সোণটো, মনটো একেবাৰে ভাল নহয়। সঁচাকে।

গভীৰ মমতাৰে দুয়োহাতেৰে ডালভিৰ মুখখন দাঙি ডেনিছে উদ্বিগ্নতাৰে সুধিলে,—কি হ'ল?

নাই এনেয়ে।

ডেনিছৰ বুকুত মুখ গুজি দি ডালভিয়ে সুধিলে- ডেনিছ, কাইলৈ পাৰাদ্বীপলৈ যাবা?

হঠাতে পাৰাদ্বীপ! কি হ'ল?

জানা ডেনিছ, কিয় জানো দত্তৰ বেবিটোৰ বাবে মোৰ সাংঘাটিক কষ্ট হৈছে। এটা কথা কম, ডেনিছ?

ছিয়'ৰ?

কি মন গৈছে জানা ডেনিছ? দত্তই যদি আপত্তি নকৰে, সেই বেবিটোক আমি লৈ আহিম, নিজৰ ল'ৰাৰ দৰে ৰাখিম। ডাঙৰ কৰিম। তুমি বেয়া পাবা নেকি ডেনিছ?

ডালভিৰ ঘৰত এনেকুৱা কিবা এটা ছিৰিয়াছনেছ আছিল যে সেই স্বৰে স্পৰ্শ কৰি গ'ল ডেনিছৰ হৃদয়।

সেইটো জানো ইমান সহজ ডালভি? দত্তয়েই বা সন্মত হব কিয়! তথাপি ঠিক আছে বাৰু, কাইলৈ আমি পাৰাদ্বীপলৈ যাম। হ'ব?

তুমি ইমান ভাল ডেনিছ!

ডালভিৰ দৰে সেই মুহূৰ্তত ডেনিছৰো অনুভৱ হ'ল—প্ৰতিজন মানুহৰ বুকুতে কিজানি একো একোটা শূন্য গহ্বৰ থাকে। সেই শূন্যতা পূৰোৱাৰ স্বপ্নত বিভোৰ হৈ থাকোঁতেই পল-অনুপলকৈ পাৰ হৈ যায় সমগ্ৰ জীৱন।

একেবাৰে বুকুৰ ওচৰ চপাই ললে ডেনিছে ডালভিক।

আৰু ওচৰলৈ আহা।

কিমান ওচৰলৈ যাব লাগে।

আৰু

আহিছোঁতো।

না, আৰু

পৰম অন্তৰংগ সেই মুহূৰ্তত দুয়োজনৰ এনেকুৱা লগিল যেন নিজৰ



নিজৰ কিবা এক শূন্যতা পূৰাবৰ বাবেই এজনে আনজনৰ শৰীৰৰ ভিতৰত ধীৰে ধীৰে স্নেহ আৰু মমতাৰে আশ্ৰয় বিচাৰিছে।

পিছদিনা পাৰাদ্বীপলৈ যোৱাৰ পথত ডালভিয়ে মাজতে এবাৰ ক'লে—জানা ডেনিছ, মাজে মাজে মোৰ এখন অৰফেনেজ খুলিবৰ মন যায়। যিবোৰ শিশুক চাবলৈ কোনো নাই, সিহঁত তাত থাকিব, খেলিব, নাচিব, ডাঙৰ হ'ব। পৃথিৱীত চাগে কিমান এনেকুৱা শিশু আছে!

ডেনিছে মনে মনে ভাবিলে, প্ৰতিজনী নাৰীৰ হৃদয়তে চাগে একোজনী মাতৃ থাকে; নিজৰ সন্তানকতো সকলো মাতৃয়ে ভাল পায়, কিন্তু সেইজনী নাৰীহে চাগে প্ৰকৃত মাতৃ যি নিজৰ গৰ্ভজাত নহ'লেও এটা অচিনাকি শিশুক সকলো স্নেহ, মমতা আৰু অন্তৰিকতাৰে বুকুৰ মাজত আশ্ৰয় দিব পাৰে।

প্ৰায় দুপৰীয়া হ'ল পাৰাদ্বীপ পাওঁতে।

প্ৰথমতে ক'লৈ যাবা?

ডেনিছে সুধিলে।

মিষ্টাৰ দত্তৰ ঘৰলৈকে যাওঁ বলা।

তাৰ পিছত হস্পিটেললৈ যাম। তুমি ঘৰ চিনি পোৱা নে?

অৰুণাভ চৌধুৰীৰ সৈতে এবাৰ আহিছিলো। চিনি পাব লাগে। সেই যে দূৰৈত ওখ ওখ বিল্ডিংবোৰ দেখিছা, তাৰ একেবাৰে শেষৰটোত হ'ব লাগে। ..... ড্ৰাইভাৰ সেইফালে বলাচোন।

ডেনিছে আঙুলিৰে দেখুৱাই দিলে।

শিলৰ দেৱালৰ কাষে কাষে গৈ টাৰ্নিং লোৱাৰ লগে লগে দৃষ্টিগোচৰ হ'ল ভৰ দুপৰৰ ৰূপালী ৰ'দত জলমল কৰি থকা নীলা মুকুতাৰ সাগৰ। জিৰ জিৰ বতাহত কঁপি আছে ছায়াভৰা ঝাওবন।

সমুদ্ৰপাৰৰ সেই ছমহলীয়া বিল্ডিংৰ সম্মুখত আহি ৰ'ল ডেনিছৰ গাড়ী।

নাম[illegible]টোৱেই হ'ব লাগে। ফ'ৰ্থ ফ্ল'ৰ।

বতাহত উৰি যোৱা শাৰীৰ আঁচল ডালভিয়ে ঠিক কৰি ল'লে। ঝাওবনৰ তলসৰা শুকান পাত বালিচৰৰ ওপৰেৰে বতাহৰ সোঁতত কায় [illegible] আহিছে।

লিফটেৰে ডেনিছহঁত ওপৰলৈ উঠি গ'ল। ফ'ৰ্থ ফ্ল'ৰত নাম বাওফালৰ ফ্লেটৰ কলিং বেল টিপি দিলে ডেনিছে। কিয় জানো, কিবা এক অজান আশা আৰু আশংকাত দুৰ্-দুৰ্ কঁপি উঠিল ডালভিৰ হৃদয়। কপালত পৰা

অবিন্যস্ত চুলি বাৰে বাৰে তেওঁ দুই হাতেৰে ঠিক কৰাত লাগিল।

খটকৈ সৰু এটা শব্দ হ'ল। দুৱাৰ খুলি দিলে দত্তই নিজে।

অন্ততঃ মিছেছ ডালভিক দেখি অলপ ব্যস্ত হৈ উঠিব লাগিছিল দত্ত, কিন্তু নহ'ল। এক উদাস, উদভ্ৰান্ত দৃষ্টি তেওঁৰ দুচকুত। গভীৰ যন্ত্ৰণা লুকুৱাবলৈ গ'লে এনেদৰে শ্ৰান্ত-ক্লান্ত হয় মানুহৰ চকু।

ঘৰৰ ভিতৰখন এনেয়ে চকু ফুৰাই চাই ল'লে ডালভিয়ে। আগতেতো এই ঘৰলৈ কোনো দিনে অহা নাই, তথাপি কিয় জানো ডালভিৰ অনুভৱ হ'ল—ভৰি থকা এইখন ঘৰৰ সাবলীলতা চূৰ্ণ-বিচূৰ্ণ কৰি অলপতে যেন কোনোবা ক'ৰবাত হেৰাই গৈছে।

পৰম আকাংক্ষিত এটা প্ৰাণৰ আগমনৰ উল্লাসেৰে উৎসৱ-মুখৰ হৈ থাকিব লাগিছিল। এই ঘৰ এই মুহূৰ্তত। তাৰ বিপৰীতে ঘৰৰ বতাহ, বেৰৰ ৰং, চকী-মেজ পৰিবেশ সকলোতে বিৰাজমান শ্মশানৰ ভয়াবহ নীৰৱতা। কিবা এক হু-হু শূন্যতা।

ভেৰি ছৰি মিষ্টাৰ দত্ত। মৃত্যুৰ ওপৰত কাৰ হাত আছে।

ডেনিছৰ কথাৰ উত্তৰ দিবলৈ দত্তৰ কোনো উত্তৰ নাছিল। পুনৰ ডেনিছেই সুধিলে—

বেবিটো হস্পিটেলতে আছে নেকি? দত্তই মূৰ দুপিয়ালে।

মিষ্টাৰ দত্ত, বেয়া নাপায় যদি কথা এটা কওঁ?

দত্ত আৰু মিছেছ ডালভিয়ে ঠিক একেটা মুহূৰ্ততে ডেনিছৰ মুখলৈ চালে।

ডেনিছে ক'লে—দত্ত ডালভিৰ লগত মোৰ সম্বন্ধৰ কথা আপুনি নিশ্চয় জানে। স্বামী-স্ত্ৰী হিচাপে আছো আমি। আমাৰ কোনো সন্তান হোৱাৰ সম্ভাৱনা নাই। আপুনি আপত্তি নকৰিলে আপোনাৰ সন্তানটোক আমি ডাঙৰ কৰিব খুজিছোঁ। এয়া ডালভিৰো ইচ্ছা॥

কিবা এক কাকুতিৰ সুৰত ডালভিয়েও কলে— আপুনি নিশ্চিত থাকিব পাৰে মিষ্টাৰ দত্ত, যিকোনো পিতৃ-মাতৃতকৈ আমি আপোনাৰ ল'ৰাক কোনোগুণে কম আদৰ নকৰোঁ।

উদগ্ৰীৱ হৈ এক দৃষ্টিৰে ডেনিছ আৰু ডালভিয়ে চাই ৰ'ল অভিব্যক্তিহীন দত্তৰ মুখলৈ।

বহুসময় নীৰেন দত্ত মনে মনে থাকিল। পিছত তেওঁ সুধিলে— হস্পিটেললৈ গৈছিল নেকি?



ডেনিছে উত্তৰ দিলে—নাই যোৱা, ইয়াৰপৰাই যাম বুলি ভাবিছোঁ। বলক। বেবিটোও চাব।

ডেনিছৰ গাড়ীত আহি বহিল তিনিজন। ড্ৰাইভাৰক ডেনিছে নিৰ্দেশ দিলে—হস্পিটেললৈ।

সাগৰৰ পাৰৰ ঝাওবনে ঘেৰা ৰাস্তাৰে আগবাঢ়ি গ'ল গাড়ী। খোলা খিৰিকিৰে অদ্ভুত স্তব্ধতাৰে নীৰেন দত্তই বাহিৰলৈ চাই ৰ'ল। দত্তৰ সেই বেদনাবিধুৰ মৌনতা ভংগ কৰি ডেনিছৰ আৰু কিবা সুধিবলৈ সংকোচ হ'ল।

কোনেও নাজানিলেও দত্তইতো নিশ্চিতভাৱে জানে—সেই কেঁচুৱাৰ সৈতে তেওঁৰ কোনো তেজৰ সম্বন্ধ নাই! যিমানদিন সন্মুখত থাকিব, সিমানদিন প্ৰতিটো মুহূৰ্ততে এক যন্ত্ৰণাকাতৰ স্মৃতি সেই শিশুটোৱে মাথোঁ সোঁৱৰাই থাকিব! কি দৰকাৰ দত্তৰ জানি-শুনি এটা যন্ত্ৰণাক নিজহাতে ডাঙৰ কৰাৰ—!

কিন্তু কি দোষ এই শিশুৰ! এজনী নাৰী, ৰূপালীয়ে, জীৱনৰ সমস্ত আশা, স্বপ্ন, আবেগ, অনুভূতিৰে গঢ়ি তুলিছে এই শিশু। নিজৰ শৰীৰৰ তেজ প্ৰবাহিত নোহোৱাৰ বাবেই জানো তাৰ কোনো অধিকাৰ নাই দত্তৰপৰা অলপ স্নেহ, মমতা আৰু আশ্ৰয় আশা কৰাৰ? মানুহৰ প্ৰতি মানুহৰ দায়িত্ববোধ, প্ৰেম, স্নেহ, মমতা, আবেগ, অনুভূতি সকলো জানো নিয়ন্ত্ৰণ কৰে অকল শৰীৰৰ ৰক্তৰ সম্বন্ধই? মানৱতাৰ পৃথিৱীত কোনো দাম নাই!

গাড়ী আহি ৰ'ল হস্পিটেলৰ সন্মুখত।

আহক।

গাড়ীৰপৰা নামি কৰিড'ৰেৰে হস্পিটেলৰ আনটো মূৰলৈ আগবাঢ়ি গ'ল নীৰেন দত্ত। অনুসৰণ কৰিলে ডেনিছ আৰু ডালভিয়ে।

শেষৰ ৰুমটোৰপৰা ওলাই আহিল নাৰ্ছ এজনী। দত্তক দেখি তেওঁ চিঞৰি উঠিল— মিষ্টাৰ দত্ত, আপোনাৰ নিচিনা পিতৃ কিন্তু আগতে আমি দেখা নাই। কেঁচুৱা হস্পিটেলত পৰি আছে, আপোনাৰ খবৰেই নাই!

এক মুহূৰ্তৰ বাবে অপ্ৰস্তুত হৈ দত্তই ক'লে—কেনে আছে?

যাওক, চাওক গৈ।

ৰুমৰ ভিতৰতলৈ সোমাই গ'ল দত্ত। পাছে পাছে ডেনিছ আৰু ডালভিও।

সেই দেৱশিশু বাগৰি আছে এখনি কণমানি, শুধ বগা কাপোৰৰ বিছনাত। হঠাতে ৰুমৰ ভিতৰত কাৰোবাৰ শব্দ শুনি,—যেন বহু সময় ধৰি অধীৰ

আগ্ৰহেৰে কাৰোবাৰ বাবে অপেক্ষা কৰি আছিল—ঠিক তেনে এক অভিমানী, অবুজ দৃষ্টিৰে কণ-কণ দুচকু মেলি সি ওপৰলৈ চালে। প্ৰথমতে তাৰ দৃষ্টিত ধৰা পৰিল দত্তৰ মুখ, লগে লগে যেন এক অনাবিল আনন্দত সি বহল দুচকু মেলি এক দৃষ্টিৰে চাই ৰ'ল দত্তৰ মুখলৈ।

পৃথিৱীৰ সমস্ত দুখ-সুখ আনন্দ-বেদনাৰে মথিত হৈ দত্তৰ বুকুৰ ভিতৰখন কঁপি উঠিল থৰথৰকৈ। আবেগকম্পিত প্ৰসাৰিত দুই হাত ধীৰে ধীৰে দত্তই সেই শিশুৰ ওচৰলৈ আগবঢ়াই দিলে। অস্ফুট কণ্ঠেৰে দত্তই ক'লে—ডেনিছ, মোৰ যদি সঁচাকে এটা নিজৰ সন্তান থাকিলেহেঁতেন, মই তাক নিশ্চিন্ত মনে আপোনাৰ হাতত তুলি দিলোহেঁতেন। কিন্তু এই কণমানিটোক, এই শিশুটোক মই নিজ হাতে ডাঙৰ কৰিবই লাগিব। চাওক, কিমান হেঁপহেৰে মোৰ মুখলৈ সি চাই আছে। সি মোৰ কোলাত উঠিব খুজিছে!...

পৰম তৃপ্তি আৰু আনন্দেৰে দত্তই কণমানি কেঁচুৰাটো বুকুৰ ভিতৰত সুমুৱাই ল'লে। □

## ছয়ত্ৰিশ

## দেৱত্ব লাভৰ নীৰৱিছিন্ন প্ৰচেষ্টাই হোৱা উচিত মানুহৰ জীৱন

বিদায়ৰ সময় সমাগত।

বংগোপসাগৰৰ সমুদ্ৰগৰ্ভত তৈল অনুসন্ধানৰ বাবে সুদূৰ বিদেশৰপৰা অহা সেই সুবিশাল অট্টালিকাসদৃশ পেলিকান ৰিগ পাৰাদ্বীপ বন্দৰৰ উপকূলৰপৰা কিছু দূৰৈত ৰাতিপুৱাৰ নিস্তৰংগ সমুদ্ৰপৃষ্ঠৰ ওপৰত ওপঙি আছে। বন্দৰ কৰ্তৃপক্ষৰ বিদায়সংকেত পোৱাৰ লগে লগে পাৰাদ্বীপ বন্দৰৰ সকলো সম্বন্ধ ছিঙি পেলিকান ৰিগ ধীৰে ধীৰে বিলীন হৈ যাব পৰিধিবিহীন উত্তাল সমুদ্ৰৰ মাজত।

মানুহৰ সৈতে মানুহৰ ধীৰে ধীৰে গঢ় লৈ উঠা মানৱীয় সম্বন্ধৰ তীব্ৰতাৰ উমান সকলো সময়তো পোৱা নাযায়: বিদায়ৰ কোনো কোনো মুহূৰ্ততে অনুভৱ হয় মানৱীয় সম্পৰ্কৰ গাঢ়তাৰ কথা।



উপকূলত থিয় হৈ থকা অৰুণাভে চাই পঠিয়ালে ৰিগলৈ।

এই মুহূৰ্তত অৰুণাভৰ ভাব হৈছে দিনৰ পিছত দিন, নিশাৰ পিছত নিশা একেলগে উত্তাল সমুদ্ৰৰ মাজত পাৰ কৰি দিয়াৰ পিছত মাইকেল, ডেনিছ, জেকছন আৰু অন্যান্য নাবিকসকল অকল কৰ্মক্ষেত্ৰৰেই সংগী হৈ থকা নাছিল, ভাষা আৰু ভৌগোলিক সীমাৰ ভেদাভেদ অতিক্ৰম কৰি পৰস্পৰৰ মাজত যেন সকলোৰে আগোচৰে ধীৰে ধীৰে গঢ়ি উঠিছিল বিশ্ব-ভ্ৰাতৃত্বৰ পবিত্ৰ বান্ধোন।

সেয়া জাহাজৰ বেলকনিত থিয় হৈ হাত জোকাৰি আছে মাইকেল আৰু জেকছনে। বিশাল নীৰৱতাৰে নিজকে আৱৰি ৰখা জেকছন নামৰ সেই ক্ৰেন-অপাৰেটৰজনৰ সৈতে অৰুণাভে কোনোদিনে কথা পতা নাই; সেই জেকছনেও বিদায়ৰ এই মুহূৰ্তত এক দৃষ্টিৰে চাই আছে উপকূলত থিয় হৈ থকা অৰুণাভলৈ।

হঠাতে সমুদ্ৰপৃষ্ঠত ওপঙি বোৱা সেই জাহাজৰপৰা ভাহি আহিল উকিৰ শব্দ।

প্ৰস্থানোদ্যত জাহাজৰ বেলকনিত একে লগে কঁপি উঠিল কেইবাযোৰো বন্ধুত্বৰ হাত।

সোঁহাতখন ওপৰলৈৰ তুলি অৰুণাভে জোকাৰি দিলে। তেওঁৰ ভাব হ'ল—মানুহৰ পৰিচয় মানুহৰ হৃদয়: মানুহৰ পৰিচয় কেতিয়াও ভাৰতীয়, বৃটিছ বা এমেৰিকান নহয়।

অতি ধীৰে ধীৰে তুলুং ভুটুংকৈ সমুদ্ৰপৃষ্ঠৰ ওপৰত কঁপি উঠিল ৰাতিপুৱাৰ ৰ'দত চিকমিকাই থকা পেলিকান ৰিগ। অৰুণাভৰ এনেকুৱা লাগিল যেন কোনো অন্তৰংগ বন্ধু চিৰকালৰ বাবে বিদায় লৈ ক'ৰবালৈ যাবলৈ ওলাইছে।

শৈশৱৰ সেই স্বপ্নাতুৰ অৰুণাভে অৰ্জুন মামাৰ সৈতে সুবিশাল ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈ এদিন স্বপ্ন দেখিছিল পৰিধিবিহীন বিশাল সমুদ্ৰৰ, সেই একেই অৰুণাভে এদিন বংগোপসাগৰৰ উপকূলৰপৰা বিস্ময়াভিভূত হৈ চাই ৰৈছিল সুদূৰ বিদেশৰপৰা সাগৰ-মহাসাগৰ অতিক্ৰম কৰি তেলৰ সন্ধানত অহা অচিনাকি পেলিকান ৰিগলৈ, আৰু সেই একেই অৰুণাভে আজি পাৰাদ্বীপ বন্দৰ-উপকূলত থিয় হৈ বিদায় জনাইছে ৰিগৰ নাবিক বন্ধুক।

চাই থাকোঁতেই ধীৰে ধীৰে আকাশ আৰু সমুদ্ৰৰ দুই নীলাৰ সংগমস্থলত অদৃশ্য হৈ গ'ল বিপুলায়তন পেলিকান ৰিগ।

অৰুণাভৰ দুচকুৰ সন্মুখত এতিয়া বাতিপুৱাৰ ৰ'দত জ্বলমলাই থকা বংগোপসাগৰৰ শূন্য সমুদ্রপৃষ্ঠ। এই চিনাকি সমুদ্রৰ সৈতে আৰু জানো কেতিয়াবা অৰুণাভৰ দেখাদেখি হ'ব! কোনে জানে হয়তো আৰু কোনোদিনে দেখাই নহ'ব।...

কিবা এক অনামী, গভীৰ শূন্যতাই অৰুণাভৰ হৃদয়-মন আগুৰি ধৰিলে। হঠাতে অৰুণাভৰ মনলৈ আহিল ৰূপালীৰ কথা।

উৰিষ্যাৰ এটি কোণত, বংগোপসাগৰৰ উপকূলত অৱস্থিত এই সৰু পাৰাদ্বীপ বন্দৰ অৰুণাভৰ বাবে হৈ ৰ'ব স্মৃতিৰ চহৰ, জীৱনৰ কোনো নির্জন ক্ষণত যেতিয়া অৰুণাভৰ সময়ৰ সীমা অতিক্রম কৰি এৰি অহা দিনবোৰলৈ উভতি যোৱাৰ হেঁপাহ হ'ব, তেওঁৰ মন জাহাজে গৈ লংগৰ পেলাব পাৰাদ্বীপ বন্দৰ উপকূলত, স্মৃতিগন্ধময় সেই বিষন্ন ক্ষণত অৰুণাভৰ দুচকুৰ সন্মুখত ভাহি ৰ'ব কাৰুণ্য আৰু জীৱনৰ আকুতিৰে ভৰা সেই শেষ নিশাৰ মৃত্যুস্পর্শিত ৰূপালীৰ বিবৰ্ণ মুখ; স্মৃতিৰ সুৰংগেৰে হয়তো ভাহি আহিব বাঁহীৰ সুৰৰ দৰে, সেই দেৱশিশুৰ হাঁহি আৰু কন্দোনৰ শব্দ।

হঠাতে অৰুণাভে ঠিক কৰিলে তেওঁ আজিয়েই পাৰাদ্বীপ এৰি ভুবনেশ্বৰলৈ যাব। জীৱনত কোনো কোনো ঘটনা, কোনো কোনো স্মৃতি থাকে, যাৰ ওচৰৰপৰা যিমান পৰা যায় দূৰলৈ যাবলৈ মানুহে অহৰহ প্রচেষ্টা চলায়। স্মৃতিৰপৰা পলায়নৰ প্রচেষ্টাই কিজানি নিয়ন্ত্রণ কৰে মানুহৰ ভৱিষ্যত জীৱনৰ পথ।

অফিচৰপৰা গে'ষ্ট হাউছলৈ গৈ বিলপত্রৰ হিচাপ শেষ কৰি অৰুণাভ যেতিয়া ভুবনেশ্বৰলৈ যাবলৈ বুলি গাড়ীত উঠিল সময় তেতিয়া দুপৰীয়া এক বাজি গৈছে। অৰুণাভৰ লাগেজ বিশেষ একো নাই, সৰু ব্রিফকেছ এটা।

গে'ষ্ট হাউছৰপৰা ওলাই আহি গাড়ীয়ে টার্নিং লবৰ সময়ত শেষ বাৰৰ বাবে অৰুণাভে চাই পঠিয়ালে সমুদ্র উপকূলস্থিত তিনি নম্বৰ বিল্ডিঙৰ চতুৰ্থ ফ্ল'ৰলৈ।

অৰুণাভৰ ভাব হ'ল—চতুৰ্থ ফ্ল'ৰৰ বেলকনিত থিয় হৈ যেন ৰূপালীয়ে এক দৃষ্টিৰে চাই আছে অৰুণাভলৈ; বতাহত কঁপি আছে পাতল, শুভ্র বগা শাৰীৰ আচল; অবন্যস্ত খোলা চুলি বৈ গৈছে কান্ধৰ ওপৰেৰে অলৌকিক



কিবা এক ৰশ্মিত জ্যেতিষ্মান ৰূপালীৰ মুখ।

মাত্র এক মুহূৰ্তৰ বাবে। পিছ মুহূর্ততে অৰুণাভে গম পালে শূন্য বেলকনিত কোনো নাই। নীৰেন দত্তৰ ঘৰৰপৰা কোন জানো আহিছিল, দত্তই চুটি লৈ একেলগে ঘৰলৈ গৈছে। কিবা এক হু-হু শূন্যতাৰ হাহাকাৰে চুই গ'ল অৰুণাভৰ হৃদয়।

চিগাৰেট এটা জ্বলাই আনমনা অৰুণাভে ড্রাইভাৰ নাৰায়ণক ক'লে—এতিয়া ভুবনেশ্বৰলৈ ব'লা। মোক ড্রপ কৰি তুমি ৰাতিয়েই গুচি আহিবা।

সমুদ্রৰ কাষেৰে সোঁ-সোঁ শব্দেৰে গাড়ী আগবাঢ়িল ভুবনেশ্বৰ অভিমুখে। পথৰ কাষে কাষে কঁপি থকা ঝাওবনৰ পাত, অদূৰত অপসৃয়মান বিদেশী জাহাজৰ মাস্তুল, কয়লাৰ ধোঁৱা, বৃহৎ আকাৰৰ ক্রেন এডাল উঠা-নমা কৰিছে, বিদেশলৈ ৰপ্তানি কৰিবৰ বাবে সাজু কৰি ৰখা শুকান সামুদ্রিক মাছৰ গোন্ধ ভাহি আহিছে বতাহত, ছমহলীয়া, বনুৱাৰ জুপুৰি, ধীৰে ধীৰে সকলো অদৃশ্যমান।

বন্দৰৰ চেক গে'ট এৰি গাড়ী আগবাঢ়িল দ্রুতগতিত। কোনো কোনো পথেৰে মানুহ কেতিয়াও উভতি নাহে। এই পথেৰে হয়তো আৰু অৰুণাভ কোনদিন উভতি নাহিব। পথৰ দুকাষে কেতিয়াবা বিস্তীর্ণ পথাৰ, পাছলৈ গুচি যোৱা অচিনাকি গছৰ শাৰী। সুঠাম শৰীৰৰ আদিবাসী তিৰোতা কেইজনীমান পথৰ কাষেৰে পাৰ হৈ গ'ল। উচ্ছল সিহঁতৰ হাঁহি। হঠাতে পথৰ দাঁতিতে বাঁহৰ খুটিৰ ওপৰত জীর্ণকায় চাহৰ গুমটি, উৰুঁলি যোৱা বেৰৰ চিনেমা হল এটা, প্রায় চিনাকি চিনাকি লগা উৰিয়া গানৰ সুৰ বতাহত, আঁহত গছৰ গাত ওলমি আছে উৰিয়া আখৰেৰে লিখা ক'ল্ড ড্রিংকৰ বিজ্ঞাপন।

দুৱাৰৰ কাঁচখন তুলি দিলে অৰুণাভে। বতাহত উৰি থকা চুলি দুহাতেৰে ঠিক কৰি ল'লে। হাতৰ ঘড়ীত ডেৰ বাজি গৈছে। দুই-আঢ়ৈ বজাত ভুবনেশ্বৰ পাব লাগে। হোটেললৈ যোৱাৰ আগে আগে অফিচত সোমাই যাব লাগিব— অৰুণাভে মনে মনে ভাবিলে।

যোৱাবাৰ ভুবনেশ্বৰলৈ আহোঁতে মেহৰা চাহাবে কৈছিল বংগোপসাগৰৰ এই প্রকল্প শেষ হোৱাৰ পিছতেই ৰাজস্থানৰ মৰুভূমি অঞ্চলত তেলৰ অনুসন্ধানৰ অন্য একক প্রকল্প আৰম্ভ হোৱাৰ কথা। অৰুণাভ হয়তো তালৈ যাব লগীয়া হ'ব পাৰে। ভুবনেশ্বৰৰ এৰি যোৱাৰ আগে আগে হয়তো শেষ বাৰৰ বাবে অৰুণাভে দেখা কৰি যাব অনুৰাধাক।

হঠাতে অৰুণাভৰ দুচকুৰ সম্মুখত ভাহি উঠিল আশ্চৰ্য সাৰল্যৰে ভৰা সেই অনুৰাধাৰ মুখ। সেইদিনা ফোনত এক মুহূৰ্ত কথা পতাৰ পাছত অৰুণাভে আৰু অনুৰাধাৰ লগত কোনো কথা পতা নাই। কি জানো ভাবিছে অনুৰাধাই! অৰুণাভৰ অনুভৱ হ'ল—যাক হৃদয়েৰে ভাল পোৱা যায়, তেওঁক কিবা কাৰণত দুখ দিব লগীয়া হোৱাৰ সমান তীব্ৰতম দুখ কিজানি অইন একো নাই।

কোনো কোনো অনুভূতি থাকে, যাক শব্দৰে প্ৰকাশ কৰাৰ প্ৰয়োজন নহয়। অনুৰাধাই কোনোদিনে হৃদয়ৰ দুৱাৰ খুলি অৰুণাভক একো কোৱা নাই। তথাপি অৰুণাভে জানে অনুৰাধাৰ দুচকুত ফুটি উঠা উজ্জ্বলতা, সমগ্ৰ মুখাবয়ব চুই যোৱা সততা হাজাৰ শব্দতকৈও বেছি বাংময় হৈ নিৰ্জন পৰত অৰুণাভক বাৰে বাৰে সোঁৱৰাই দিয়ে অনুৰাধাৰ জোনাক-আলোকিত হৃদয়ৰ গভীৰত সংগোপনে সুৰভিত ফুলৰ দৰে ধীৰে ধীৰে পাহি মেলা অনুভূতিৰ কথা।

ঠিক দুই বাজি বিছ মিনিট যোৱাত শ্বহীদ নগৰৰ অফিচৰ সম্মুখত গাড়ী ৰ'ল। গাড়ীৰপৰা নামি গ'ল অৰুণাভ। কৰিড'ৰতে অৰুণাভৰ সৈতে দেখা হ'ল ডেনিছৰ। উৎফুল্লিত হৈ ডেনিছে ক'লে—তোমাৰ বাবেই বাট চাই আছিলো অৰুণাভ। কাইলৈ আমি কলিকতালৈ যাম। এসপ্তাহ থাকি লণ্ডনলৈ ফ্লাই কৰিম। মোৰ লগত মিছেছ ডালভিও যাব।

ডেনিছে আৰু দেৰি নকৰিলে। ট্ৰেভেল এজেন্সিৰ জৰিয়তে আজিয়েই ডেনিছৰ টিকট কৰিব লগীয়া আছে।

গে'ট খুলি লৰালাৰিকৈ বাহিৰলৈ ওলাই যোৱা ডেনিছলৈ চাই অৰুণাভৰ ভাব হ'ল—মানুহৰ লগত মানুহৰ সম্পৰ্ক দেশ বা ভাষাই নকৰে, নিৰ্ভৰ কৰে আন্তৰিকতা আৰু হৃদয়ৰ সততাৰ ওপৰত।

ইউনিফৰ্ম পৰিহিত দাৰোৱানজনে থিয় হৈ মিলিটেৰি কায়দাত অৰুণাভক চালাম জনালে।

মেহ্ৰা চাহাব আছে নে?

অৰুণাভে সুধিলে।

জী চাহাব।

মেহ্ৰা চাহাবৰ ৰুমত সোমোৱাৰ আগে আগে খিৰিকৰে অৰুণাভে মিছেছ ডালভিৰ ৰুমত ভূমুকি মাৰিলে। মিছেছ ডালভি কিজানি অফিচলৈ অহা



নাই। টাইপৰাইটাৰটো ঢাকি থোৱা আছে।

দুৱাৰত নক কৰি অৰুণাভ সোমাই গ'ল মেহ্ৰা চাহাবৰ ৰুমলৈ। বেৰত ওলোমাই থোৱা মেপ এখনত মেহ্ৰা চাহাবৰ দৃষ্টি নিবদ্ধ।

আহা অৰুণাভ, ঠিক সময়তে তুমি আহি পাইছা। বহা।

চিগাৰেট এটা জ্বলাই লৈ গভীৰ আত্মবিশ্বাসেৰে মেহ্ৰা চাহাবে কৈ গ'ল—বংগোপসাগৰত বৰ্তমানে আমাৰ তেলৰ অনুসন্ধানৰ কাম কিছুদিন স্থগিত থাকিব। বংগোপসাগৰত আমি তেল নাপালো সঁচা, কিন্তু ইয়াতেই আমি অৰ্জন কৰিলো প্ৰচুৰ অভিজ্ঞতা। ....বুজিছা অৰুণাভ, জীৱন আৰু কৰ্মৰ ক্ষেত্ৰত মই এক নিৰ্দিষ্ট দৰ্শন বিশ্বাস কৰোঁ। কি পালো বা কি নাপালো সেয়া আমাৰ বাবে ডাঙৰ কথা নহয়; আমাৰ জীৱনৰ প্ৰতিটো মুহূৰ্তৰ বিচাৰ হ'ব আমি কি কৰিলো, কিমান সততাৰে কৰিলো—সেই প্ৰশ্নৰ উত্তৰেৰে। এজন মানুহ হিচাপে মানৱ সমাজৰ প্ৰতি, দেশৰ প্ৰতি আমাৰ প্ৰত্যেকৰে কিছু দায়িত্ব আছে। সেই দায়িত্ব সততাৰে পালন কৰাৰ ওপৰতে নিৰ্ভৰ কৰে জীয়াই থকাৰ যুক্তি। বংগোপসাগৰত অৰ্জিত অভিজ্ঞতাৰে নতুন উদ্যমেৰে ৰাজস্থানৰ মৰুভূমি অঞ্চলত তেলৰ অনুসন্ধানৰ আমি যো-জা চলাইছোঁ। ....এই মেপখন চোৱা। ভাৰত আৰু পাকিস্তানৰ সীমাৰপৰা মাত্ৰ পোন্ধৰ কিলমিটাৰ দূৰৈত...এই অঞ্চলত আমাৰ কাম আৰম্ভ হ'ব। যোধপুৰত হ'ব মেইন অফিচ। প্ৰথম ছাইট অফিচ হ'ব জয়চালমীৰত। ...ইমান দিনে থাকিলা সাগৰৰ মাজত, এইবাৰ আমাৰ যুদ্ধ হ'ব ৰাজস্থানৰ মৰুভূমি অঞ্চলত। আমাৰ হাতত সময় কম। সোনকালে আমি কাম আৰম্ভ কৰিব লাগিব। তুমি যিমান সোনকালে পাৰা ৰাজস্থানলৈ যাবলৈ সাজু হ'ব লাগিব অৰুণাভ।

প্ৰৌঢ়তাই চুই যোৱা মেহ্ৰা চাহাবৰ মুখলৈ বহু সময় অৰুণাভে চাই ৰ'ল। মেহ্ৰা চাহাবৰ ৰুমৰপৰা ওলাই আহি অৰুণাভে ডেছপাটচত চালে চিঠি আছে নেকি, এনি নামৰ ছোৱালীজনীয়ে মিচিকিয়াই হাঁহি দুটা বন্ধ খাম আগবঢ়াই দিলে। ঠিকনাৰ আখৰবপৰাই অৰুণাভে অনুমান কৰিলে এখন অৰ্জুন মামাৰ চিঠি, আনখন কাৰ জানো, আখৰ কেইটা অৰুণাভৰ চিনাকি চিনাকি লাগিছে, অথচ ঠিক মনত পৰা নাই।

প্ৰথমতে অৰ্জুন মামাৰ চিঠিখন খুলিবলৈ ল'লে অৰুণাভে। সেই যে চুটিত যোৱাৰ সময়ত অৰ্জুন মামাক অৰুণাভে কৈ আহিছিল অনুৰাধাৰ কথা! ....হঠাতে ঘটি যোৱা কোনো কোনো দুৰ্ঘটনাই কেনেকৈ মানুহক

জীৱনৰ কিছুমান সিদ্ধান্ত সলনি কৰাৰ বাবে প্ৰায় বাধা কৰে! কত ছোৱালীকতো অৰুণাভে বিগত জীৱনত লগ পাইছে, কাৰোবাৰ কাৰোবাৰ দুৰ্বলতাও আৱিষ্কাৰ কৰিছে, কিন্তু কোনো ছোৱালীৰে প্ৰতি হৃদয়ত এনে স্বতঃস্ফূৰ্ত তাগিদা অৰুণাভে অনুভৱ কৰা নাই। পৃথিৱীৰ সকলো নাৰীয়েই নাৰী, কিন্তু তাৰ ভিতৰৰ কোনো এক বিশেষ নাৰীয়েহে পুৰুষ হৃদয়তন্ত্ৰীত সুৰৰ মূৰ্ছনাৰ সৃষ্টি কৰে। অস্পষ্ট ছায়াৰ দৰে পাৰ হৈ অহা অনেক মুখ, অনেক অভিজ্ঞতা, অনেক সংঘাতৰ শেষত যি মুখ অৰুণাভে চিনিছে, সেই মুখ অৰুণাভৰ জীৱন জুৰি থকা দোলায়িত বেণীৰে ঘেঁহু বৰণীয়া এক বিশেষ নাৰীৰ।

অৰ্জুন মামাই লিখিছে—তই যোৱাৰ পিছৰপৰা তোৰ একো খবৰেই পোৱা নাই। উৰিষ্যাৰ ছোৱালী এজনীৰ কথা কৈ গৈছিলি, যদি তোৰ অসুবিধা নহয়, সোনকালে কামটো কৰা ভাল, মোৰ শৰীৰো লাহে লাহে..............।

অফিচৰপৰা ওলাই অৰুণাভে গাড়ীত বহি খুলিলে দ্বিতীয়খন চিঠি। অৰুণিমা বাইদেউ আৰু প্ৰতুলদাৰ চিঠি। অৰুণিমা বাইদেউহঁত ভুবনেশ্বৰলৈ অহাৰ কথা আছিল। এতিয়াতো বংগোপসাগৰৰ এই প্ৰকল্পৰ কাম শেষ হ'ল, এতিয়া আহিব জানো!

চহৰৰ ব্যস্ত পথেৰে গাড়ী আগবাঢ়িল।

পুৰুষৰ জীৱনলৈ কিজানি কোনো নাৰী আহে কেতিয়াবা, যাক কেনেকৈ মনে বিচাৰে সেই সম্পৰ্কে পুৰুষ নিজেই নিশ্চিত নহয়। অৰুণিমা বাইদেৱো চাগে অৰুণাভৰ বাবে ঠিক তেনে এক নাৰী, যাৰ বাবে কোনো কামনা-বাসনা নোহোৱাকৈয়ে, কিবা এক অনিৰ্বচনীয় পবিত্ৰ অনুভূতিৰ তাগিদাত অৰুণাভে অৱচেতন মনেৰে বাট চাই ৰ'ব, যদিওবা অৰুণাভে জানে, অতৃপ্তি আছে বাবেই মানুহ তৃষিত। অপূৰ্ণতা আছে বাবেই প্ৰেম মধুৰ। নাৰীও কেতিয়াবা প্ৰেমৰ দৰে: মাধুৰ্য আৰু অতৃপ্তিৰ প্ৰতীক।

চিঠিখন মেলি ল'লে অৰুণাভে। অৰুণিমা বাইদেৱে লিখিছে—তুমি তাত থকাৰ সময়তে তালৈ যোৱাৰ কথা ভাবিছিলোঁ, শেষত যোৱা নহ'লগৈ। যোৱা মাহতেই যোৱাৰ কথা আছিল, এওঁৰ কিবাকিবি অসুবিধাৰ বাবে শেষ মুহূৰ্তত কেনছেল কৰিব লগীয়া হ'ল।...

চিঠিৰ বাকীখিনি বঢ়াৰ কোনো তাগিদা অৰুণাভে অনুভৱ নকৰিলে।

হোটেল প্ৰাচীৰ চৌহদত আহি গাড়ী ৰ'ল। ব্ৰিফকেছটো হাতত লৈ অৰুণাভ সোমাই গ'ল কাঁচৰ দুৱাৰ খুলি হোটেলৰ ভিতৰলৈ। হালধীয়া স্কাৰ্ট আৰু সেউজীয়া টপ পৰিহিতা উদ্ধত বুকুৰ নতুন ছোৱালী এজনী বহি আছে কাউন্টাৰত। চাবি লৈ অৰুণাভ চিৰিৰে ওপৰলৈ উঠি গৈ প্ৰবেশ কৰিলে নিজৰ ৰুমত।

খিৰিকিৰ ডাঠ সেউজীয়া পৰ্দা টানি দি প্ৰায়ান্ধকাৰ কমৰ ভিতৰত আবেলিটো অৰুণাভ বিছনাত পৰি ৰ'ল। ছায়াছবিৰ দৰে দুচকুৰ সন্মুখেৰে পাৰ হৈ গ'ল অনেক চিনাকি মুখ।

মানুহ কেতিয়াও প্ৰতি মুহূৰ্ততে দেৱতা হ'ব নোৱাৰে। জীৱনটো যিমানেই যুক্তিৰে পৰিচালিত কৰাৰ প্ৰয়াস কৰা নহওক কিয় জীৱনত কেতিয়াবা এনেকুৱা কিছুমান দুৰ্বল মুহূৰ্ত আহে, যি মুহূৰ্তত মানুহে নিজৰ ওপৰতে নিয়ন্ত্ৰণ হেৰুৱাই পেলায়। দুৰ্বলতা আছে বাবেই মানুহ মানুহ: দেৱতা নহয়। তথাপি দেৱত্ব লাভৰ নীৰবিচ্ছিন্ন প্ৰচেষ্টাই হোৱা উচিত মানুহৰ জীৱন, দুৰ্বল-মুহূৰ্ত-সৃষ্ট অনুতাপ, হতাশা আৰু অপৰাধবোধ হোৱা উচিত ভৱিষ্যতৰ বাবে মানুহৰ উত্তৰণৰ উৎস।

চিলমিল টোপনিৰপৰা সাৰ পোৱাৰ পিছত অৰুণাভে সন্ধিয়া অনুৰাধাক শেষবাৰৰ বাবে দেখা কৰাৰ সিদ্ধান্ত ললে।

হোটেলৰপৰা ওলাই খোজ কাঢ়িয়েই অৰুণাভ আগবাঢ়িল শ্বহীদনগৰৰ সেই ৰেলওৱে ক্ৰছিঙৰ ফালে।

হালধীয়া পোহৰেৰে প্লাবিত ভুবনেশ্বৰ চহৰ। অলপ আগতে চাগে মেটিনি শ্ব' ভাগিছে। চিনেমা হলৰ দুৱাৰ খুলি মানুহৰ কোলাহল ৰাস্তাত উফৰি পৰিছে। ৰিক্সাত উঠি যোৱা দুজনী ছোৱালীৰ উচ্ছল প্ৰাণখোলা হাঁহি কাণৰ কাষেৰে পাৰ হৈ গ'ল। অনুৰাধাই কেতিয়াবা এনেকৈ হাঁহে; সেয়েহে পৃথিৱীত এতিয়াও হাঁহি আছে।

অনুৰাধাইতো অৰুণাভৰ কথা তেনেকে একো নাভাবিবও পাৰে! কিজানি যিকোনো এজন বন্ধুৰ দৰেই অনুৰাধাই অৰুণাভকো একেদৰে ভাবিছে! কিন্তু অনুৰাধাৰ সেই নিভৃত দৃষ্টি, দুচকুৰ জোনাক, প্ৰতিটো শব্দৰ আঁৰতে লুকাই থকা প্ৰাণৰ আকুলতা,—অৰুণাভৰ জানো বুজাত ভুল হ'ব পাৰে!

ৰেল লাইনৰ কাষৰ সেই অৰ্ধসমাপ্ত দুমহলীয়া আৰ. চি. চি বিল্ডিঙৰ সন্মুখত অৰুণাভ ৰ'ল। গেটৰ কাষৰ ফেনছিঙত পুৰণি চাইকেল এখন

আউজাই থোৱা আছে। ...অনুৰাধাৰ ঘৰলৈ অহাৰ সময়ত কোনোদিনে কিজানি অৰুণাভে এনেদৰে দ্বিধা, সংকোচ অনুভৱ কৰা নাই।

ড্ৰয়িং-ৰুমৰপৰা কাৰোবাৰ কণ্ঠস্বৰ ভাহি আহিছে। সামান্য খোলা দুৱাৰখন। ভিতৰপৰা অহা পোহৰৰ ৰেখা বাৰাণ্ডাত পৰিছে। দুৱাৰত নক কৰিবলৈ গৈও অৰুণাভ ৰৈ গ'ল। কাৰ কণ্ঠস্বৰ সেয়া? অৰুণাভে আগতে ক'ৰবাত শুনিছে..

অনু, তোৰ ওচৰত মোৰ মুখ দেখুৱাবলৈ লাজ লাগিছে। আচলতে সেই যে অলি তেনেকে গুচি গ'ল, তাৰ পিছত মা ঢুকাল, পৃথিৱীখন হঠাতে বৰ শূন্য শূন্য লাগিল। ..... মই আগৰপৰাই সাংঘাটিক ছেন্টিমেন্টেল। কিছুমান মানুহ থাকে—বৰ্তমানৰ পৃথিৱীত সিহঁত একদম মিছফিট। ময়ো কিজানি তেনে এজন মানুহ। ....জীয়াই থকাৰ বাবে এটা অৱলম্বনৰ প্ৰয়োজন। ডুবি যাবলৈ ধৰা মানুহ এজনক উঠি আহিবলৈ কাৰোবাৰ সহায়ৰ প্ৰয়োজন। অনু, কিয় জানো তোক মই এটা অৱলম্বন হিচাপে ভাবি লৈছিলো, এতিয়াও ভাবোঁ, কিন্তু আগতকৈ বেলেগ ধৰণে। ....সেই যে সিদিনা ৰাতি তহঁতৰ ঘৰৰপৰা ওলাই গ'লো, তাৰ পিছত তোৰ কথা মই নতুনকৈ ভাবিবলৈ ললো। ....প্ৰেমত বাহিৰেও নাৰী আৰু পুৰুষৰ মাজত আৰু অনেক মধুৰ, পাৰস্পৰিক বুজাপৰাৰ সম্বন্ধ থাকিব পাৰে, এই সাধাৰণ কথাটো বুজাতেই মই ভুল কৰিছিলো। .... আজি তোৰ ঘৰলৈ মই তোৰ বন্ধু আৰু আপোন দাদা হৈ আহিছোঁ। তই ভুল বুজি নাথাকিবি। ....অনু, আমি আকৌ এখন নাটক লৈছোঁ, নিজে লিখা নাটক, তয়ো এটা ৰ'ল লব লাগিব। আজিলৈ যাওঁ।

দুৱাৰ খুলি ভিতৰৰপৰা ওলাই আহিল অতনু। সন্মুখতে বাৰাণ্ডাত ৰৈ থকা অৰুণাভক দেখি তেওঁ মুহূৰ্তৰ বাবে থমকি ৰ'ল।

অতনুৰ পাছে পাছে ওলাই অহা অনুৰাধাই দুৱাৰডলিত অৰুণাভক দেখি উৎফুল্লিত হৈ উঠিল- বাঃ কি সাংঘাটিত মানুহ তুমি! কিমান দিন তোমাৰ খবৰ নাই। তোমাৰ লগত যদি কথা পাতোঁ চাবা।.........এই অতনুদা, তোমাৰ লগত চিনাকি কৰি দিছিলো নহয়, অৰুণাভ চৌধুৰী। ....অৰুণাভ, অতনুদাহঁতে নাটক এখন লৈছে, ওলাবা, মই ৰ'ল লম। কি একটিং কৰোঁ চাবা। তুমিটো মোৰ একটিং দেখা নাই!....

অতুনৰে ক'লে,—নাটকৰ বাবে আগতীয়াকৈ নিমন্ত্ৰণ থাকিল। অনুৱে খুব ভাল একটিং কৰে। আহিব। আজিলৈ আহোঁ।

ফেনছিঙত আউজাই থোৱা চাইকেলখন লৈ ব্যস্ত পথত হেৰাই গ'ল অতনু।

ষ্ট্ৰীট লাইটৰ পোহৰ আহি বাৰাণ্ডাত পৰিছে। ঝকঝক শব্দ কৰি ৰেলৰ ইঞ্জিন এটা পাৰ হৈ গ'ল। সন্ধিয়াৰ সেই আন্ধাৰ-পোহৰৰ মাজেৰে অৰুণাভে মুখ ঘূৰাই চাই ৰ'ল অনুৰাধাৰ মুখলৈ, এয়ে সেই মুখ যি মুখ অৰুণাভে অনেক সন্ধানৰ মূৰত চিনি পাইছে।

তুমি কিয় তেনেকে' চাই আছা মুখৰ ফালে? নাচাবা, মোৰ অস্বস্তি লাগে। তোমাক ভীষণ বেয়া পাইছো।

তলমূৰ কৰি অনুৰাধাই ক'লে।

এই প্ৰথমবাৰৰ বাবে অৰুণাভে দেখিলে অনুৰাধাৰ সমগ্ৰ মুখাবয়ৱত এক লজ্জাৰুণ আভা; হৃদয়ত যাৰ প্ৰেম থাকে, সেই নাৰীৰ মুখতহে এনে আভা থাকে।

বহুসয়ম ড্ৰয়িং ৰুমত দুয়োজন মনে মনে বহি ৰ'ল। হৃদয় যেতিয়া কথাৰে ভৰি থাকে, তেতিয়া মৌনতাই কিজানি হয় মানুহৰ ভাষা।

আজি এই মুহূৰ্তত অনুৰাধাৰ মন প্ৰফুল্লিত হৈ আছে। সম্পূৰ্ণ দ্বিধাহীনভাৱে অনুৰাধাই আজি অৰুণাভৰ মুখলৈ মনে বিচৰা ধৰণে চাবলৈ সক্ষম হৈছে। অতনুৰ সেই ভুল বুজাবুজিৰ বাবে কিয় জানো অনুৰাধাই হৃদয়ৰ কোনো এক নিভৃত কোণত সদায়ে কিবা এক অস্বস্তি অনুভৱ কৰি আছিল। সেই অস্বস্তিৰ চিহ্ন এতিয়া আৰু অনুৰাধাৰ হৃদয়ত নাই। শৰতৰ আকাশৰ দৰেই পৰিষ্কাৰ এতিয়া অনুৰাধাৰ হৃদয়।

অৰুণাভৰ ওপৰত তাইৰ প্ৰচণ্ড অভিমান হ'ল।

অৰুণাভৰ মুখৰ ফালে নোচোৱাকৈয়ে শেষত অনুৰাধাই ক'লে—সেই যে তুমি অসমলৈ গুচি গ'লা, তাৰপৰা আহি পাৰাদ্বীপলৈ গ'লা, মোক তুমি খবৰ এটা দিয়া নাই। যোৱা কেইটামান দিন মই কেনেকৈ কটাইছো তুমি নাজানা, তোমাৰ অনুপস্থিতিৰ প্ৰতিটো দিনতে মই তোমাৰ উপস্থিতিৰ বাবেই ব্যাকুল হৈ আছোঁ। অৰুণাভ, কাৰো বাবে মই কেতিয়াও এনে অনুভৱ কৰা নাই, প্ৰতিটো মুহূৰ্ততে নিজকে প্ৰশ্ন কৰিছোঁ, বিশ্লেষণ কৰিছোঁ। অনুভূতিৰ সততাত মই বিশ্বাস কৰোঁ। সেয়েহে কোনো দ্বিধা, সংকোচ নোহোৱাকৈ তোমাক এটা কথা মই কৈ দিব খুজিছো অৰুণাভ.... কিন্তু

তাৰ আগতে কোৱা, তুমি কিয় সিদিনা টেলিফোনত কৈছিলা মোৰ ওচৰৰপৰা গম নোপোৱাকৈয়ে তুমি আঁতৰি যাবা—তোমাৰ এয়া গা চুই কৈছো, তাৰপিছত মই এদিনো শুব পৰা নাই। বিশ্বাস কৰিবা?

এই প্ৰথম অভিমানৰ সকলো বান্ধোন ছিঙি অনুৰাধাই অৰুণাভৰ হাতত খামুচি ধৰিলে। বিদ্যুৎ প্ৰবাহৰ দৰে এটা অনুভূতিৰ কম্পন অৰুণাভৰ সমগ্ৰ শৰীৰৰ ওপৰেৰে পাৰ হৈ গ'ল। কাৰুণ্য, প্ৰেম আৰু আকুতিৰে ভৰা এনেকুৱা অপ্ৰত্যাশিত দৃষ্টিৰ সন্মুখীন কিজানি অৰুণাভ আগতে কেতিয়াও হোৱা নাই।

—কোৱা, তুমি কিয় তেনেকে কৈছিলা? মোৰ কথা কিয় এবাৰো নাভাবিলা?

মনে মনে থাকিব নোৱাৰিলে অৰুণাভে। হৃদয়ৰ সমস্ত সততাৰে অৰুণাভে কৈ গ'ল ৰূপালীৰ কথা। নীৰেন দত্তৰ ঘৰত অৰুণাভৰ তেজৰ পৰিচয় বহন কৰি জোনটোৰ দৰে ধীৰে ধীৰে বাঢ়ি অহা সেই কণমানি দেৱশিশুৰ কথা। যেন ইমানদিনে বুকুৰ ভিতৰত গোট মাৰি থকা সকলো যন্ত্ৰণাৰ অংশীদাৰ হিচাপে অৱশেষত অৰুণাভে আপোন কাৰোবাৰ সন্ধান পাইছে!

শেষত অৰুণাভে ক'লে—এনে এক কলংকৰ ইতিহাস লৈ তোমাৰ নিচিনা ছোৱালী এজনীৰ ওচৰ চাপি অহাৰ মোৰ জানো যোগ্যতা আছে?

সন্ধিয়াৰ কোনো মন্দিৰৰপৰা ঘণ্টাৰ ধ্বনি ভাহি আহিছে। সশব্দে ঘৰৰ সন্মুখৰ ৰাস্তাৰে পাৰ হৈ গ'ল গাড়ী এখন।

সুদীৰ্ঘ মৌনতাত ভাৰাক্ৰান্ত ঘৰৰ অভ্যন্তৰ।

অসন্তৰ ধীৰে ধীৰে, যেন স্বগতোক্তি কৰিছে, তেনেদৰে খোলা খিড়িকিৰে বাহিৰলৈ চাই চাই অনুৰাধাই কৈ গ'ল—অৰুণাভ, পৃথিৱীৰ প্ৰতিজন মানুহেই কিজানি, কোনো কোনো মুহূৰ্তত দূৰ্বল, কোনো কোনো মুহূৰ্তত দোষী। সেই দোষ আৰু দুৰ্বলতাই যাৰ হৃদয় আছে তেওঁক আমনি কৰিবই, যন্ত্ৰণা দিবই সেয়া অস্বাভাৱিক নহয়। হৃদয় আছে বাবেইতো মানুহ, মানুহ। কিন্তু এটা কথা কোৱা। এজন মানুহৰ জীৱন চিৰকালৰ বাবে স্থবিৰ কৰি দিয়াৰ সুযোগ সেই যন্ত্ৰণাক দিয়াতো জানো উচিত হব? ....তোমাৰ জীৱনত ঘটি যোৱা সেই এটা ঘটনা হয়তো নঘটিবও পাৰিলেহেঁতেন। কিন্তু ঘটি যোৱা বাবেই তোমাক মুক্ত মনেৰে লব নোৱাৰিম বুলি তুমি কেনেকৈ ভাবিব পাৰিলা? অৰুণাভ, মানুহে হয়তো মানুহৰ মাজতেই দেৱতা বিচাৰিব



পাৰে, কিন্তু মানুহ হিচাপে গ্ৰহণ কৰাৰ মন এটা লৈহে মই তোমাৰ ওচৰত থিয় হৈছোহি। ..... সেই যে অসমলৈ যোৱাৰ আগতে তুমি বিয়াৰ কথা কৈছিলা.... অৰুণাভ, বিয়া আমাৰ হ'ল নে নহ'ল সমাজক সাক্ষী কৰি একেলগে থকাৰ অংগীকাৰ কৰিলো নে নাই, সেয়া মোৰ বাবে একো ডাঙৰ কথা নহয়, মোৰ বাবে ডাঙৰ কথা কি জানা, অতীত, বৰ্তমানৰ সকলো দোষ-গুণ, ভুল-ত্ৰুটিৰ সমাহাৰস্বৰূপ, তুমি বা মই, এই মানুহজনক দুয়োজনে দ্বিধাহীভাৱে গ্ৰহণ কৰিব পাৰিলো নে নাই।

মুখ ঘূৰাই এইবাৰ অনুৰাধাই দৃষ্টি ৰাখিলে অৰুণাভৰ মুখত। ক্ষন্তেকৰ বাবে ওঁঠ দুটা কঁপি উঠিল।

অৰুণাভৰ দুই বাহুত খামুচি ধৰি অনুৰাধাই ক'লে—অৰুণাভ, অতীতত ঘটি যোৱা এটা ভুল বা এটা দুৰ্ঘটনাৰ বাবে জানো ভৱিষ্যতে সুখী হোৱাৰ সকলো পথ মানুহৰ বাবে শেষ হৈ যায়? তুমি ক'ব লাগিব, অৰুণাভ, প্লীজ....

অৰুণাভে কিবা এটা বুজি উঠাৰ আগতেই অৰুণাভৰ বুকুৰ ওপৰত তাই জঁপিয়াই পৰিল। □

---

## উপসংহাৰ

# অনুৰাধা এই পৃথিৱীৰ নাৰী

ভুবনেশ্বৰ বিমান বন্দৰত ৰৈ আছে দিল্লী অভিমুখী বিমান। ছিকিউৰিটি চেকৰ পিছত দৌৰদৌৰিকৈ চিৰিৰে ওপৰলৈ উঠি গ'ল অৰুণাভ আৰু অনুৰাধা। অনুৰাধাৰ সেই বাদামী চুলিৰ বেণী কঁপি আছে প্ৰভাতৰ বতাহত।

ধীৰে ধীৰে চিনাকি মাটিৰ স্পৰ্শ এৰি ৰাতিপুৱাৰ নিৰ্মেঘ আকাশৰ বুকুলৈ উৰা মাৰিলে বিমানে। খিৰিকিৰ কাঁচেৰে দুয়োজনে চাই পঠিয়ালে তললৈ— দৃষ্টিৰপৰা লাহে লাহে আঁতৰি যাব লাগিছে চিনাকি সেয়া ভুবনেশ্বৰ চহৰ, আকাশৰ ফালে মুখ কৰি থোৱা অজস্ৰ মন্দিৰৰ চূড়া, মসৃণ পথেৰে শাৰী শাৰীকৈ অহা-যোৱা কৰা বাকচৰ নিচিনা গাড়ী, অদূৰত চহৰ উপকণ্ঠৰ লেণ্ডস্কেপ। ....দৃষ্টিত ধৰা দিছে ক্ৰমবৰ্ধমান পৃথিৱীৰ পৰিধিয়ে। যেতিয়া অসীমৰ বুকুৰপৰা দৃষ্টি নিক্ষেপ কৰা যায়, তেতিয়াহে অনুভৱ হয় দেশ-মহাদেশৰ ভৌগোলিক পৰিসীমা বিপুল এই বিশ্বৰ বিশালতাৰ ওচৰত কিমান তুচ্ছ, কিমান মূল্যহীন।

খিৰিকিৰ কাঁচেৰে পাৰ হৈ অহা ৰাতিপুৱাৰ কোমল ৰ'দত উজলি উঠা অনুৰাধাৰ মুখলৈ চাই হঠাতে অৰুণাভৰ অনুভৱ হ'ল—অনুৰাধাৰ কোনো দেশ নাই: অনুৰাধা এই পৃথিৱীৰ নাৰী। □